গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কায চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই ফালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৱেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছোঁ। আদৰ্শবাদী নৱেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৱেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৱেনে গাঁৱৰ বাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৱেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৱেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৱেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, ক'লা ডাবৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি। এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস ঘাইকৈ যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্তব্য।

'ফল্গু প্ৰবাহ' উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুকষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়ৈকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে কচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি মানুহানে পুৰণি কচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃঙ্খলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ আদৰ্শৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তি ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইঙ্গিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়, ৺ভট্টাচাৰ্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিবৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিবৰ্তনৰ সন্ধিক্ষনত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিবিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়া ঃ "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিনে?" ............. "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিৱেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ৺ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছাস নাই, মাধুৰ্যৰ শান্ত আবেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশ্যে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিবৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আতৰাই নিলে।

**"কঁলা ডাবৰ"** উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰক শ কৰা হয়।

ইয়াত সামাজিক সংঘাত, আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাবৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাবৰ" কৰা হৈছে।

উপন্যাস ৺ভট্টাচাৰ্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে, কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে—"গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ সোঁতে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধৱা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধৱা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধৱা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্যই "কঁলা ডাবৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে, কিন্তু "কঁলা ডাবৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্যই লিখি উলিয়াব নোৱাৰিলে।

**'প্ৰেমৰ মহিমা'** নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাচ সম্পূৰ্ণভাৱে ৰক্ষিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিবৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'অমৃত-কথা'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিৱেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰূৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'দৈৱ চক্ৰ' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুণিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'ভাৰতীয় প্ৰেম কাহিনী'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিবিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পবিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'নতুন সমাজ'ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। গ্ৰন্থৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সম্ভ্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত বকো কেন্দ্ৰৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগৱদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাৱে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটোৱাৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি **'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা'** নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্ত্তি হ'ব বুলি আমাৰ বিশ্বাস।

**'শ্ৰীমদ্ভগবদ গীতা'** ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্ত্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

**'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'**; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগৱান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '.....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

"পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত সৎ ভাব, চিৎ ভাব আৰু আনন্দভাব পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাব পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ ভগৱান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্য্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পানীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে মাথোন সম্পূৰ্ণ গ্ৰন্থ নহয়।

আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। ———পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুয়োবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—'ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আহিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, " আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

(কীৰ্তিনাথ হাজৰিকা)

---

"দেবেন্দ্ৰ সমগ্ৰ"ত সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী ৫খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# সূচী-পত্ৰ

# সম্পাদকৰ দু-ষাৰ



প্ৰথম, মধ্যম আৰু উত্তৰ— এই তিনিটা বহল খণ্ডত শ্ৰীশ্ৰীচণ্ডীৰ চৰিত কীৰ্ত্তিত হৈছে। চণ্ডী শব্দটোতেই ঘোৰ আকৃতি-প্ৰকৃতিৰ আভাস পালেও ঘোৰ কৰ্ম্ম সম্পাদনৰ অন্তত তেওঁৰ উজ্জ্বল সাম্য ৰূপ প্ৰকাশ পাইছে যেন ধুমুহাৰ পিছত নিকা নীলা আকাশত প্ৰকাশিত চন্দ্ৰমাহে। দেৱী চণ্ডীৰ উগ্ৰ ৰূপ, প্ৰখৰ বুদ্ধি আদিৰ অভিব্যক্তি মাৰ্কণ্ডেয় পুৰাণৰ অধ্যায়বোৰত বৰ্ণিত। অন্তৰ্য্যামিনী চণ্ডীৰ অজ্ঞাত একোৱেই নাই, তথাপি অসুৰৰ কীৰ্ত্তি মষিমূৰ কৰিবলৈ তেওঁ অৱলীলাক্ৰমে সেইবোৰ জানিয়েই অসুৰৰ লগত যুদ্ধত প্ৰবৃত্ত হৈ অসুৰৰ দুৰ্জয় শক্তিক নিৰ্মূল কৰিলে— এইবোৰ কথা আখ্যানৰ দৰে চণ্ডীৰ মধু-কৈটভ বধ, শুম্ভ-নিশুম্ভ বধ, মহিষাসুৰ বধৰ জৰিয়তে শ্ৰীশ্ৰীচণ্ডীত সুব্যক্ত।

চণ্ড-মুণ্ড নিধনৰ পিছত ৰক্তবীজ বধৰ আখ্যানত দেৱীৰ দুৰ্ঘোৰ আকৃতিত ৰণত অৱতীৰ্ণ আৰু সেই অসুৰ নিধনৰ অন্তৰালত চণ্ডীৰ অপৰিমেয় শক্তি আৰু মহিমাৰ কথা সাধাৰণে বুজিব পৰাকৈ গ্ৰন্থখনত প্ৰকাশ পালেও, চণ্ডী-তত্ত্ব অতি গহীন। আসুৰিক শক্তি নিৰ্মূলৰ কাৰণে দেৱতাসকলৰ সামূহিক শক্তিৰ প্ৰভাৱতেই চণ্ডীৰ ঘোৰ ৰূপ। সেয়েহে দেখা যায় যে চণ্ডীৰ ঘোৰ আকৃতি অসুৰ নিধনতহে প্ৰকাশ পাইছে। অসুৰ বধৰ কাহিনীয়েই শ্ৰীশ্ৰীচণ্ডীৰ মুখ্য বিষয়। অনুবাদকে সহজ আৰু সৰল অনুবাদৰ উপৰিও তত্ত্বপূৰ্ণ ব্যাখ্যা অতি সহজবোধ্য কৰিছে। তেওঁ ব্ৰহ্মৰ্ষি সত্যদেৱৰ ভাষ্যৰ আলমত আদিৰ পৰা অন্তলৈকে শ্ৰীশ্ৰীচণ্ডীৰ ব্যাখ্যা আগবঢ়ালেও অনুবাদকৰ জীৱনত সাধনা সিদ্ধিৰ ৰেঙণি পোৱা যায় । এই সন্দৰ্ভত অনুবাদকৰ ভাষা আৰু প্ৰকাশ ভঙ্গীয়েই প্ৰমাণ। চণ্ডী-তত্ত্বৰ ভাষ্য আৰু লগতে সাধক গৰাকীৰ নিজৰ উপলব্ধিৰ সুসামঞ্জস্যই গ্ৰন্থখনত যেন মণি-কাঞ্চনৰ যোগহে সাধন কৰিছে। ক'বলৈ গ'লে অনুবাদকৰ নিজৰ অনুভূতিসিদ্ধ উপলব্ধিসূচক কথাবোৰ ভাষ্যৰ মাজতো সোণসেৰীয়াহে। ভট্টাচাৰ্য্যদেৱে ভাষ্যৰ আঁৰে আঁৰে নিজৰ জীৱনত চণ্ডীৰ তত্ত্বৰ অদ্বয় শক্তি আত্মসাতৰ ফলশ্ৰুতিসূচক পৰম নিৰ্মল আৰু নিৰন্তৰ 'ব্ৰাহ্মীস্থিতি'ৰ ভাবব্যঞ্জনাৰে তত্ত্বজ্ঞসকলৰ বাবে প্ৰশান্তিৰ দুৱাৰ সুগম কৰিছে।

অনুবাদক আৰু ভাষ্যকাৰ ভট্টাচাৰ্য্যদেৱৰ মানসিক ধ্যান-ধাৰণা বেদান্তমুখী। সেয়েহে ভাষ্যৰ মাজে মাজে উপনিষদ প্ৰৱচনৰ উদ্ধৃতি লক্ষণীয়

বিষয়। বুজা যায় যে বেদান্তৰ শক্তি তত্ত্বক চণ্ডীৰ ৰূপত উপলব্ধি কৰিব তেওঁ কৃতকৃত্য হৈছে। চিৎ, অচিৎ আদি সকলোতে তেওঁ সেই অদ্বয় শক্তিৰ কথাকেই ব্যাখ্যা কৰিছে। সেই পিনৰপৰা শ্বেতাশ্বতৰোপনিষদৰ উক্তি এই প্ৰসঙ্গত গ্ৰন্থখনৰ অনুবাদকৰ ভাবৰ লগত সম্পূৰ্ণ সাদৃশ্যবোধক। উপনিষদখনত কোৱা হৈছে—

"একোঽবৰ্ণো বহুধা শক্তিযোগাদ্
বৰ্ণাননেকান্ নিহিতাৰ্থো দধাতি।
বি চৈতি চান্তে বিশ্বমাদৌ স দেবঃ
স নো বুদ্ধ্যা শুভয়া সংযুনক্তু।।"

অৰ্থাৎ সেই পুৰুষ এক আৰু বৰ্ণহীন। তেওঁ শক্তিৰ ফলতেই বহু ৰূপত প্ৰতিভাত। তেওঁ সকলো সৃষ্টি কৰিছে আৰু শেহত তেওঁতেই সকলো লয় হয়। সেই শক্তিয়েই চিৎ শক্তি। সেই শক্তি বিবিধ ধৰণে স্তুত হয়। সেই শক্তি চিৎ ৰূপত গোটেই বিশ্বব্ৰহ্মাণ্ডৰ সকলোতে পৰিব্যাপ্ত। দুৰ্গাসপ্তশতীতো স্পষ্টকৈ কোৱা হৈছে— 'চিতি ৰূপেণ যা কৃৎস্নমেতদ্ ব্যাপ্য স্থিতা জগৎ'— অৰ্থাৎ সেই শক্তিয়েই চিৎ ৰূপত গোটেই জগৎ বিয়পি আছে। চণ্ডীৰ চৰিততো তেনেকুৱা ভাব সততে পোৱা যায়।

গ্ৰন্থকাৰে তেওঁৰ ব্যাখ্যাত স্পষ্টকৈ দেখুৱাইছে যে শ্ৰীশ্ৰীচণ্ডীৰ কাৰ্য্যাৱলীত কাহিনীবোৰ ৰূপকাত্মক। এই প্ৰসঙ্গত মধ্যম চৰিতৰ তৃতীয় অধ্যায়ত মহিষাসুৰ বধ শীৰ্ষক আখ্যানত প্ৰথমতেই চিক্ষুৰ অসুৰৰ তাৎপৰ্য্যপূৰ্ণ ব্যাখ্যা বিশেষ মন কৰিবলগীয়া। তদুপৰি সেই একে অধ্যায়ৰ ৪ৰ্থ আৰু ৫ম মন্ত্ৰৰ ব্যাখ্যাত চিক্ষুৰৰ বাণ-ছেদন, অশ্ব নিধন, সাৰথি নিধন আদিৰ আলোচনাও অতিকৈ অন্তৰ্মুখী আৰু তাৎপৰ্য্যপূৰ্ণ। সেই একে অধ্যায়ৰ মহিষাসুৰৰ মহাগজ ৰূপৰ তাৎপৰ্য্য অৰু বিশ্লেষণো বিশেষ উল্লেখযোগ্য এই কাৰণেই যে এনেবোৰ কথা জনাৰ পিছত বুজিবলৈ বাকী নৰয় যে চণ্ডী-তত্ত্ব সঁচাকৈয়ে ৰূপকৰ আশ্ৰয়ত বৰ্ণিত হৈছে। মানুহে সেইবোৰ উপলব্ধি কৰি তনু-মন-প্ৰাণ ধন্য কৰিব পাৰে, যদিহে সাধনাৰ বীজে সেইবোৰৰপৰা সাৰ-পানী পাবলৈ সক্ষম হয়। তেনেদৰে 'যুদ্ধং পূৰ্ণমব্দশতম্' কথাখিনিও ব্যাখ্যাকাৰে মানৱৰ জীৱনৰ সাধন সমৰত দেৱত্ব প্ৰাপ্তিৰ আভাস অতি সুন্দৰকৈ প্ৰকাশ কৰিছে। সেই একেদৰে শূদ্ৰ, বৈশ্য আদিৰ টিপ্পনীমূলক অৰ্থও যথেষ্ট গুৰুত্বপূৰ্ণ। মুঠতে চণ্ডীত উপস্থাপিত মুখ্য বিষয় দেহাভ্যন্তৰৰ ৰূপক মাত্ৰ আৰু বৰ্ণনাবোৰ বহিৰ্জগতৰ নানা জীৱ-জন্তুৰ গুণানুসৰি তেনেকুৱা ভাবত প্ৰকাশিত হৈছে। জীৱে বা উপাসকে সেইবোৰৰ তাৎপৰ্য্য অনুভৱ কৰি সাধন জীৱনত উধাওঁতে বাট প্ৰশস্ত কৰিবলৈ চণ্ডীৰ

ব্যাখ্যাৰপৰা অনুপ্ৰাণিত হ'ব পাৰে। সেইবোৰৰ অন্তৰালত মননশীলতা নিহিত। কথাবোৰ গহীনকৈ জুকিয়াই চালেহে মহিষাসুৰ বধ, মধুকৈটভ বধ আদি যে মানুহৰ নিজৰ আসুৰিক শক্তিবোৰৰ পৰাজয়ৰ কথাকেই আখ্যান ৰূপত প্ৰকাশ কৰা হৈছে সেইটো বুজিব পাৰি। আসুৰিক শক্তি ধৰাশায়ী হ'লেহে পৰম শক্তিৰ দিব্য অনুভূতিত মানুহৰ মন ৰঞ্জিত হয় আৰু তেনেকুৱা উপলব্ধিত 'নৈনাং প্ৰাপ্য বিমুহ্যতি' তেনেকুৱা অৱস্থাত জীৱ সংসাৰত বিচৰণ কৰে। সেইখিনিতেই মানুহৰ জীৱনৰ সাৰ্থকতা।

অনুবাদ আৰু ভাষ্যৰ ভাষা ভট্টাচাৰ্য্যদেৱৰ নিজৰ ঠাঁচতেই অক্ষত অৱস্থাত ছপা হৈছে। মন্ত্ৰবোৰৰ মুদ্ৰণ প্ৰমাণ দূৰ কৰিবলৈ মাৰ্কণ্ডেয় পুৰাণৰ মূল শ্লোকৰ লগত মিলাই ঠাই বিশেষে শুদ্ধ কৰিবলৈ যথাসাধ্য চেষ্টা কৰা হৈছে। উল্লেখ্য যে ভট্টাচাৰ্য্যদেৱৰ পাণ্ডুলিপিৰ শ্লোক ক্ৰুটীমুক্ত। কিন্তু, আঁসোৱাহ দেখা দিয়া ঠাইবোৰতহে পুৰাণৰ শ্লোকৰ লগত মিলাই চোৱা হৈছে। শ্ৰীশ্ৰীচণ্ডীখন কোনোবাই কেৱল পাঠৰ বাবে যাতে ব্যৱহাৰ কৰিব পাৰে তাৰ বাবে গ্ৰন্থখনৰ শেষত শ্ৰীশ্ৰীচণ্ডীৰ মূল পাঠ একেলগে ছপোৱাৰ দিহা কৰা হৈছে। সেই প্ৰসঙ্গত বাক্‌সূক্ত (দেৱীসূক্ত), ৰাত্ৰীসূক্ত আদিও মুদ্ৰিত হৈছে। ছপাশালৰ ভুল-ক্ৰুটীবোৰ চোৱাৰ পিছতো যদি ক'ৰবাত ভুল ৰৈ গৈছে, তেন্তে সেৱা অনিচ্ছাকৃত। এতেকে তেনেকুৱা ক্ৰুটী মাৰ্জনীয়। দেবেন্দ্ৰ-চন্দ্ৰপ্ৰভা স্মাৰক দাতব্য ন্যাসৰ গুৰি ধৰোঁতা আৰু ভট্টাচাৰ্য্যদেৱৰ পৰিয়ালৰ সদস্যসকলক ধন্যবাদ জনাইছোঁ যে তেওঁলোকে মোক এই কামত অংশ গ্ৰহণ কৰিবলৈ সুযোগ দিছে।

শেহত এই মহান সাধক আৰু কৰ্মযোগী ভট্টাচাৰ্য্যদেৱলৈ শতবৰ্ষ পূৰ্ত্তি উপলক্ষ্যত মোৰ ৰচিত তলৰ শ্লোককেইটিৰেই সশ্ৰদ্ধ প্ৰণিপাত নিবেদন কৰিছোঁ—

শব্দাতিগং বিশুদ্ধঞ্চ
ধ্বান্তঘ্নং জ্ঞানমদ্বয়ম্।
নিৰ্দ্বন্দ্বং ভয়হন্তাৰম্
প্ৰণমামি তদুত্তমম্।।
তেন জ্ঞান-সাধনেন
চণ্ডী-তত্ত্ব-গাহনে প্ৰণন্দিতঃ।
পূতত্তনুৰ্দেবেন্দ্ৰঃ
ৰঞ্জয়তি বিবুধান্ বিশেষতঃ।।
কৰ্ম্ম-বৈৰাগ্যয়োৰৈক্যং
সাধিতং যেন জীৱনে।

জাতং তস্য স্থিৰং চিত্তম্
মনো ভৱতি স্থাণুগম্।।
শাস্ত্র-ভাষ্য-বিলোচনাৎ
পীতং যেন সততং জ্ঞানদুগ্ধম্।
নতোঽস্মি তং দেৱেন্দ্ৰম্
শাস্ত্রে যস্য নিতৰাং ধ্যানম্।।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

কটন কলেজ, গুৱাহাটী
২৩/৭/২০০২ ইং

বিনীত—

শ্ৰীসুধেন্দু মোহন ভদ্ৰ

শ্ৰীসুধেন্দু মোহন ভদ্ৰ

---

শ্ৰীসুধেন্দু মোহন ভদ্ৰ গুৱাহাটী কটন কলেজৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক।

# ভূমিকা

"ওঁ নমো দেৱ্যৈ মহাদেৱ্যৈ শিৱায়ৈ সততং নমঃ।
নমঃ প্ৰকৃত্যৈ ভদ্ৰায়ৈ নিয়তাঃ প্ৰণতাঃ স্ম তাম্।।"



**শ্ৰীশ্ৰীচণ্ডী মাৰ্কণ্ডেয়-পুৰাণৰ** অন্তৰ্গত দেৱীৰ মাহাত্ম্য-প্ৰকাশক-স্তৱবিশেষ। দেৱী-মাহাত্ম্য, চণ্ডী-মাহাত্ম্য, দুৰ্গা-মাহাত্ম্য আৰু সংক্ষেপে এই মহাগ্ৰন্থ চণ্ডী বুলি সুপ্ৰসিদ্ধ। এই স্তৱ গ্ৰন্থৰ আন এটা জনপ্ৰিয় নাম হ'ল— সপ্তশতী। চণ্ডীৰ আন নাম দুৰ্গা বুলি এই সপ্তশতী গ্ৰন্থক দুৰ্গাসপ্তশতী বুলিও কোৱা হয়। শ্ৰীশ্ৰীদুৰ্গাসপ্তশতীত মুঠ সাতশ শ্লোক বা স্তৱ আছে বাবেই এই গ্ৰন্থৰ নাম সপ্তশতী বুলি কোৱা হয়। কিন্তু শ্লোকৰ সংখ্যা গণনা কৰিলে দেখা যায় যে প্ৰকৃততে শ্লোক সংখ্যা ছয়শতকৈ কম হয়। সেয়েহে কোনো কোনো পণ্ডিতে কবচ, কীলক আৰু অৰ্গলা স্তোত্ৰৰ যোগত চণ্ডীৰ শ্লোক সংখ্যা সাতশ হয় বুলি ক'ব খোজে। কিন্তু তেতিয়া শ্লোকৰ সংখ্যা সাতশৰ বেছি হয়। মাৰ্কণ্ডেয় পুৰাণৰ ৮১ তম অধ্যায়ৰ পৰা ৯৩ তম অধ্যায় পৰ্য্যন্ত— এই অংশক চণ্ডী বোলা হয়। এই গ্ৰন্থৰ প্ৰথম অধ্যায়ক প্ৰথম চৰিত, দ্বিতীয় অধ্যায়ৰ পৰা চতুৰ্থ অধ্যায় পৰ্য্যন্ত— এই অংশক মধ্যম চৰিত আৰু পঞ্চম অধ্যায়ৰ পৰা ত্ৰয়োদশ অধ্যায় পৰ্য্যন্ত— এই অংশক উত্তৰ চৰিত বুলি কোৱা হয়।

শ্ৰীচণ্ডীৰ মুঠ অধ্যায়ৰ সংখ্যা হ'ল তেৰটা। প্ৰথম চৰিতৰ ঋষি ব্ৰহ্মা, দ্বিতীয় চৰিতৰ ঋষি বিষ্ণু আৰু তৃতীয় চৰিতৰ ঋষি হৈছে ৰুদ্ৰ বা মহেশ্বৰ। ইয়াতে ক্ৰম সঠিকভাৱে ৰক্ষা কৰা হৈছে। অৰ্থাৎ ত্ৰিমূৰ্তিৰ প্ৰথমজন হ'ল ব্ৰহ্মা, দ্বিতীয়জন বিষ্ণু আৰু তৃতীয়জন ৰুদ্ৰ। সেইদৰে প্ৰথম চৰিতৰ দেৱতা মহাকালী, মধ্যম চৰিতৰ মহালক্ষ্মী আৰু উত্তৰ চৰিতৰ সৰস্বতী। এই দেৱীত্ৰয় বাস্তৱিকতে 'গুণত্ৰৰূপিণী দুৰ্গা' আৰু ঋষি মাৰ্কণ্ডেয়ই এই গুণত্ৰৰূপিণী দুৰ্গাকেই মহামায়া, যোগমায়া আৰু যোগনিদ্ৰা হিচাপে বৰ্ণনা কৰিছে। সপ্তশতীৰ "গুপ্তৱতী" টীকাত টীকাকাৰ ভাস্কৰ ৰায়ে এই কথা কৈছে। শ্ৰীচণ্ডী বা সপ্তশতী ৬০০ খৃষ্টাব্দত লিখা হয় বুলি কোৱা হয়। এই চণ্ডীৰ নাম যে সপ্তশতী এই বিষয়ে চণ্ডীৰ পাঠৰ বিধি বিষয়ত এইদৰে পোৱা যায়—

**"অৰ্গলং কীলকঞ্চাদৌ পঠিত্বা কৱচং ততঃ।**
**জপেৎ সপ্তশতীং চণ্ডীং ক্ৰম এষঃ শিৱোদিতঃ।।"**

এই শ্লোকত "সপ্তশতী" শব্দটোৰ ব্যৱহাৰ দেখা যায়। এইখিনিতে *উনুকিয়াব পাৰি জগদম্বা চণ্ডীৰ প্ৰীতিৰ বাবে চণ্ডীপাঠৰ অঙ্গ হিচাপে অৰ্গলাস্তোত্ৰ পাঠ কৰা হয়।* **বাৰাহীতন্ত্ৰত** *অৰ্গলাস্তোত্ৰৰ দ্বাৰা পাপ নাশ হয় বুলি কোৱা হৈছে (দ্ৰ. "অৰ্গলং দুৰিতং হন্তি।")।*

শ্ৰীচণ্ডীৰ প্ৰথম অধ্যায়ৰ বিষয়বস্তু মধু-কৈটভৰ বধ, দ্বিতীয় অধ্যায়ৰ বিষয়বস্তু মহিষাসুৰৰ সৈন্যনিধন, তৃতীয় অধ্যায়ৰ সেনাপতিসহ মহিষাসুৰ বধ, চতুৰ্থ অধ্যায়ৰ বিষয়বস্তু ইন্দ্ৰ আদি দেৱতাসকলৰ দেৱীৰ স্তুতি, পঞ্চম অধ্যায়ৰ বিষয় দেৱতাৰ দ্বাৰা দেৱীৰ স্তুতি আৰু চণ্ড-মুণ্ডৰ ওচৰলৈ শুম্ভৰ দূত প্ৰেৰণ। ষষ্ঠ অধ্যায়ত ধূম্ৰলোচন বধ, সপ্তম অধ্যায়ত চণ্ড আৰু মুণ্ডৰ বধ, অষ্টম অধ্যায়ত ৰক্তবীজ বধ, নৱম অধ্যায়ত নিশুম্ভ বধ, দশম অধ্যায়ত শুম্ভ বধ, একাদশ অধ্যায়ত দেৱতাসকলৰ দেৱী-স্তুতি আৰু তেওঁলোকলৈ দেৱীৰ বৰ প্ৰদান, দ্বাদশ অধ্যায়ত দেৱী চৰিত্ৰ পাঠৰ মাহাত্ম্য আৰু ত্ৰয়োদশ তথা অন্তিম অধ্যায়ত সুৰথ আৰু বৈশ্যক দেৱীৰ বৰদান বৰ্ণিত হৈছে।

এইদৰে তেৰটা অধ্যায়ত ৰচিত শ্ৰীচণ্ডী বা সপ্তশতী হিন্দু ধৰ্মৰ ধৰ্মীয় শাস্ত্ৰবিলাকৰ ভিতৰত অন্যতম। নিঃসন্দেহে শাক্ত-ধৰ্মৰ বা শক্তি-তত্ত্বৰ অন্যতম গ্ৰন্থ এই শ্ৰীচণ্ডী।

ঋগ্বেদত বৰ্ণিত দেৱী ৱাক্ আৰু ৰাত্ৰিদেৱীৰ ধাৰণা পৌৰাণিক আৰু তান্ত্ৰিক পৰিৱেশত ক্ৰমে পৰমা প্ৰকৃতি মহালক্ষ্মী আৰু মহাকালী তথা মহাসৰস্বতী হিচাপে আত্মপ্ৰকাশ কৰিছিল দেৱীৰ যথাৰ্থ ধাৰণাৰ সহায়কৰূপে। বৃহন্নাৰদীয়-পুৰাণত দেৱী চণ্ডীক নানা ধৰণে বৰ্ণনা কৰা দেখা যায়—

**"উমেতি কেচিদাহুস্তাং শক্তিং লক্ষ্মীং তথাপৰে**
**ভাৰতীত্যপৰে চৈনাং গিৰিজেত্যম্বিকেতি চ।**
**দুৰ্গেতি ভদ্ৰকালীতি চণ্ডী মাহেশ্বৰীতি চ**
**কৌমাৰী ভদ্ৰকালীতি চেতি চণ্ডী মাহেশ্বৰীতি চ।।"**

শ্ৰীচণ্ডীত ৰজা সুৰথ আৰু ভক্ত সমাধিৰ সম্পৰ্কত দেৱীয়ে নিষ্কাম সাধনাত জীৱনসিদ্ধিৰূপ মুক্তি তথা সকাম সাধনাত প্ৰেয়ৰূপ পাৰ্থিব ঐশ্বৰ্য্য দান কৰিছিল আৰু এই তত্ত্ব নিদৰ্শন শ্ৰীচণ্ডীত দাঙি ধৰা হৈছে।

সংস্কৃত ভাষাৰ শ্লোকত ৰচিত মূল শ্ৰীচণ্ডী হিন্দী, বঙলা, ইংৰাজী আদি ভাষাত অনূদিত হৈছে। অসমীয়া ভাষাতো ইয়াৰ অনুবাদ নাই হোৱা বুলি ক'ব নোৱাৰি। কিন্তু শ্ৰীচণ্ডীৰ নিচিনা এখন কঠিন গ্ৰন্থ অসমীয়া ভাষাত অনুবাদ কৰিছে শিক্ষাবিদ, সুসাহিত্যিক, সংস্কৃত পণ্ডিত দিবংগত দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্যই।

সেই অনুবাদৰ ফটোকপি এটা চাবলৈ মোক দিয়া হৈছিল। সেয়ে গ্ৰন্থ চোৱাৰ বা পঢ়াৰ সুযোগ ঘটিল। অনুবাদ কাৰ্য্যটো বৰ কঠিন। কিয়নো এটা ভাষাত লিখা কথাৰ ভাব বা অৰ্থ অন্য এটা ভাষাৰ মাধ্যমত প্ৰকাশ কৰা সহজ কাম নহয়। তাতে আকৌ গ্ৰন্থখনো কঠিন। কিন্তু স্বকীয় পাণ্ডিত্যৰ বলত ভট্টাচাৰ্য্যদেৱে এই দুৰূহ কাম সম্পন্ন কৰিব পাৰিছিল। অৱশ্যে প্ৰকাশিত ৰূপত গ্ৰন্থখন চাবলৈ নাপালে। যিনহওক, অনুবাদকে মহৎ কষ্ট স্বীকাৰ কৰি এই কাম সমাধা কৰিব পাৰিছে। শ্ৰীশ্ৰীচণ্ডীৰ মাহাত্ম্যৰ পৰা আৰম্ভ কৰি ত্ৰয়োদশ অধ্যায়লৈকে অনুবাদ কৰিছে অনুবাদক ভট্টাচাৰ্য্যই। ত্ৰয়োদশ অধ্যায়টিক তেখেতে উপসংহাৰ আখ্যা দিছে। কিতাপখনৰ আদিতে চণ্ডীৰ বিষয় বিবৰণ, প্ৰত্যেক চৰিতৰ কাহিনীভাগ, চণ্ডীপূজা আৰু পাঠ-বিধি, ঋগ্বেদীয় দেৱীসূক্তৰ অনুবাদ, দেৱী কবচ আৰু ঋগ্বেদীয় ৰাত্ৰিসূক্তৰ অনুবাদ আদি দিয়াত গ্ৰন্থখন বুজিবলৈ সহজ হৈ পৰিছে। প্ৰতিটো মন্ত্ৰ বা শ্লোকৰ অন্বয় দেখুৱাই অনুবাদ কৰা হৈছে। অন্বয় দেখুৱাই নিদিলে সংস্কৃত শ্লোক বুজি পোৱাত কঠিন হয়। অনুবাদকে অকল অনুবাদ কৰি ক্ষান্ত থকা নাই। অনুবাদৰ লগে লগে স্বকীয় ব্যাখ্যাও সম্বলিত কৰিছে। ব্যাখ্যাও কঠিন কঠিন তত্ত্ববিলাক সহজে বুজি পোৱাকৈ কৈ গৈছে। লগতে বিশ্লেষণমূলক আৰু তুলনামূলক বিষয়বোৰ সন্নিবিষ্ট কৰি লেখকে প্ৰশংসনীয় কাম কৰিছে। ব্যাখ্যা পঢ়িলে পাঠকে অনুবাদকৰ শাস্ত্ৰজ্ঞানৰ গভীৰতা সহজে অনুমান কৰিব পাৰিব। কিয়নো ব্যাখ্যাবোৰত বেদ, উপনিষদ, দৰ্শন আৰু স্মৃতিশাস্ত্ৰ আদিৰ পৰা উদ্ধৃত পাঠ আমি দেখিবলৈ পাওঁ। শাস্ত্ৰৰ অধ্যয়ন নাথাকিলে উক্তি উদ্ধৃত কৰা সম্ভৱ নহয়। উদাহৰণ স্বৰূপে প্ৰথম অধ্যায়ৰ তৃতীয় শ্লোকৰ ব্যাখ্যাৰ পাদটীকাত শ্ৰুতিৰ পৰা উদ্ধৃত কৰা উক্তি এইদৰে পোৱা যায়—

"য এতাং মায়াশক্তিং বেদ, স মৃত্যুং জয়তি। স পাপ্মানং তৰতি। সোঽমৃতত্বং চ গচ্ছতি।"

এনে ধৰণৰ শাস্ত্ৰীয় উক্তি অনুবাদক ভট্টাচাৰ্যই ব্যাখ্যা সন্দৰ্ভত উদ্ধৃত কৰিছে। এই কথাই ভট্টাচাৰ্য্যৰ সংস্কৃত ভাষাৰ জ্ঞানৰ কথাকে সূচায়। বিজ্ঞানৰ ছাত্ৰ হৈও সংস্কৃত ভাষাত তেখেত ব্যুৎপন্ন আছিল। ইয়াৰ প্ৰমাণ আমি তেখেতৰ চণ্ডীশ্লোকৰ ব্যাখ্যাত দেখিবলৈ পাওঁ। বহু সময়ত আৰু বহু ক্ষেত্ৰত বহুতো মূল সংস্কৃত শব্দৰ ব্যুৎপত্তি ব্যাখ্যাত দেখুৱাইছে। যেনে— প্ৰথম অধ্যায়ৰ পঞ্চাশ নং শ্লোকৰ ব্যাখ্যাত 'কৈটভ' শব্দৰ উৎপত্তি এইদৰে দেখুওৱা হৈছে— "কীটৱৎ ভাতি ইতি কীটভঃ, তস্য ভাৱঃ ইতি কৈটভঃ।" অৰ্থ বহতৰ বীজেই কৈটভ। সেইদৰে মধ্যম চৰিতৰ দ্বিতীয় অধ্যায়ৰ পঁচিছ নং শ্লোকৰ ব্যাখ্যাত সাত সমুদ্ৰৰ উল্লেখ কৰোঁতে লেখকে 'সমুদ্ৰ' শব্দৰ ব্যুৎপত্তি দেখুৱাইছে— সম্-উন্দ্ + ৰক্

(✓উন্দ্ ধাতুৰ অৰ্থ আৰ্দ্ৰ কৰা)। শব্দৰ ব্যুৎপত্তি জানিলে সংস্কৃত ভাষাৰ শব্দৰ অৰ্থ বুজাটো উজু হয়।

আগতে উল্লেখ কৰা হৈছে যে পণ্ডিত ভট্টাচাৰ্য্যই ভাৰতীয় দৰ্শন-সম্প্ৰদায়সমূহৰ শাস্ত্ৰৰ উদ্ধৃতি তেখেতৰ চণ্ডীৰ ব্যাখ্যাত ঠায়ে ঠায়ে সোমাইছে। এইখিনিতে উত্তৰ চৰিতৰ পঞ্চম অধ্যায়ৰ দ্বিতীয় শ্লোকৰ ব্যাখ্যাত পাতঞ্জল যোগ-দৰ্শনৰ মূল পাঠ উদ্ধৃত কৰি ব্যাখ্যা কৰিছে। যেনে— "পাতঞ্জল যোগ-দৰ্শনত আছে— দৃগ্‌দৰ্শনশক্ত্যোৰেকাত্মেৱাস্মিতা"—দৃক্ শক্তি পুৰুষ আৰু দৰ্শন শক্তি বুদ্ধি। এই উভয়ৰ যি অভিন্নত্ব প্ৰতীতি সেয়া অস্মিতা অৰ্থাৎ বুদ্ধিয়েই আত্মাৰূপে প্ৰতিভাত হয়, তেতিয়া তাক অস্মিতা বোলা যায়। ইও এক প্ৰকাৰ ক্লেশ। ........স্থূলভাবে বুদ্ধি আৰু আত্মাৰ যি অভিন্ন প্ৰতীতি সেয়ে অস্মিতা নামক ক্লেশ। এয়ে দেৱী মাহাত্ম্যৰ (চণ্ডীৰ) ভাষাত মহাসুৰ শুম্ভ।" এনেদৰে বিভিন্ন প্ৰসঙ্গত অনুবাদক ভট্টাচাৰ্য্যই স্বকীয় ব্যাখ্যাও ভাৰতীয় দৰ্শনৰ বেদান্তাদি সম্প্ৰদায়ৰ সঙ্গতি আনি ব্যাখ্যাসমূহ তাত্ত্বিক কৰি তুলিছে। ঠাই বিশেষে আখ্যান আদিও সন্নিবিষ্ট কৰিছে। সামগ্ৰিক ভাবে শ্ৰীশ্ৰীচণ্ডীৰ যি শক্তি তত্ত্ব সেইটো সুন্দৰভাবে প্ৰকাশ কৰাত অনুবাদক সফল হৈছে। শ্ৰীশ্ৰীচণ্ডী তত্ত্ব বুজাটো সহজ নহয়। সেই তত্ত্ব আকৌ ভাষাৰে সহজবোধ্য কৰিব পৰাটো তেনেই কঠিন। শ্ৰীশ্ৰীচণ্ডীৰ অনুবাদ পঢ়ি সহজে অনুমান কৰিব পাৰি যে ভট্টাচাৰ্য্যই গ্ৰন্থখন ভালকৈ অধ্যয়ন কৰি তাৰ তত্ত্ব আয়ত্ত কৰিব পাৰিছে।

এতিয়া অনুবাদত ব্যৱহাৰ কৰা শব্দ আৰু ভাষা সম্পৰ্কে দুষাৰ কৈ থোৱা সমীচিন হ'ব। ইতিমধ্যে কোৱা হৈছে যে অনুবাদ এক জটিল কাম। মূল ভাষাত থকা ভাবটো অইন ভাষাত প্ৰকাশ কৰা বৰ কঠিন। আক্ষৰিক অনুবাদ সহজ। কিন্তু আক্ষৰিক অনুবাদে মূল ভাব প্ৰকাশ সম্যকভাবে কৰিব নোৱাৰে। সেয়ে মূল ভাষা আৰু অনুবাদ কৰিব বিচৰা ভাষা আৰু বিষয়ৰ তাত্ত্বিক জ্ঞান— এই তিনিটা যিজনৰ গাত থাকে সিজনেহে সাৰ্থক অনুবাদক হ'ব পাৰে। ভট্টাচাৰ্য্যৰ এই তিনিওটাই আছিল। যথাযথ বা সঠিক (proper) শব্দৰ যথাযথ প্ৰয়োগ কৰিব পাৰিছে ভট্টাচাৰ্য্যই।

ভট্টাচাৰ্য্য মহোদয়ৰ শ্ৰীচণ্ডীৰ অনুবাদৰ ভাষা সহজ, সৰল আৰু সাৱলীল। উপযুক্ত অসমীয়া পৰ্য্যায়বাচী শব্দৰ সহায়ত মূল সংস্কৃত শব্দৰ অৰ্থ প্ৰকাশ কৰাত অনুবাদকে সফলতা অৰ্জন কৰিছে। বাস্তবিকতে অনুবাদৰ ভাষা সুখবোধ্য হৈছে। এইখিনিতে একাদশ অধ্যায়ৰ একাদশ শ্লোকৰ ব্যাখ্যাত থকা দুটিমান শাৰী উদ্ধৃত কৰি দেখুওৱা হ'ল—

"পুৰাণ আৰু তন্ত্ৰ শাস্ত্ৰত বৰ্ণিত আছে— মহা কালীৰ পৰাই ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ জন্ম হৈছে— সঁচাকৈয়েতো মা। সৃষ্টি স্থিতি, প্ৰলয়ৰূপ তিনিবিধ

শক্তিৰ প্ৰকাশ তোমাৰ পৰাই হৈছে আৰু হৈ থাকে। এই ত্ৰিশক্তি বাস্তবিক বিভিন্ন তিনিটি শক্তি নহয়— এক মহতী চিতি শক্তিৰ তিনিবিধ স্পন্দন মাত্ৰ। সেই শক্তিৰ স্বৰূপটো যে কি সেইটো একান্ত অব্যক্ত হ'লেও, এই তিনিবিধ স্পন্দনৰ পৰাই তাৰ সত্তা উপলব্ধি কৰিব পৰা যায়।... ইত্যাদি।" ইয়াতকৈ সহজ আৰু নো কি ভাষা হ'ব পাৰে? নিশ্চিতভাবে এই ভাষা সৰল অথচ সাবলীল। গতিকে সুখপাঠ্য আৰু সুখবোধ্য।

এইখিনিতে কোৱা সমীচীন যে অসমীয়াত শ্ৰীচণ্ডীৰ অনুবাদ ভট্টাচাৰ্য্যৰ অনুবাদৰ নিচিনা এতিয়ালৈ হোৱা বুলি আমাৰ দৃষ্টিগোচৰ হোৱা নাই। সেইফালৰ পৰা ভট্টাচাৰ্য্য মহোদয়ৰ শ্ৰীচণ্ডীয়ে এক সুকীয়া স্থান পাব বুলি আমাৰ দৃঢ় বিশ্বাস। অতি সচেষ্ট হৈ বা সাৱধানতা অৱলম্বন কৰি মূল পাঠ্য আৰু অনুবাদ সমতা বজাই ৰাখিব পাৰিছে অনুবাদকে। অনুবাদকৰ এই মহান কৃতি নিঃসন্দেহে অসমীয়া সাহিত্যলৈ এক অমূল্য অৱদান। শক্তিৰ উপাসক, চণ্ডীপ্ৰেমী আৰু সংস্কৃত প্ৰেমীসকলৰ বাবেও ভট্টাচাৰ্য্য অনূদিত শ্ৰীশ্ৰীচণ্ডী উপজীব্য হৈছে। এই অনুবাদে অনুবাদকৰ শক্তি-প্ৰেম, সংস্কৃত-প্ৰেম আৰু মাতৃ ভাষাৰ প্ৰতি তেখেতৰ প্ৰীতিকে সূচাইছে। বাস্তৱিকতে এই কাৰ্য্য প্ৰশংসনীয়। আশাকৰোঁ তেখেতৰ এই গ্ৰন্থ পঢ়ি পঢ়ুৱৈ সমাজ উপকৃত হ'ব আৰু তেতিয়াহে অনুবাদকৰ প্ৰচেষ্টাই সফলতা লাভ কৰা বুলি ক'ব পৰা হ'ব। লগতে ভট্টাচাৰ্য্য মহোদয়ৰ এই মহৎ কৰ্ম প্ৰকাশ কৰি উলিয়াবৰ বাবে কৃতসঙ্কল্প তেখেতৰ পৰিয়ালবৰ্গলৈ আমাৰ অভিনন্দন থাকিল।

শেষত **"শূৰ্পৱদ্ দোষমুৎসৃজ্য গুণং গৃহ্ণন্তি সাধৱঃ।"**— এই মহৎ বাণীৰে।

গুৱাহাটী বিশ্ববিদ্যালয়
১৭/৭/২০০২

(ৰাজেন্দ্ৰ নাথ শৰ্মা)

ড° ৰাজেন্দ্ৰ নাথ শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰাক্তন মুখ্য প্ৰবক্তা।

# শ্ৰীশ্ৰীচণ্ডীৰ মাহাত্ম্য

যথাশ্বমেধঃ ক্ৰতুষু দেবানাং চ যথা হৰিঃ।
স্তবানামপি সৰ্বেষাং তথা সপ্তশতীস্তবঃ।।

যেনেকৈ অশ্বমেধ যজ্ঞ সকলো যজ্ঞৰ ভিতৰত শ্ৰেষ্ঠ, দেৱতা-সকলৰ ভিতৰত যেনেকৈ হৰি শ্ৰেষ্ঠ, সেইদৰে স্তৱসমূহৰ ভিতৰত সপ্ত শতী স্তৱ (চণ্ডী) শ্ৰেষ্ঠ।

বাচকঃ পূজিতো যেন প্ৰসন্না তস্য দেৱতা।
জ্ঞাত্বা সৰ্বসমাপ্তিঞ্চ পূজয়েদ্বাচকং বুধঃ।
আত্মানমপি বিক্ৰীয় য ইচ্ছেৎ সফলং ক্ৰতুম্।।
(বাৰাহী তন্ত্ৰ)

(দেৱী-মাহাত্ম্য শ্ৰৱণৰ ইমান মহিমা যে) যিজনে বাচকক (চণ্ডী পাঠকক) পূজা কৰে, তেওঁৰ ইষ্ট দেৱী তেওঁৰ প্ৰতি প্ৰসন্না হয়। যি ব্যক্তিয়ে স্বীয় ক্ৰতু (যজ্ঞ) সফল কৰিবলৈ ইচ্ছা কৰে, তেওঁ চণ্ডীপাঠ সমাপ্তিৰ পাছত নিজকে বিক্ৰয় কৰি হ'লেও চণ্ডী পাঠকক পূজা কৰিব।

মাহাত্ম্যং ভগৱত্যাস্তু পুৰাণাদিষু কীৰ্তিতং।
পাঠেদ্বা শৃনুয়াদ্বাপি সৰ্বকামসমৃদ্ধয়া।।
(সংবৎসৰ প্ৰদীপ)

সৰ্ব কামনা সিদ্ধিৰ নিমিত্তে মানুহে পুৰাণাদিত কীৰ্তিত দেৱী-মাহাত্ম্য (চণ্ডী) পাঠ কৰিব বা আনে পাঠ কৰা শুনিব।

কাৰাদিনুকাৰান্তো মনুঃ পৰমদুৰ্লভঃ।
(কাত্যায়নী তন্ত্ৰ)

শ্ৰীশ্ৰীচণ্ডীৰ প্ৰথম মন্ত্ৰৰ প্ৰথম শব্দ 'মাৰ্কণ্ডেয়' আৰু অন্ত মন্ত্ৰৰ অন্ত মনু— 'ম'ৰ পৰা নু পৰ্যন্ত মন্ত্ৰ (সপ্তশতী চণ্ডী) পৰম দুৰ্লভ।

সৰ্বং মমৈতন্মাহাত্ম্যং মম সন্নিধিকাৰকম্।।
পশুপুষ্পাৰ্ঘ্যধূপৈশ্চ গন্ধদীপৈস্তথোত্তমৈঃ।

বিপ্ৰাণাং ভোজনৈৰ্হোমৈঃ প্ৰোক্ষণীয়ৈৰহৰ্নিশম।
অন্যৈশ্চ বিবিধৈৰ্ভোগৈঃ প্ৰদানৈৰ্বৎসৰেণযা।
প্ৰীতিৰ্মে ক্ৰিয়তে সাস্মিন্ সকৃৎ সুচৰিতে শ্ৰুতে।।
(দেৱীৰ উক্তি, শ্ৰীশ্ৰীচণ্ডী, ১২।২০-২১)

মোৰ এই মাহাত্ম্য পাঠেই মোৰ সান্নিধ্য- কাৰক। এক বছৰ কাল যথাবিধি উত্তম পশু-বলি, পুষ্প, অৰ্ঘ্য, ধূপ, গন্ধ, দীপ, ব্ৰাহ্মণ, ভোজন, হোম, পঞ্চামৃতাদি অভিষেকদ্ৰব্য আৰু অন্যান্য ভোগ-সাধন দ্ৰব্যেৰে মোৰ যি প্ৰীতি হয়, মোৰ এই উৎকৃষ্ট মাহাত্ম্য এবাৰ মাত্ৰ শ্ৰৱণ (বা পাঠ) কৰিলে মোৰ তাদৃশী প্ৰীতি হয়।

# চণ্ডীৰ বিষয়-বিৱৰণ

## প্ৰথম অধ্যায় (প্ৰথম চৰিত)

## মধুকৈটভ বধ

স্বাৰোচিষ মনুৰ অধিকাৰৰ যুগত চৈত্ৰ বংশজাত ৰজা সুৰথে ৰাজত্ব কৰিছিল। তেওঁ প্ৰজাবিলাকক পুত্ৰৰ দৰে প্ৰতিপালন কৰিছিল। এনে সময়ত যবন ৰজাবিলাকে তেওঁক আক্ৰমণ কৰিলে। এই যবন ৰজাসকলেই তেওঁৰ কোলা নামে আন এটি ৰাজধানী পূৰ্বে ধ্বংস কৰি পেলাইছিল। তাৰ পাছত তেওঁ নিজৰ ৰাজধানীত আহি প্ৰজাপালন কৰি আছিল। তাতো আহি তেওঁক আক্ৰমণ কৰি পৰাস্ত কৰে। ৰজা সুৰথ নিজৰ আধিপত্যৰ পৰা বঞ্চিত হোৱাত মৃগয়াৰ ছল কৰি এটি ঘোঁৰাত উঠি বনলৈ যায়। বনৰ ভিতৰত তেওঁ এটি বৰ মনোৰম আশ্ৰম দেখা পালে।

সেই আশ্ৰম আছিল মেধস্ মুনিৰ আশ্ৰম। সেই আশ্ৰমৰ শোভা দেখি ৰজা সুৰথে বৰ প্ৰীতি লাভ কৰিলে। তাত তেওঁ দেখা পালে যে হিংস্ৰ জন্তুবিলাকৰ হিংসা বৃত্তি নাই। ৰজাই সেই আশ্ৰমৰ চাৰিওফালে ইতস্ততঃ ঘূৰি ফুৰিছে আৰু মনে মনে চিন্তা কৰিছে যে তেওঁৰ ৰাজধানী তেওঁৰ পূৰ্বপুৰুষসকলে বহুকালৰ পৰা প্ৰতিপালন কৰি আহিছে। সেই ৰাজধানী দুৰ্বৃত্ত মন্ত্ৰী আৰু অমাত্যসকলৰ হস্তগত হৈছে, সিহঁতে এতিয়া সেই ৰাজধানী ধৰ্মতঃ প্ৰতিপালন কৰিছে নে নাই আৰু তেওঁৰ মদস্ৰাৱী হাতীটো শত্ৰুৰ বশীভূত হৈ কেনে আছে? আৰু ভাবিছে যে তেওঁ বহু কষ্টে ধন-ৰত্ন সঞ্চয় কৰিছিল; সেই ধন-ৰত্নবিলাক অমিতব্যয়ী অমাত্যসকলে ব্যয় কৰি ধনৰ ভঁৰাল শূন্য কৰি পেলাব ধৰিছে। এইদৰে তেওঁ নানা প্ৰকাৰ চিন্তা কৰিব ধৰিছে; এনেতে সেই বনতে সমাধি নামে এজন বণিকৰ লগত তেওঁৰ সাক্ষাৎ হয়। সেই বণিকেও বহু অৰ্থ সঞ্চয় কৰিছিল; কিন্তু তেওঁৰ স্ত্ৰী-পুত্ৰই তাক আত্মসাৎ কৰি তেওঁক খেদি দিছে। সেই কাৰণে তেওঁ বনলৈ আহিছে। ৰজা আৰু বণিক উভয়ৰে হৃদয়ৰ বেদনা একে ধৰণৰ। তেওঁলোক দুয়ো পৰস্পৰ কথোপকথন আৰম্ভ কৰে যে যিবিলাকে পিতৃস্নেহ, পতিস্নেহ ত্যাগ কৰি তেওঁলোকক খেদি দিছে, সেইবিলাকৰে মায়াত তেওঁলোকৰ প্ৰাণ কিয় কান্দি উঠিছে, কিয় আকুল হৈছে? উভয়ে পৰামৰ্শ কৰি তাৰ কাৰণ অনুসন্ধানৰ বাবে সেই আশ্ৰমৰ মেধস্ ঋষিৰ ওচৰত উপস্থিত হয় আৰু প্ৰণিপাত কৰি ঋষিৰ চৰণপ্ৰান্তত হৃদয়ৰ বেদনা বিজ্ঞাপিত কৰে। ৰজা সুৰথে ঋষিৰ ওচৰত নিবেদন কৰিছে যে তেওঁ জানে যে মমতাই মানসিক দুখৰ কাৰণ, কিন্তু তেওঁ নিজৰ চিত্তক সংযত কৰিব নোৱাৰি যি ৰাজ্যৰ পৰা তেওঁ বিচ্যুত হৈছে সেই ৰাজ্য আৰু ৰাজ্যাঙ্গৰ প্ৰতি মমতা ত্যাগ কৰিব পৰা নাই কিয়? আৰু কৈছে যে এই বৈশ্যও স্ত্ৰী-পুত্ৰ, আনকি ভৃত্যসকলৰ দ্বাৰাও বহিষ্কৃত হৈছে। স্বজনবিলাকে তেওঁক পৰিত্যাগ কৰিছে, তথাপি এই ব্যক্তি স্ত্ৰী-পুত্ৰাদিৰ প্ৰতি অতি স্নেহপৰায়ণ হৈছে কিয়? হে মহাভাগ! মই আৰু এওঁ উভয়েইতো

জ্ঞানী, তথাপি এই মোহ আমাৰ কিয় হৈছে? ঋষিয়ে উত্তৰ দিছে যে তোমালোকৰ জ্ঞান অল্প। যিসকল প্ৰকৃত জ্ঞানী, তেওঁলোকৰ চিত্তকো মহামায়াই বলপূৰ্বক মোহগ্ৰস্ত কৰে।

ৰজা আৰু বণিকে সুধিলে—মহামায়া কোন? তেওঁৰ উৎপত্তি ক'ত? তেওঁৰ কাৰ্য কি? ঋষিয়ে ক'লে—তেওঁ নিত্যা, তেওৰ জন্ম বা মৰণ নাই; তথাপি তেওঁৰ লীলা আৰু ৰূপ সম্পৰ্কে মই যৎকিঞ্চিৎ বৰ্ণনা কৰোঁ শুনা।

"প্ৰলয় কালত যেতিয়া সমস্ত পৃথিৱী জলময় হৈ আছিল, তেতিয়া কাৰণ-অৰ্ণৱত যোগনিদ্ৰাত নিমগ্ন বিষ্ণুৰ কাণৰ পৰা মল বাহিৰ হয় আৰু সেই মলৰ পৰা মধু আৰু কৈটভ নামে প্ৰবল পৰাক্ৰান্ত দুই অসুৰ উৎপন্ন হৈ ব্ৰহ্মাক হত্যা কৰিবলৈ উদ্যত হ'ল। ব্ৰহ্মা আছিল বিষ্ণুৰ নাভি পদ্মত। প্ৰজাপতি প্ৰভু ব্ৰহ্মাই বিষ্ণুক যোগনিদ্ৰামগ্ন দেখি আৰু উগ্ৰ অসুৰ দুজন ওচৰ চাপি অহা দেখি বিষ্ণুৰ জাগৰণৰ কাৰণে বিষ্ণুৰ নয়নাশ্ৰিতা অতুলা তামসী শক্তি বিশ্বেশ্বৰী জগদ্ধাত্ৰী স্থিতিসংহাৰকাৰিণী ভগৱতী যোগনিদ্ৰাৰ স্তৱ কৰিব ধৰিলে। স্তৱত সন্তুষ্ট হৈ যোগনিদ্ৰা বিষ্ণুৰ নেত্ৰ ত্যাগ কৰিলে, জগন্নাথ জনাৰ্দনে দেখা পালে যে ক্ৰোধত আৰক্ত লোচন হৈ মধু আৰু কৈটভে ব্ৰহ্মাক বধ কৰিবলৈ উদ্যত হৈছে।"

তেতিয়া জগৎ-প্ৰভু ভগৱান বিষ্ণু সম্যকৰূপে গাত্ৰোত্থান কৰি পাঁচহাজাৰ বছৰ সিহঁতৰ লগত বাহুযুদ্ধ কৰিলে। তাৰ পাছত সেই অতি বল-গৰ্বিত অসুৰ দুজনে মহামায়াৰ দ্বাৰা বিমোহিত হৈ বিষ্ণুক ক'লে যে আমি তোমাৰ যুদ্ধত সন্তুষ্ট হৈছোঁ—বৰ লোৱা। ভগৱান বিষ্ণুৱে ক'লে যে তোমালোকে যদি মোৰ যুদ্ধত তুষ্ট হৈছা তেন্তে তোমালোক দুয়ো এই মুহূৰ্ততে মোৰ বধ্য হোৱা—এয়ে মোৰ একান্ত অভিপ্ৰায়। এতিয়া মোৰ অন্য বৰৰ প্ৰয়োজন কি?

মহামায়াৰ দ্বাৰা এইদৰে বিমোহিত অসুৰ দুজনে তেতিয়া সমগ্ৰ বিশ্ব কাৰণ জলত মগ্ন দেখি কমললোচন বিষ্ণুক ক'লে যে আমি তোমাৰ যুদ্ধত উভয়ে প্ৰীতি লাভ কৰিছোঁ। তোমাৰ হাতত আমাৰ মৃত্যু শ্লাঘাৰ বিষয়। পৃথিৱীৰ যি ঠাই জল-প্লাৱিত হোৱা নাই তাতেই আমাক দুয়োকো বিনাশ কৰা। শঙ্খ, চক্ৰ আৰু গদাধাৰী বিষ্ণুৱে "সেয়ে হওক" বুলি দুয়োজন অসুৰকে নিজৰ উৰুত থৈ সুদৰ্শন চক্ৰৰ দ্বাৰা ছেদন কৰিলে।

ব্ৰহ্মাই স্তৱ কৰাত মহামায়া স্বয়ং এইদৰে আবিৰ্ভূতা হৈছিল। মেধস্ ঋষিয়ে সুৰথ ৰজাৰ ওচৰত কৈছিল যে এই দেৱীৰ আবিৰ্ভাৱ পুনৰায় তোমাৰ ওচৰত বৰ্ণনা কৰোঁ—শুনা।

# ২য়, ৩য়, ৪ৰ্থ অধ্যায়
# মধ্যম চৰিত

দ্বিতীয় অধ্যায়ত মহিষাসুৰ সৈন্য বধ। পুৰাকালত মহিষাসুৰ নামে এক দৈত্যই দেৱতাসকলৰ লগত এশ বছৰ পৰ্যন্ত যুদ্ধ কৰি ইন্দ্ৰত্ব কাঢ়ি লয়। ইন্দ্ৰ আদি দেৱতাসকলে ধৰাধামত মৰ্ত্তবাসীৰ দৰে বিচৰণ কৰিব ধৰিলে। অত্যন্ত দুখিত হৈ দেৱতাসকলে ব্ৰহ্মাক লগত লৈ শিৱ আৰু বিষ্ণুৰ ওচৰত উপস্থিত হ'ল। অসুৰৰ কাৰ্যকলাপ শুনি শিৱ আৰু বিষ্ণুৱে ক্ৰোধান্বিত হৈ ভ্ৰূকুটি কৰি মুখ বিস্তাৰ কৰিলে। তেতিয়া উভয়ৰ মুখৰ পৰা অসীম তেজঃপুঞ্জও নিষ্ক্ৰান্ত হয়। ক্ৰমে আন আনবিলাক দেৱতাৰ মুখৰপৰাও তেজ নিষ্ক্ৰান্ত হয় আৰু জ্বলন্ত পৰ্বতৰ দৰে তেজঃপুঞ্জ স্ত্ৰী-মূৰ্ত্তিত পৰিণত হয়। শম্ভুৰ তেজত মুখ, বিষ্ণুৰ তেজত (তেজ মানে শক্তি) বাহু, যমৰ তেজত চুলি, ব্ৰহ্মাৰ তেজত ভৰি, সূৰ্যৰ তেজত আঙুলি ইত্যাদি ৰূপে সেই স্ত্ৰী-মূৰ্ত্তি গঠিত হয়। দেৱতাসকলে নিজৰ নিজৰ শক্তি আৰু অস্ত্ৰৰ দ্বাৰা সেই দেৱীক ভূষিত কৰে। শিৱে দিলে শূল, বিষ্ণুই দিলে চক্ৰ, ইন্দ্ৰই দিলে বজ্ৰ, বৰুণে দিলে শঙ্খ, অগ্নিয়ে দিলে শক্তি আৰু অন্যান্য দেৱতাসকলে নানাবিধ অস্ত্ৰ-শস্ত্ৰ দিলে। এইদৰে জগন্মোহিনী শক্তি মূৰ্ত্তিৰ সৃষ্টি হয়।

হিমালয়ে দেৱীৰ বাহন সিংহ দিলে। সেই সিংহৰ কান্ধত উঠি দেৱীয়ে দেৱতাৰ পৰম শত্ৰু মহিষাসুৰৰ সৈন্যবিলাকৰ সহিত যুদ্ধ আৰম্ভ কৰে। দেৱী একাকিনী আৰু অসুৰ সৈন্য অসংখ্য; এইবাবে দেৱীয়ে নিঃশ্বাস এৰিলে। সেই নিঃশ্বাসৰ পৰা বহু শ প্ৰমথ সৈন্য উৎপন্ন হ'ল। প্ৰমথসকলেও অস্ত্ৰে-শস্ত্ৰে পৰিবৃত হৈ যুদ্ধ আৰম্ভ কৰে। দেৱী যুদ্ধ অতি ভয়ানক। সেই যুদ্ধত মহিষাসুৰৰ সৈন্যবিলাক নিহত হয়।

**তৃতীয় অধ্যায়ত মহিষাসুৰ বধ।**

দেৱী আৰু প্ৰমথবিলাকৰ যুদ্ধত মহিষাসুৰ অত্যন্ত ব্যতিব্যস্ত হৈ পৰে। মহিষাসুৰে প্ৰথমতে মহিষৰ ৰূপ লয়, তাৰ পাছত সিংহৰ আকৃতি ধৰে, তাৰ পাছত মহান হাতী হয় আৰু তাৰ পাছত পুনৰ্বাৰ মহিষৰ দেহ ধাৰণ কৰি মায়াবী মহিষাসুৰে দেৱীৰ লগত মহাযুদ্ধ কৰি পৰিশেষত দেৱীৰ অস্ত্ৰত নিহত হয়।

**চতুৰ্থ অধ্যায়ত শক্ৰাদি স্তুতি।**

মহিষাসুৰৰ বধত দেৱতাসকল পৰম সন্তুষ্ট হয় আৰু দেৱীৰ বহুবিধ স্তৱ কৰে। দেৱী সন্তুষ্টা হৈ যেতিয়াই আৱশ্যক হয়, তেতিয়াই দেৱতাসকলক ৰক্ষা কৰিব বুলি আশ্বাস দিয়ে।

# ৫ম, ৬ষ্ঠ, ৭ম, ৮ম, ৯ম, ১০ম, ১১শ, ১২শ, ১৩শ অধ্যায়

## উত্তৰ চৰিত

পঞ্চম অধ্যায়ত দেৱী আৰু দূতৰ কথোপকথন।

পুৰাকালত শুম্ভ আৰু নিশুম্ভ নামে দুজন পৰম পৰাক্ৰমশালী দৈত্যই ইন্দ্ৰৰ ইন্দ্ৰত্ব কাঢ়ি লয়। তেতিয়া ইন্দ্ৰাদি দেৱতাসকলে দেৱীৰ পূৰ্ব্বৰ বৰ আৰু প্ৰতিশ্ৰুতি অনুসাৰে হিমালয়ত গৈ দেৱীৰ নানাবিধ স্তুতি কৰে। স্তৱত তুষ্টা হৈ দেৱীয়ে দেৱতাসকলক অভয় দিয়ে; এনে অৱস্থাত শুম্ভ আৰু নিশুম্ভৰ ভৃত্য চণ্ড আৰু মুণ্ডই দেৱীৰ ভুৱনমোহিনী মূৰ্তি দেখা পাই দৈত্যৰাজ শুম্ভ আৰু নিশুম্ভক ক'লে যে আপোনালোকে এওঁক স্ত্ৰীৰূপে গ্ৰহণ কৰক।

ইয়াকে শুনি শুম্ভ আৰু নিশুম্ভই সুগ্ৰীৱ নামেৰে এজন দূত দেৱীৰ ওচৰলৈ পঠায়। দূতে গৈ শুম্ভ আৰু নিশুম্ভক পতিত্ব বৰণ কৰিবলৈ দেৱীক অনুৰোধ কৰে। দেৱীয়ে উত্তৰ দিলে যে মোৰ লগত যুদ্ধত জয়ী হ'ব নোৱাৰিলে মই কাকো পতিৰূপে বৰণ কৰিব নোৱাৰোঁ—এয়ে মোৰ পূৰ্ব্বৰ প্ৰতিজ্ঞা।

ষষ্ঠ অধ্যায়—এই কথা শুনি দৈত্যৰাজে দেৱীক বলেৰে ধৰি আনিবলৈ ধূম্ৰলোচনক পঠালে। দেৱীয়ে হুঙ্কাৰৰ দ্বাৰা ধূম্ৰলোচনক বধ কৰিলে।

সপ্তম অধ্যায়ত—দৈত্যৰাজ শুম্ভই চণ্ড আৰু মুণ্ডক যুদ্ধ কৰিবলৈ পঠায়। দেৱীৰ লগত যুদ্ধ কৰি সিহঁত নিহত হয়।

অষ্টম অধ্যায়ত দৈত্যৰাজৰ প্ৰধান সৈন্য ৰক্তবীজৰ লগত দেৱীৰ যুদ্ধ আৰু ৰক্তবীজ বধ। এই যুদ্ধ বৈচিত্ৰ্যময়।

নৱম অধ্যায়ত—নিশুম্ভ বধ।

দশম অধ্যায়ত—শুম্ভ বধ।

একাদশ অধ্যায়ত—ইন্দ্ৰাদি দেৱতাসকলৰ দ্বাৰা দেৱীক স্তুতি।

দ্বাদশ অধ্যায়ত ভগৱতীৰ আশ্বাস বাক্য প্ৰদান।

এয়োদশ অধ্যায়ত—ৰজা সুৰথ আৰু সমাধি বৈশ্য দেৱীৰ অৰ্চনা কৰি দেৱীৰ সান্নিধ্য লাভ আৰু বৰ লাভ কৰে। উভয়ে দেৱীৰ আৰাধনাত কৃতকৃত্য হয়। এয়ে দেৱী মাহাত্ম্য।

## চণ্ডীৰ ষট্‌সংবাদ কথা

মেধাস্তু কথয়ামাস সুৰথায় সমাধয়ে।
সা কথা কথিতা পশ্চাৎ মাৰ্কণ্ডেয়েন ভাগুৰৌ।। ১।।
তামেৱ কথয়ামাসুঃ পক্ষিণো জৈমিনিং প্ৰতি।
অনেনৈৱ বিধানেন কথাঃ ষড়্‌বিধিকা মতাঃ।। ২।।
(এষা ষট্‌সংবাদ কথা সপ্তশত্যাঃ পুৰাতনীতি বা)

মেধা ঋষি ৰজা সুৰথ আৰু সমাধি বৈশ্যক যি চণ্ডীকথা কৈছিল, সেই কথা পাছত মাৰ্কণ্ডেয় মুনি নিজৰ শিষ্য ভাগুৰি মুনিক কয়। ভাগুৰিয়ে কোৰা বিৰবণ দ্ৰোণ মুনিৰ চাৰি পুত্ৰই (অভিশাপত পক্ষীযোনি প্ৰাপ্ত পিঙ্গাখ্য, বিৰাধ, সুপুত্ৰ আৰু সুমুখ) ব্যাস শিষ্য মহৰ্ষি জৈমিনিক কয়। এইদৰে চণ্ডীৰ ষট্ সংবাদ কথা পৰম্পৰাক্ৰমে প্ৰচলিত হৈ আহিছে।

পুৰা কালত জৈমিনিয়ে তেওঁৰ গুৰু ব্যাসদেৱৰ ওচৰত সমস্ত ধৰ্মতত্ত্ব শুনাৰ পাছত ব্ৰহ্মতত্ত্ব-জিজ্ঞাসু হৈ মাৰ্কণ্ডেয় মুনিক কেইটিমান প্ৰশ্ন কৰে। (অনামতে মহাভাৰত পাঠ শেষ কৰি কেইটিমান বিষয়ে সন্দিহান হৈ নিজৰ গুৰুৰ ওচৰলৈ যায়। কিন্তু ব্যাসদেৱৰ অৱসৰ নথকাত তেওঁ নিজৰ শিষ্য মাৰ্কণ্ডেয়ৰ ওচৰলৈ যাবলৈ কয়।) সময় নথকাত মাৰ্কণ্ডেয়ই জৈমিনিক ক'লে- "মোৰ সময় নাই। তুমি বিন্ধ্যাচলত পক্ষীৰূপধাৰী মুনি পুত্ৰসকলৰ ওচৰলৈ যোৱা।" পক্ষী চাৰিটাই জৈমিনিৰ প্ৰশ্নৰ উত্তৰত ব্ৰহ্মময়ী দেৱীৰ মাহাত্ম্য কীৰ্তন কৰে।

## চণ্ডী পূজা আৰু পাঠবিধি

সংযত ব্যক্তি কৃত-নিত্য-ক্ৰিয় হৈ আচমন, শিখা বন্ধন, তিলক ধাৰণ, বিষ্ণু স্মৰণ আৰু গন্ধাদিৰ অৰ্চনা কৰি শালগ্ৰাম চক্ৰত বা জলত গন্ধ-পুষ্পাদিৰ দ্বাৰা গণেশ, নাৰায়ণ, গুৰু, আদিত্যাদি নৱগ্ৰহ ব্ৰাহ্মণ আৰু সূৰ্যৰ পূজা কৰি অৰ্ঘ্য লৈ "ওঁ সূৰ্য্য ভট্টাৰকায় নমঃ" মন্ত্ৰেৰে সূৰ্য্যক অৰ্ঘ্য দিব। তাৰ পাছত যথাবিধি স্বস্তি-বাচন কৰি সংকল্প কৰিব। যথা—বিষ্ণুৰোঁ তৎসদদ্য অমুকে মাসি অমুকে পক্ষে অমুকতিথৌ অমুকগোত্ৰঃ শ্ৰীঅমুক দেৱশৰ্মা (পৰাৰ্থে অমুক গোত্ৰস্য শ্ৰীঅমুকস্য) সৰ্বাপচ্ছান্তিপূৰ্বক মনোভীষ্ট সিদ্ধিকামঃ (শ্ৰীচণ্ডিকা প্ৰীতি কামঃ বা) শ্ৰীকৃষ্ণদ্বৈপায়নাভিধান মহৰ্ষি-বেদব্যাস-প্ৰোক্ত-জয়াখ্য-মাৰ্কণ্ডেয় পুৰাণান্তৰ্গত "ওঁ সাৱৰ্ণিঃ সূৰ্য্য তনয় ইত্যাদি সাৱৰ্ণি ভবিতা মনুৰিত্যন্তং সকৃৎ (দুই ৰূপ, তিনি ৰূপ ইত্যাদি পাঠৰ সংকল্পত— দ্বিঃ, ত্ৰিঃ, চতুঃ, পঞ্চকৃত্বঃ ইত্যাদি বুলিব) দেৱীমাহাত্ম্যমহং পঠিষ্যে (পৰাৰ্থে পঠিষ্যামি)।"

সংকল্প কৰাৰ পাছত (ঘটত পূজা কৰিব লাগিলে এই সময়ত তান্ত্ৰিক ঘট স্থাপন কৰিব) তান্ত্ৰিক আচমন, সামান্যাৰ্ঘ্য, আসন শুদ্ধি, কৰশুদ্ধি, ভূতাপসাৰণ, ভূতশুদ্ধি, মাতৃকান্যাস আদি কৰি 'হ্ৰীং' মন্ত্ৰৰ দ্বাৰা তিনিবাৰ প্ৰাণায়াম কৰি ঋষ্যাদি ন্যাস, মাহাত্ম্য ন্যাস, কৰন্যাস আৰু অঙ্গন্যাস কৰিব।

**ঋষ্যাদি ন্যাস ঃ** তস্য সপ্তশতীস্তোত্ৰস্য নাৰদঋষিঃ গায়ত্ৰীচ্ছন্দো দক্ষিণা মূৰ্তিদেৱতা হ্ৰীং বীজং স্বাহা শক্তিৰ্মমেষ্টসিদ্ধ্যৰ্থে বিনিয়োগঃ।

মস্তকে—ওঁ নাৰদায় ঋষয়ে নমঃ। মুখে—ওঁ গায়ত্ৰীচ্ছন্দসে নমঃ। হৃদয়ে—ওঁ দক্ষিণা মূৰ্তিদেৱতায়ৈ নমঃ। গুহ্যে—ওঁ হ্ৰীং বীজায় নমঃ। পাদদ্বয়ে—ওঁ স্বাহা শক্তয়ে নমঃ।

**মাহাত্ম্য ন্যাস ঃ** ব্রহ্মৰন্ধ্রে—মধুকৈটভ বধমাহাত্ম্যায় নমঃ। সীমন্তে—মহিষাসুৰ সৈন্যবধ মাহাত্ম্যায় নমঃ। ভ্ৰূমধ্যে—মহিষাসুৰ বধমাহাত্ম্যায় নমঃ। নেত্রে—শক্রাদি স্তুতি মাহাত্ম্যায় নমঃ। মুখে—দেব্যা দূতসংবাদ মাহাত্ম্যায় নমঃ। কর্ণে—ধূম্রলোচন-বধ মাহাত্ম্যায় নমঃ। হৃদয়ে—চণ্ডমুণ্ডবধ-মাহাত্ম্যায় নমঃ। নাভৌ—ৰক্তবীজ বধ মাহাত্ম্যায় নমঃ। লিঙ্গে—নিশুম্ভ বধ মাহাত্ম্যায় নমঃ। গুহ্যে—শুম্ভবধ মাহাত্ম্যায় নমঃ। জানুদ্বয়ে—দেবস্তুতি মাহাত্ম্যায় নমঃ। গুল্ফে—ফলশ্রুতি মাহাত্ম্যায় নমঃ। পাদে—বৰদান মাহাত্ম্যায় নমঃ।

**কৰাঙ্গ ন্যাস ঃ** যম্মোহো জ্ঞানিনোৰপি অঙ্গুষ্ঠাভ্যাং নমঃ। নিদ্রাং ভগৱতীং তর্জনীভ্যাং স্বাহা। জয়েতি দেবাশ্চ মুদা মধ্যমাভ্যাং বষট্। আজঘান ভুজে সব্যে অনামিকাভ্যাং হুং। হতে তস্মিন্ মহাবীর্য্যে কনিষ্ঠ্যাভ্যাম্ বৌষট্। নীতা দিবং ৰিপুগণা সন্ত্রায় ফট্।

**অঙ্গন্যাস ঃ** সম্মোহো জ্ঞানিনোৰপি হৃদয়ায় নমঃ ইত্যাদি ক্রমে শিৰসে স্বাহা, শিখায়ৈ বষট্, কবচায় হুং, নেত্রত্রয়ায় বষট্, কৰতলপৃষ্ঠাভ্যাং অস্ত্রায় ফট্।

অথবা—হ্রাং অঙ্গুষ্ঠাভ্যাং নমঃ। হ্রীং তর্জ্জনীভ্যাং স্বাহা। এইদৰে হ্রীং হৃদয়ায় নমঃ ইত্যাদি মন্ত্রে কৰাঙ্গন্যাস বিধেয়।

**ব্যাপক ন্যাস ঃ** তাৰ পাছত হ্রীং মন্ত্রে সাতবাৰ ব্যাপক ন্যাস কৰি কূর্মমুদ্রা যোগে সচন্দন ৰক্তপুষ্প লৈ দেবীৰ ধ্যান কৰিব।

ধ্যান (১) **ওঁ মধ্যে সুধাব্ধি-মণি মণ্ডপ ৰত্নবেদী-**
**সিংহাসনো পৰিগতাং পৰিপীতবর্ণনাম্।**
**পীতাম্বৰাং কনকভূষণ মাল্যশোভাং***
**দেবীং ভজামি ধৃত-মুদগৰ বৈৰিজিহ্বাম্।।**

অথবা (২) **ওঁ বিদ্যুদ্দাম সমপ্রভাং মৃগপতি স্কন্ধস্থিতাং ভীষণাং,**
**কন্যাভিঃ কৰবলে-খেট-বিলসদ্ধস্তাভিৰাসেবিতাম্।**
**হস্তৈশ্চক্রধৰালি-খেট বিশিখাংশ্চাপং গুণং তর্জনীং,**
**বিভ্রাণামনলাত্মিকাং শশিধৰাং দুর্গাং ত্রিনেত্রাং ভজে।।**

অথবা (৩) **বন্ধুক-কুসুমাভাসাং পঞ্চ মুণ্ডাধিবাসিনীম্**
**স্ফুৰচ্চন্দ্রকলা-ৰত্ন-মুকুটাং মুণ্ডমালিনীম্।**
**ত্রিনেত্রাং ৰক্তবসনাং পীনোন্নতঘটস্তনীম্**
**পুস্তকঞ্চাক্ষ-মালাঞ্চ বৰঞ্চাভয়কং ক্রমাৎ।।**
**দধতীং সংস্মৰেন্নিত্যমুত্তৰাম্নায় মানিতাম্।**

অথবা (৪) **কালীং ৰত্ন-নিবদ্ধ-নূপুৰ-লসৎ-পাদাম্বুজামিন্দৰা**
**কাঞ্চীৰত্নদুকূল-হাৰললিতাং নীলাং ত্রিনেত্রোজ্জ্বলাম্।।**

---

* **কনকমাল্যবিভূষিতাঙ্গীং ইতি বা।**

শূলাদ্যস্ত্র সহস্রমণ্ডিত-ভুজামুত্তুঙ্গ-পীনস্তনীং
আবদ্ধামৃতৰশ্মি-ৰত্নমুকুটাং বন্দে মহেশপ্রিয়াম্।।

অথবা (৫) যা চণ্ডী মধুকৈটভাদি দৈত্যদলনী-যা মাহিষোন্মূলিনী
যা ধূম্রেক্ষণ চণ্ড-মুণ্ড-মথনী যা ৰক্তবীজাশনী।
শক্তিঃ শুম্ভ-নিশুম্ভ-দৈত্যদলনী যা সিদ্ধিদাত্রীপৰা
সা দেৱী নৱকোটি মূৰ্ত্তি-সহিতা মাং পাতু বিশ্বেশ্বৰী।।

[ধ্যান মন্ত্ৰৰ অৰ্থ ঃ

(১) অমৃত সাগৰৰ মাজত মণি-মণ্ডপস্থ ৰত্নবেদীস্থিত সিংহাসনত সমাসীনা উত্তম পীতবৰ্ণা পীতবস্ত্ৰ পৰিহিতা স্বৰ্ণালঙ্কাৰ আৰু মাল্য শোভিতা, হাতত মুদগৰ আৰু শত্ৰুৰ জিহ্বাধাৰিণী দেৱীক ভজনা কৰোঁ।

(২) বিদ্যুৎ-মালাৰ ন্যায় প্ৰভাময়ী, সিংহপৃষ্ঠত আৰূঢ়া, ভীষণা কৰবাল আৰু খেট-ধৃত-হস্তযুক্তা, কন্যা (মাতৃকা)সকলৰ দ্বাৰা সেৱিতা, হাতত চক্ৰ, ধৰালি, খেট (ঢাল), বিশিখসমূহ, চাপ, গুণ আৰু তৰ্জনী মুদ্ৰাধাৰিণী, শশিধৰা, অনলস্বৰূপা ত্ৰিনেত্ৰা দেৱীৰ ধ্যান কৰোঁ।

(৩) যি দেৱী বন্ধুক নামক ৰক্তপুষ্প বৰ্ণা আৰু শিৰৰ ওপৰত সংস্থিতা, উদীয়মান চন্দ্ৰকলা যাৰ মুকুট ৰত্নৰূপে বিৰাজিত, যি দেৱী নৰ-মুণ্ডমালা শোভিতা আৰু উন্নত খটব্য স্তনযুগলসংযুক্তা, যি দেৱী ত্ৰিনয়না আৰু ৰক্তবসনা। যি দেৱীয়ে হাতত যথাক্ৰমে পুস্তক আৰু ৰুদ্ৰাক্ষমালা, বৰমুদ্ৰা আৰু অভয়মুদ্ৰা ধাৰণ কৰে সেই আগম শাস্ত্ৰ প্ৰতিপাদ্যা মহাদেৱীক নিত্য উত্তমৰূপে ধ্যান কৰিব লাগে।

(৪) যাৰ পাদ-পদ্মযুগল ৰত্নখচিত নূপুৰেৰে শোভিত, যি দেৱী মনোভীষ্ট দায়িনী, যি দেৱী মেখলা, ৰত্নময় বস্ত্ৰ আৰু মণিহাৰ পৰিহিতা, যি দেৱী নীলবৰ্ণা, ত্ৰিনয়নোজ্জ্বলা, সহস্ৰভুজত শূলাদি অস্ত্ৰধাৰিণী আৰু উৰ্দ্ধমুখ স্তনযুগল শোভিতা আৰু যি দেৱী অমৃতবৰ্ষিণী ৰশ্মিযুক্তা ৰত্নখচিত মুকুটধাৰিণী সেই শিৱপ্ৰিয়া কালীক বন্দনা কৰোঁ।

(৫) যি চণ্ডিকা মধুকৈটভাদি দৈত্যনাশিনী, যি দেৱী মহিষাসুৰ নাশিনী, ধূম্ৰলোচন-চণ্ড-মুণ্ড-অসুৰ সংহাৰিণী, ৰক্তবীজ ভক্ষয়িত্ৰী, যি মহাশক্তি শুম্ভ-নিশুম্ভাসুৰ বিনাশিনী আৰু শ্ৰেষ্ঠা সিদ্ধিদাত্ৰী আৰু ন কোটি সহচৰী পৰিবৃত্তা হৈ থাকে সেই জগদীশ্বৰী দেৱীয়ে মোক পালন কৰক।

এইদৰে ধ্যান কৰি নিজৰ মস্তকত পুষ্প থৈ মানসোপচাৰে পূজা কৰি বিশেষাৰ্ঘ্য স্থাপন কৰিব। তাৰ পাছত পুনৰায় পুষ্প লৈ ধ্যান কৰি সেই পুষ্প ঘটত বা পুস্তকত দি আবাহন কৰিব। (শালগ্ৰামত বা জলত পূজা কৰিলে আবাহনৰ আৱশ্যক নাই)

আবাহন—ওঁ হ্ৰীং চণ্ডীকে দেৱী ইহাগচ্ছ ইহাগচ্ছ; ইহ তিষ্ঠ ইহ তিষ্ঠ; ইহ সন্নিধেহি, ইহ সন্নিৰুধ্যস্ব; অত্ৰাধিষ্ঠানং কুৰু, মম পূজাং গৃহাণ।

অথবা

দক্ষিণা মূৰ্তি দেবতে ইহাগচ্ছ আগচ্ছ ইত্যাদিৰূপে আবাহন কৰিব। তাৰ পাছত কৃতাঞ্জলি হৈ মন্ত্ৰপাঠ কৰিব—

**মন্ত্ৰযথা—ওঁ দেবেশি ভক্তিসুলভে পৰিবাৰ-সমন্বিতে।**

**যাবত্ত্বাং পূজয়িষ্যামি তাবত্ত্বং সুস্থিৰা ভব।।**

তাৰ পাছত গণেশাদিৰ পূজা কৰি দেবীৰ ধ্যান কৰি পুনৰায় দেবীৰ ধ্যান কৰি ওঁ হ্ৰীং স্বাহা ওঁ এতৎ আসনং ওঁ শ্ৰীদক্ষিণামূৰ্ত্তয়ে নমঃ।

অথবা

"ওঁ হ্ৰীং চণ্ডিকায়ৈ নমঃ" মন্ত্ৰৰ দ্বাৰা যথাশক্তি উপচাৰৰ দ্বাৰা পূজা কৰিব। তাৰ পাছত "ওঁ আৱৰণ দেৱতাভ্যো নমঃ" এই মন্ত্ৰৰ দ্বাৰা আৱৰণ দেৱতাৰ যথোপচাৰে পূজা কৰি—ওঁ চণ্ডিকায়ৈ বিদ্মহে ত্ৰিপুৰায়ৈ ধীমহী তন্নো গৌৰী প্ৰচোদয়াৎ—এই গায়ত্ৰী অথবা মুলমন্ত্ৰ ১০ বাৰ জপ কৰি ৫ বাৰ পুষ্পাঞ্জলি দিব।

তাৰ পাছত আধাৰত দেবী মাহাত্ম্য পুস্তক স্থাপন কৰি—ওঁ দেবী মাহাত্ম্য পুস্তকায় নমঃ" মন্ত্ৰেৰে পঞ্চোপচাৰে পুস্তকৰ পূজা কৰি নবাৰ্ণ মন্ত্ৰ ১০৮ বাৰ জপ কৰি জপ সমৰ্পণ কৰি উৎকীলন মন্ত্ৰ জপ আৰু শাপোদ্ধাৰ মন্ত্ৰ জপ কৰি 'হ্ৰীং' মন্ত্ৰেৰে প্ৰাণায়াম কৰি পাঠ কৰিব।

চণ্ডীপাঠৰ আগে যথাক্ৰমে অৰ্গল স্তোত্ৰ, কীলক, কবচ, ৰাত্ৰিসূক্ত, ঋষ্যাদি ন্যাস আৰু 'নাৰায়ণং নমস্কৃত্য'—ইত্যাদি মন্ত্ৰ পাঠ কৰি দেবী মাহাত্ম্য পাঠ কৰিব। এদিনত ২/৩ ৰূপ পাঠ কৰিলে দেবীসূক্ত প্ৰভৃতি একবাৰ পাঠ কৰিলেই হ'ব। প্ৰত্যেক অধ্যায়ৰ পাছত ঘণ্টাবাদন কৰিব। সৰ্বশেষ শ্লোকটি দুবাৰ পাঠ কৰি দেবীসূক্ত পাঠ আৰু নবাৰ্ণ মন্ত্ৰ জপ কৰি এক গণ্ডুষ জল লৈ "গুহ্যাতিগুহ্য-গোপ্ত্ৰী ত্বং" ইত্যাদি মন্ত্ৰেৰে দেবীৰ বাম হাতৰ উদ্দেশ্যে জলগণ্ডুষ ত্যাগ কৰিব। তাৰ পাছত সমৰ্থ হ'লে দেবীৰ ৰহস্য-ত্ৰয় পঢ়ি 'যদক্ষৰং' ইত্যাদি মন্ত্ৰৰ দ্বাৰা প্ৰাৰ্থনা আৰু তাৰ পাছত 'হ্ৰীং' মন্ত্ৰেৰে প্ৰাণায়াম কৰি আৰতি আৰু প্ৰণাম কৰিব। তাৰ পাছত দক্ষিণা দান, অচ্ছিদ্ৰাবধাৰণ, বৈগুণ্য সমাধান আৰু ঘট থাকিলে ওঁ চণ্ডিকে দেবি ক্ষমস্ব' ইত্যাদি মন্ত্ৰেৰে ঘট বিসৰ্জন দিব। তাৰ পাছত সংহাৰ মুদ্ৰাৰ দ্বাৰা ঘটৰ পৰা এটি পুষ্প লৈ আঘ্ৰাণ কৰি কৰি দেবীক মনৰ ভিতৰত স্থাপ্য ভাবি হস্ত প্ৰক্ষালণ কৰি ঈশান কোণত ভূমিত ত্ৰিকোণ মণ্ডল অঙ্কন কৰি "ওঁ শেষিকায়ৈ নমঃ" মন্ত্ৰেৰে তাৰ ওপৰত কিঞ্চিৎ নিৰ্মাল্য ৰাখিব।

**নবাৰ্ণ মন্ত্ৰঃ**

ওঁ ঐঁ হ্ৰীঁ ক্লীঁ হ্ৰীঁ হ্ৰীঁ ক্লীঁ নমঃ।

অথবা

ঐঁ হ্ৰীঁ ক্লীঁ চামুণ্ডায়ৈ বিচ্চে।

(সমৰ্থ সাধক দুয়োটা মন্ত্ৰকে জপ কৰিব।)

**উৎকীলন মন্ত্ৰঃ**

ওঁ শ্ৰীঁ ক্লীঁ হ্ৰীঁ চণ্ডিকে উৎকীলনং কুৰু কুৰু স্বাহা।

(সাতবাৰ জপ কৰিব।)

শাপোদ্ধাৰ মন্ত্ৰঃ

ওঁ হ্ৰীঁ ক্লীঁ শ্ৰীঁ ক্ৰাঁ ক্ৰাঁ চণ্ডিকে দেবি শাপানুগ্ৰহং কুৰু কুৰু স্বাহা।

(এই মন্ত্ৰ সাতবাৰ জপ কৰিব।)

নবাৰ্ণ মন্ত্ৰ ঃ

শক্তিমন্ত্ৰৰ ভিতৰত নবাৰ্ণ মন্ত্ৰ শ্ৰেষ্ঠ। নবাৰ্ণ = নব + অৰ্ণ; অৰ্ণ অৰ্থে বৰ্ণ। নবাৰ্ণ মন্ত্ৰত নটা বৰ্ণ আছে বুলি এই মন্ত্ৰৰ নাম নবাৰ্ণ হৈছে। ডামৰ তন্ত্ৰত নবাৰ্ণ মন্ত্ৰৰ নিম্নোক্ত অৰ্থ উল্লিখিত আছে—

নিৰ্ধূত নিখিলধ্বান্তে নিত্যমুক্তে পৰাৎপৰে।
অখণ্ড ব্ৰহ্মবিদ্যায়ৈ চিৎসদানন্দৰূপিণী।।
অনুসন্দধ্মহে নিত্যং বয়ং ত্বাং হৃদয়াম্বুজে।
ইদং বিশদায়ত্যেষা যা কল্যাণী নবাক্ষৰী।।
অস্যা মহিম লেশোঽপি গদিতুং কেন শক্যতে।
বহূনাং জন্মনামন্তে প্ৰাপ্যতে ভাগ্যগৌৰবাৎ।। ইত্যাদি।

অজ্ঞান অন্ধকাৰ নাশিনী, নিত্যমুক্তা, পৰাৎপৰা, অখণ্ড ব্ৰহ্মবিদ্যাৰূপিণী জননী! আমি হৃৎপদ্মত তোমাক সদায় অনুধ্যান কৰোঁ। নবাক্ষৰী (নবাৰ্ণ) কল্যাণদায়িনী মন্ত্ৰৰ এই প্ৰকাৰ অৰ্থ ব্যাখ্যাও হৈছে। এই মন্ত্ৰৰ কিঞ্চিৎ মাহাত্ম্যও বৰ্ণনা কৰা সম্ভৱ নহয়। বহু জন্মৰ সুকৃতিৰ ফলত এই মন্ত্ৰৰাজিৰ মহিমা অনুভূত হয়।

শতমাদৌ শতঞ্চান্তে জপেন্মন্ত্ৰং নবাক্ষৰম।
লক্ষং জপেন্মূলমন্ত্ৰং সৰ্বকামাৰ্থ সিদ্ধয়ে।।

কোনো কোনো তন্ত্ৰত চণ্ডীৰ ওপৰত ব্ৰহ্মশাপ আৰু শিৱশাপৰ উল্লেখ পোৱা যায়। লগে লগে বিবিধ শাপোদ্ধাৰ আৰু উৎকীলন ক্ৰমৰ বিধান আছে।

মাৰ্কণ্ডেয় চণ্ডীৰ ত্ৰয়োদশ অধ্যায় পাঠৰ পাছত ১ম অধ্যায় আৰু এইক্ৰমে ১২শ আৰু ২য়, ১১শ আৰু ৩য়, ১০ম আৰু ৪ৰ্থ, ৯ম আৰু ৫ম, ৮ম আৰু ৬ষ্ঠ, শেষত ৭ম দুইবাৰ পাঠ—এয়ে ক্ৰম। প্ৰথমে মধ্যম চৰিত্ৰ পাঠ কৰি তাৰ পাছত ১ম আৰু শেষত উত্তৰ চৰিত্ৰ পাঠেই উৎকীলন ক্ৰম।

দেৱী সূক্ত—মই কোন?

মহৰ্ষি অম্ভৃণৰ বাক্‌নাম্নী এজনী কন্যা ব্ৰহ্মবিদূষী হৈছিল, গতিকে সেই কন্যাও ঋষি। এওঁ সচ্চিদানন্দ স্বৰূপ পৰমাত্মাৰ লগত সম্পূৰ্ণ অভিন্নতা উপলব্ধি কৰি যি আত্মস্বৰূপ প্ৰকটিত কৰিছিল—তাকেই দেৱী সূক্ত বোলে। ইয়াত আঠোটা মন্ত্ৰ আছে। এই দেৱী সূক্তই চণ্ডীৰ মৌলিক উপাদান। চণ্ডী বা দেৱী মাহাত্ম্য ইয়াৰেই বিশ্লেষণ মাত্ৰ।

দেৱী সূক্ত বেদ—ই আপ্তকাম (পূৰ্ণ মনোৰথ) ভ্ৰম প্ৰমাদহীন ঋষিৰ সংবেদন; সুতৰাং অপৌৰুষেয়। চণ্ডীত যিবোৰ শব্দ আছে, সেইবোৰ কোনো মহৰ্ষিৰ মুখত উচ্চাৰিত হ'লেও, সেই শব্দৰাশিয়ে যি জ্ঞান আৰু যেনে ভাৱৰ প্ৰকাশ কৰিছে—সি নিত্য আৰু অপৌৰুষেয়।

সৰ্বকালতে সকলো শ্ৰেণীৰ সমুন্নত সাধক মহাপুৰুষবিলাকৰ হৃদয়ত সেই একেপ্ৰকাৰ জ্ঞান আৰু একেপ্ৰকাৰ ভাৱৰ অভিব্যক্তি হৈ থাকে। কেৱল দেশ-কাল-পাত্ৰ আৰু ভাষাগত বিভিন্নতা হেতুকে উক্ত অপৌৰুষেয় জ্ঞান আৰু ভাৱ প্ৰকাশৰ ভাষাৰ বিভিন্নতা পৰিলক্ষিত হয়।

দেৱী সূক্তৰ প্ৰতিপাদ্য বিষয়—সচ্চিদানন্দ স্বৰূপ পৰমাত্মা। দেৱী মাহাত্ম্যত এই পৰমাত্মাই মহামায়াৰূপে উপাখ্যান আকাৰত বৰ্ণনা কৰা হৈছে। পৰমাত্মা আৰু মহামায়া অভিন্ন। শাস্ত্ৰীয় তৰ্কমূলক বিচাৰত কিম্বা মৌখিক আলোচনাত মায়াক আত্মাৰ পৰা পৃথক যেন দেখা গ'লেও, যিবিলাক সাধক, যিবিলাক আত্মজ্ঞ পুৰুষ, তেওঁলোকে জানে যে আত্মা আৰু মায়া সম্পূৰ্ণ অভিন্ন পদাৰ্থ। যেতিয়ালৈকে সাধনা থাকে, যেতিয়ালৈকে দেহ থাকে, তেতিয়ালৈকে আত্মা মায়াৰূপেই অভিব্যক্ত। যেতিয়া পৰমাত্মা—তেতিয়া সাধ্য নাই; সাধক নাই, শাস্ত্ৰ নাই, চিন্তা নাই, ভাষা নাই। ভাষা চিন্তা কিম্বা সাধনাৰ মাজত আহিলেই আত্মা মায়াৰূপে প্ৰকটিত হৈ থাকে। সেয়েহে দেৱী সূক্তৰ প্ৰতিপাদ্য বিষয় পৰমাত্মা হ'লেও চণ্ডীত ইয়াক মহামায়া ৰূপেই অভিবৰ্ণিত হৈছে।

সকলো ধৰ্ম-শাস্ত্ৰৰে প্ৰধান লক্ষ্য পৰমাত্মজ্ঞান। আত্মবস্তু—জাতি, বৰ্ণ, সম্প্ৰদায়গত অসংখ্য বিভিন্নতাৰ মাজতো অভিন্নভাৱে সৰ্বজীৱে বিদ্যমান। 'মই' কোন—এইটো যথাৰ্থৰূপে জনাৰ নাম আত্মজ্ঞান। জীৱ মাত্ৰেই এই আপোনাৰ স্বৰূপটো জানিবলৈ লালায়িত। যিমান দিনলৈ বুজিব নোৱাৰে, সিমানদিন জীৱ সাধাৰণ জীৱ মাত্ৰ। যেতিয়া জীৱে এই আত্ম-অনুসন্ধানটো প্ৰত্যক্ষ কৰিব পাৰে, তেতিয়া মানুহে তাক সাধক, ভক্ত ইত্যাদি আখ্যা দিয়ে।

মানুহে যেতিয়া এই আত্মাভিমুখী গতি উপলব্ধি কৰিব পাৰে, তেতিয়া তাৰ বাহ্যিক যিবোৰ লক্ষণ প্ৰকাশ পায়, তাকেই নিবৃত্তি মাৰ্গ বা সাধনা নামে কথিত হয়। সেই লক্ষণবোৰেই ধৰ্মশাস্ত্ৰত বিধি-নিষেধৰূপে বৰ্ণিত হৈছে। বস্তুতঃ কৰ্মমাত্ৰেই সাধনা, জীৱমাত্ৰেই সাধক আৰু আত্মস্বৰূপৰ অনুভূতিয়েই সাধ্য। আত্মভাৱশূন্য সৰ্ববিধ সাধনাই অসম্যক ফলপ্ৰদ। যিমানকাল 'মই' ভিন্ন অন্য দেৱতাৰ উপাসনা কৰা হয়, সিমানকাল বাস্তৱিক পক্ষে 'ময়েই' উপাসিত হ'লেও (কাৰণ মোত বাজে ক'তো একো নাই) সেইটো অবিধিপূৰ্বক অনুষ্ঠিত; সুতৰাং মুক্তিৰূপ মহাফল প্ৰদানত অসমৰ্থ। অতএৱ এক কথাত ক'বলৈ হ'লে আত্মভাৱশূন্য সকলো সাধনাই অজ্ঞান-বিজৃম্ভিত। আকৌ আত্মানুসন্ধানযুক্ত আহাৰ-বিহাৰ আদি জাগতিক কৰ্মবোৰো সাধনা পদবাচ্য হ'ব পাৰে। এই আত্মাই, মই—মা। মোক চিনি পোৱা—মা'ক পোৱা আৰু আত্ম-সাক্ষাৎ কৰা—এই তিনিওটাই একে কথা। দেৱীসূক্তত 'অহং'ৰূপে যি তত্ত্ব প্ৰকাশিত, চণ্ডীত সেয়ে মহামায়াৰূপে অভিবৰ্ণিত হৈছে। দেৱীসূক্তত যিটো আত্মা, চণ্ডীত সেয়ে 'মা'। সুতৰাং শ্ৰীশ্ৰীচণ্ডী যে কেৱল শাক্ত সম্প্ৰদায়ৰে পাঠ্য, সেইটো ভ্ৰান্তিমূলক ধাৰণা।

জীৱে যিটো পাবলৈ ইচ্ছা কৰে—জানে বা অজ্ঞানে যিটো যথাৰ্থ অভীষ্ট বস্তু, তাৰ প্ৰকৃত স্বৰূপ সম্বন্ধে এটা স্থূলজ্ঞান সৰ্বপ্ৰথমে একান্ত আৱশ্যক; নতুবা অভীষ্ট

লাভৰ পথ দীঘল হৈ পৰে। সেই কাৰণে দেৱী-সূক্ত নেজানি শাস্ত্ৰই চণ্ডী-তত্ত্বত প্ৰৱেশ নিষেধ কৰিছে।

দেৱী-সূক্ত (ঋগ্ বেদ, ১০ম মণ্ডল, ১০ম অনুবাক্, ১২৫ সূক্ত)

**অহং ৰুদ্ৰেৰ্ভিৰ্বসুভিশ্চৰাম্যহমাদিত্যৈৰুত বিশ্বদেৱৈঃ।**
**অহং মিত্ৰা বৰুণোভা বিভৰ্ম্যহমিন্দ্ৰাগ্নী অহমশ্বিনোভা।। ১।।**

**অন্বয় ঃ** অহং ৰুদ্ৰেভিঃ তথা বসুভিঃ চৰামি। অহম্ আদিত্যৈঃ উত বিশ্বদেৱৈঃ [চৰামি]। অহম্ উভা (উভৌ) মিত্ৰাবৰুণা বিভৰ্মি অহম্ ইন্দ্ৰ-অগ্নি [অপি] [বিভৰ্মি] উভা (উভৌ) অশ্বিনা (অশ্বিনৌ) অহম্ [বিভৰ্মি] (১)

বিভৰ্মি—ধাৰণ বা পালন কৰোঁ।

**অনুবাদ ঃ** মই (সচ্চিদানন্দ ৰূপ আত্মাই) ৰুদ্ৰ বসু আদিত্য আৰু বিশ্ব দেৱসকল ৰূপে বিচৰণ কৰোঁ। মিত্ৰ বৰুণ ইন্দ্ৰ, অগ্নি আৰু অশ্বিনী কুমাৰদ্বয়ক ধাৰণ কৰোঁ। (১)

**ব্যাখ্যা ঃ** অহং—মই; সৎ-চিৎ আনন্দস্বৰূপ আত্মাই 'মই'। যদিও সাধাৰণতঃ মই বুলিলে দেহাত্ম বুদ্ধিবিশিষ্ট জন্ম-মৃত্যুধৰ্মী সুখ-দুখ-চঞ্চল এটা সংসাৰ ক্লেশত ক্লিষ্ট জীৱমাত্ৰকে বুজি পাওঁ, তথাপি অলপ ধীৰভাৱে 'মই'ৰ স্বৰূপ অনুসন্ধান কৰি চালে, আমি ইয়াতকৈ অনেক উন্নত স্তৰৰ 'মই'ক দেখিবলৈ পাওঁ।

সচৰাচৰ আমি কওঁ—'মোৰ দেহ'। ইয়াৰপৰা আমি কি বুজোঁ? দেহৰপৰা 'মই' পৃথক এক জন। মোৰ সত্তাত দেহৰ সত্তা আছে। মই দেখিছোঁ—সেয়েহে দেহ আছে। 'মই' দেহ নহয়—মোতে দেহ আছে। এইদৰে 'দেহ' আৰু 'মই' সম্পূৰ্ণ বেলেগ বুলি বুজিব পাৰোঁ। সেইদৰে 'মোৰ প্ৰাণ', 'মোৰ মন', 'মোৰ জ্ঞান', 'মোৰ আনন্দ' এইযে শব্দবোৰ আমি প্ৰায়েই কৈ থাকোঁ। এইযে দেহৰপৰা পৃথক, প্ৰাণৰপৰা পৃথক, মনৰপৰা পৃথক, জ্ঞানৰপৰা পৃথক, আনন্দৰপৰা পৃথক—এইদৰে এটি 'মই'ৰ সন্ধান পোৱা যায়—সেইটিয়েইতো দেহ আদি পাঁচটি আৱৰণৰ ভিতৰেদি অভিন্নভাৱে প্ৰকাশ পাব ধৰিছে। মোৰ ঘৰটোক যেনেকৈ 'মই ঘৰ' বুলি নুবুজোঁ, সেইদৰে 'মই দেহ', 'মই প্ৰাণ', 'মই মন' এইৰূপ প্ৰতীতিও আমাৰ কেতিয়াও নহয়। ঘৰটো ভাঙি গ'লে যেনেকৈ মই দুখিত হওঁ, ঘৰটো সুসজ্জিত হ'লেও যেনেকৈ সুখী হওঁ, ঠিক সেইদৰে দেহ-প্ৰাণ-মন ইত্যাদিৰ লগত মোৰ সুখ-দুখৰ সম্বন্ধ আছে। দেহ আদিৰ সুখ-দুখত আমি সুখ-দুখ অনুভৱ কৰোঁ মাত্ৰ। দেখা যায়—'মই' সুখ-দুখ-দেহাদি শূন্য একজন।

সেই যে দেহাদি শূন্য পৃথক এটি 'মই'ৰ সন্ধান পোৱা গ'ল, আমি যদি তাৰ স্বৰূপটোৰ কথা ক'বলৈ বা বুজিবলৈ যাওঁ তেতিয়া নিশ্চয় আমি ক'ম বা বুজিম যে ই অচিন্ত্য, অব্যক্ত ইন্দ্ৰিয়ৰ অগম্য এটি 'সত্য' বস্তু। চিন্তা কৰি 'মই' কোন সেইটো ধৰিব নোৱাৰোঁ, কথাৰে বুজাব নোৱাৰোঁ, চক্ষু-কৰ্ণ-নাক আদিৰে অনুভৱ কৰিব নোৱাৰোঁ—কিন্তু সেই বস্তুটো সত্যই আছে—সেইটো বুজিব পাৰোঁ। 'মই' নাই—এইটো প্ৰতীতিগোচৰ নহয়। এই যে সত্য 'মই' তাক সৰ্বদাই আমি উপলব্ধি কৰোঁ, কিন্তু তাক বুজিব নোৱাৰোঁ। ইয়াৰ নাম সত্য বা আত্মা বুলি কোৱা হওক।

শাস্ত্ৰই কৈছে—এই আত্মাৰ স্বৰূপ আনন্দ। আনন্দ বস্তুটোৰ বিশ্লেষণ কৰিলে আমি দেখিবলৈ পাওঁ—সত্য, জ্ঞান আৰু আনন্দ। সৎ এটি সত্তা—এটা কিবা আছে। চিৎ সেই সত্তাটো চৈতন্যময়, চিন্ময় অৰ্থাৎ জ্ঞানময় আৰু সেই জ্ঞানময় সত্তাটো নিৰবচ্ছিন্ন আনন্দময়। 'মই' আছে, মই বুজিছোঁ যে 'মই' আছে আৰু সেই 'মই'টোৱে মোৰ সকলোতকৈ প্ৰিয়তম বস্তু; সুতৰাং আনন্দময়। সেই সচ্চিদানন্দ স্বৰূপ আত্মাই 'মই'। এই 'ময়েই' সত্য। এই সত্যক লাভ কৰাই জীৱমাত্ৰৰেই উদ্দেশ্য; কাৰণ, তাত সেই 'মই'ত জন্ম-মৃত্যু, সুখ-দুখ, হাঁহি-কান্দোন একোৱেই নাই, অথচ পূৰ্ণ আনন্দ আছে। পাৰ্থিৱ সুখ আৰু এই আনন্দ কিন্তু একে বস্তু নহয়। এই জগতত অভীষ্ট বস্তু পালে আমাৰ সুখ হয়, নাপালে দুখ হয়; 'মই' কিন্তু এনে এটি ক্ষেত্ৰ, য'ত অভীষ্ট-অনভীষ্ট, পোৱা বা নোপোৱা একোৱেই নাই, অথচ সৰ্বদাই আনন্দ আছে। এক কথাত তাত আন কোনো ভাৱ নাই, যেনে—দেহ, মন, প্ৰাণ, ইন্দ্ৰিয়, ধৰ্ম-অধৰ্ম, সুখ-দুখ জীৱজগত ইত্যাদি কোনো ভাৱেই নাই। সেই যে সৰ্বভাৱ বিনিৰ্মুক্ত সচ্চিদানন্দ স্বৰূপ আত্মা—তেৱেঁই হৈছে—'মই'—তেৱেঁই সত্য। তাতে নিত্যযুক্ততা উপলব্ধি কৰাই ব্ৰাহ্মীস্থিতি। স্থূল কথাত এই 'মই' বস্তুটোক সৰ্বদাই ধৰি থকাটোৱেই মানুহৰ মনুষ্যত্ব। যি মানুহে মই কোন সেইটো নাজানে তেওঁ পশু বুলি শাস্ত্ৰকাৰসকলে কৈছে। এই 'ময়েই' সাধকৰ ইষ্টদেৱ। কালী, কৃষ্ণ, শিৱ, দুৰ্গা, আল্লা, গড ইত্যাদি ইয়াৰেই বিভিন্ন পৰ্যায় মাত্ৰ। যি সাধক তেওঁৰ ইষ্টদেৱৰ অধিক নিকটৱৰ্তী, তেৱেঁই সিমান উন্নত, সিমান সুখী; কাৰণ সুখ বা আনন্দই তেওঁৰ স্বৰূপ।

অম্ভৃণ ঋষিৰ দুহিতা বাক্ যেতিয়া এই সত্যত—এই 'মই'ত অৱস্থান কৰি আছিল, তেতিয়া তেওঁ যি কৈছিল—সেয়ে দেৱী সূক্ত। তেওঁ কৈছে—'অহং ৰুদ্ৰেৰ্ভিবসুভিশ্চৰামি'—মই একাদশ ৰুদ্ৰ আৰু অষ্ট বসুৰূপে প্ৰকাশিত হৈ থাকোঁ।

একাদশ ৰুদ্ৰ—

"ৰোদয়তি সৰ্ব্বমন্তকালে ইতি ৰুদ্ৰঃ'। বেদৰ ভাষ্যকাৰ সায়নাচাৰ্যই কৈছে যে অন্তকালত যিজনে সকলোকে কন্দায়, তেৱেঁ ৰুদ্ৰ। চক্ষু, কৰ্ণ, নাক, ত্বক, জিহ্বা—এই পাঁচটি জ্ঞানেন্দ্ৰিয় বাক্, পাণি, পাদ, পায়ু আৰু উপস্থ—এই পাঁচটি কৰ্মেন্দ্ৰিয় আৰু মন—এই একাদশ ৰুদ্ৰ। এইবোৰে জীৱৰ জন্ম-মৃত্যুৰ হেতু, সুতৰাং কন্দুৱাবৰ কৰ্তা। আমি ইন্দ্ৰিয় পথেদি প্ৰতিক্ষণতে যি খণ্ড খণ্ড চৈতন্য সত্তাৰ উপলব্ধি কৰি আছোঁ, সেয়ে সচ্চিদানন্দ স্বৰূপ 'মই'—আত্মা; আন কোনো নহয়। 'ময়েই' ইন্দ্ৰিয় পথেদি ক্ষুদ্ৰ ক্ষুদ্ৰ জ্ঞানৰূপে প্ৰকাশ পাইছে। 'মই যে আছে' সেইটো আমি ইন্দ্ৰিয় আৰু মনেৰে প্ৰতিক্ষণতে বোধ কৰি থাকোঁ। যেতিয়া ইন্দ্ৰিয় আৰু মন সুপ্ত হৈ পৰে তেতিয়া আমি আত্মসত্তাৰ উপলব্ধি কৰিব নোৱাৰোঁ। সুতৰাং আমি ইন্দ্ৰিয়েৰে যি বিষয় গ্ৰহণ কৰোঁ আৰু মনেৰে যি কিছু ভাবোঁ—সকলোৱে সত্য স্বৰূপ আত্মা। অষ্টবসু—ধন বা আঠ প্ৰকাৰ ঐশ্বৰ্য। অণিমা, লঘিমা, ব্যাপ্তি, প্ৰকাম্য, মহিমা, ঈশিত্ব, বশিত্ব আৰু কামাৱসায়িতা—এই আঠ প্ৰকাৰ ঐশ্বৰ্যৰূপে সেই সত্যই প্ৰকাশি পাই আছে। অথবা—

ভাগৱতত বসু শব্দৰ অৰ্থ কৰা হৈছে শুদ্ধ-সত্বগুণ (পুলক, অশ্রু, কম্প, স্বেদ, ৰোমাঞ্চ, স্বৰভঙ্গ, বৈবৰ্ণ্য আৰু স্তম্ভ—এই আঠপ্ৰকাৰ বহিৰ্লক্ষণ—সত্বগুণৰ উদয় লক্ষণ।)। এয়ে ভক্তসকলৰ বসু বা ঐশ্বৰ্য। এই অষ্টবসু ৰূপেও 'মই'—সত্য স্বৰূপ আত্মাই প্ৰকাশ পায়। মনক এবাৰ ৰুদ্ৰ বুলি আকৌ আদিত্য বোলাত একো দোষ হোৱা নাই। মনৰ যি অংশ জ্ঞান আৰু কৰ্মেন্দ্ৰিয়াভিমুখী বা ইন্দ্ৰিয়ৰ কেন্দ্ৰ সেয়ে ৰুদ্ৰ—দুখদায়ক। আকৌ যি অংশ বুদ্ধি বা মহত্বৰ অভিমুখী, সেয়ে আদিত্য, অৰ্থাৎ মনৰ সেই অংশত চৈতন্যৰ প্ৰকাশ ধৰ্ম অধিক আছে।

অহমাদিত্যৈৰুত বিশ্বদেৱৈঃ।

ময়েই দ্বাদশ আদিত্য আৰু বিশ্ব দেৱসকলৰূপে প্ৰকাশমান। আদিত্য—অদিতিৰ পৰা সঞ্জাত। অদিতি—প্ৰকৃতি—ত্ৰিগুণাত্মিকা—সত্বৰজস্তমোময়ী। বুদ্ধি, অহঙ্কাৰ, চিত্ত আৰু মন—এই চাৰি প্ৰকাৰ অন্তঃকৰণ প্ৰকৃতিৰপৰাই সঞ্জাত। এই অন্তঃকৰণ চতুষ্টয় আকৌ তিনি গুণৰ সংযোগৰ তাৰতম্য অনুসাৰে দ্বাদশ প্ৰকাৰ ভেদ হয়। যেনে—সত্বগুণাত্মক বুদ্ধি, ৰজোগুণাত্মক বুদ্ধি আৰু তমোগুণাত্মক বুদ্ধি। এইদৰে মন, চিত্ত, অহঙ্কাৰ ত্ৰিগুণেৰে গুণিত হৈ বাৰপ্ৰকাৰ ভেদ-বিশিষ্ট হয়। এইবিলাকেই আদিত্য নামে অভিহিত হয়। মন-বুদ্ধি-চিত্ত-অহঙ্কাৰ আৰু সত্ব-ৰজঃ-তমো গুণৰূপে একমাত্ৰ 'ময়েই'—সত্যস্বৰূপ আত্মাই প্ৰকাশ পাই থাকে।

**বিশ্বদেৱ**—যি চৈতন্য এই বিশ্বৰূপে বিৰাজিত সেয়েই বিশ্বদেৱ। এইযে বহুনাম ৰূপ আৰু ব্যৱহাৰবিশিষ্ট হৈ যি চৈতন্য-সত্তা প্ৰকাশ পাইছে—তাৰেই নাম বিশ্বদেৱ। নাম, ৰূপ আৰু ব্যৱহাৰভেদে সেই চৈতন্যৰ অংশবোৰৰ অসংখ্য ভেদ দেখা যায়। সেই কাৰণে বিশ্বদেৱ—বহু। সেই বিশ্বদেৱ মূৰ্তিতেও 'মই'—আত্মাই নিত্য প্ৰকাশিত। সুতৰাং জগতৰূপে আমাৰ ওচৰত যি প্ৰতীত হয়—সেয়ে সত্য তৈত্তিৰীয় উপনিষদত উক্ত হৈছে—"সদিদংকিঞ্চ তৎ সত্যম্"। এই যে কিছু প্ৰত্যক্ষ কৰা যায়—বোধ কৰা যায় সেয়ে সত্য। এই পৰিদৃশ্যমান বিশ্বৰূপে একমাত্ৰ সত্য 'মই'ৰে প্ৰকাশ। এই জগতপ্ৰপঞ্চই—'মই'ৰ ব্যক্ত স্বৰূপ।

অহং মিত্ৰা বৰুণৌ।

সূৰ্য্যৰ আন এটি নাম মিত্ৰ। দ্বাদশাদিত্যৰ ভিতৰত এৱেঁই প্ৰধান। অন্তঃকৰণৰ সত্বগুণাত্মক প্ৰকাশৰ নাম মিত্ৰ। এক কথাত ধৰ্মই মিত্ৰ। ধৰ্মই যথাৰ্থ বন্ধু; কাৰণ মৃত্যুৰ পাছতো লগে লগে যায় আৰু আনন্দ দান কৰে।

**বৰুণ**—জলাধিপতি। জীৱক অনন্ত কাললৈকে সংসাৰ-সমুদ্ৰত নিমগ্ন কৰে বুলি অধৰ্মই ইয়াত বৰুণ শব্দৰ অৰ্থ। অতএৱ "মিত্ৰাবৰুণৌ—ধৰ্মাধৰ্মৌ"—এইদৰে শ্ৰুতিতো উক্ত হৈছে।

**ইন্দ্ৰাগ্নী**—

সুখে-দুখে। ইন্দ্ৰ ঐশ্বৰ্যশালী, অৰ্থাৎ সুখ স্বৰূপ; অগ্নি-দাহজনকত্ব হেতু দুখস্বৰূপ। সুতৰাং ইন্দ্ৰাগ্নী শব্দৰ অৰ্থ—সুখ আৰু দুখ।

এইৰূপে অশ্বিনৌ—প্ৰাণাপানৌ ইতি শব্দ কল্পদ্ৰুমঃ। প্ৰাণ আৰু অপান বায়ুক

অশ্বিনীকুমাৰ বোলে। মিত্ৰাবৰুণৌ, ইন্দ্ৰাগ্নী আৰু অশ্বিনৌ। এওঁলোক উভয়াত্মক দেৱতা; এওঁলোক দ্বন্দ্ব। স্থূলজগতত এইসকল দেৱতা ধৰ্মাধৰ্ম, সুখ-দুখ আৰু প্ৰাণ-অপানৰূপে প্ৰকাশিত। এই ধৰ্মাধৰ্ম আৰু তাৰপৰা উদ্ভৱ হোৱা সুখ-দুখ আৰু তাৰ ভোগস্থান অপানসহকৃত প্ৰাণৰূপে একমাত্ৰ 'মই'—বিশুদ্ধ চৈতন্যময় আত্মাই প্ৰকাশিত। প্ৰাণ এটি জড় বায়ু মাত্ৰ নহয়; অনুভূতিস্থান। অপানৰ সহচাৰিত্ব কাৰণে প্ৰাণৰ ভোগ নিষ্পন্ন হয়।

উভৌ বিভৰ্ম্মি—শব্দৰ অৰ্থ উভয়কে ধাৰণ কৰোঁ। আত্মাত বাদে আন কোনো পদাৰ্থই নাই; সুতৰাং তেৱেঁই এই সকলো ৰূপে প্ৰকাশিত হৈ থাকে আৰু এইবোৰ বিশিষ্ট ভাৱত প্ৰকাশিত হৈও তেওঁৰ স্বীয় বিশুদ্ধ অখণ্ড চৈতন্য-সত্তাৰ বিন্দুমাত্ৰ বিকাৰ নহয়। একমাত্ৰ আত্মাই জগতৰ নিমিত্ত আৰু উপাদান কাৰণ; সুতৰাং তেওঁ—'মই' এক অথচ বহুভাৱে বিৰাজিত; সুতৰাং বহুভাৱৰ ধাৰণ-কৰ্তা। সেইকাৰণে মন্ত্ৰত বিভৰ্ম্মি পদটোৰ প্ৰয়োগ হৈছে।

ৰুদ্ৰ, বসু, আদিত্য প্ৰভৃতি শব্দৰ এইৰূপ ব্যাখ্যা দেখি কোনেও যেন মনত নলয় যে সেইবোৰ নাম থকা দেৱমূৰ্তি নাই। ৰুদ্ৰাদি শব্দ যে বিশিষ্ট চৈতন্যৰ প্ৰকাশক, সেই বিশেষ ভাৱাপন্ন চৈতন্যাংশৰ নামেই দেৱতা। তেওঁলোক সৰ্বত্ৰ বিৰাজিত। ভক্তসকলৰ কাতৰ প্ৰাৰ্থনাত বাধ্য হৈ কৃপা কৰি বিশিষ্ট মূৰ্তিত তেওঁলোকেই প্ৰকাশিত হৈ থাকে। ভক্তসকলৰ নিজ নিজ সংস্কাৰ অনুৰূপে সেইবিলাক মূৰ্তিৰ প্ৰকাশ হয়। সেই মূৰ্তিবিলাকেই পুৰাণ আদি শাস্ত্ৰত বৰ্ণনা কৰা দেৱ-মূৰ্তি। দ্বিতীয় খণ্ডত দেৱতা তত্ত্ব বৰ্ণনা কৰা হৈছে। ১।।

**অহং সোমমাহনসং বিভৰ্ম্ম্যহং ত্বষ্টাৰমুত পূষণং ভগম্।**
**অহং দধামি দ্ৰবিণং হবিষ্মতে সুপ্ৰাব্যে যজমানায় সুন্বতে।। ২।।**

**অন্বয় ঃ** অহং আহনসং সোমম্ বিভৰ্ম্মি। অহং ত্বষ্টাৰম্ উত পূষণং [চ] ভগং [বিভৰ্ম্মি]। [তথা] হবিষ্মতে সুপ্ৰাব্যে সুন্বতে যজমানায় অহং দ্ৰবিণং দধামি।। ২।।

**অনুবাদ ঃ** মই দেৱশত্ৰুহন্তা সোম, ত্বষ্টা, পূষা আৰু ভগ নামৰ দেৱতাবিলাকক ধাৰণ কৰোঁ। যিসকল লোকে দেৱতাসকলৰ উদ্দেশ্যে প্ৰচুৰ হবিযুক্ত সোমযাগাদি অনুষ্ঠান কৰে, সেই যজমান (যজ্ঞকাৰী) বিলাকৰ যি যজ্ঞফল তাক ময়ে ধাৰণ কৰোঁ।

**ব্যাখ্যা ঃ** আহনস শব্দৰ অৰ্থ শত্ৰু হননকাৰী। সোম শব্দৰ অৰ্থ সোম-যজ্ঞ। দুৰ্জ্জয় কাম-ক্ৰোধাদি ৰিপুবিলাকক নিৰ্জ্জিত কৰিবলৈ সোমযাগ কৰা হয়। পক্ষান্তৰে, সোম শব্দৰ অৰ্থ চন্দ্ৰ। চন্দ্ৰ মনৰ অধিপতি দেৱতা। মন যেতিয়া কাম-ক্ৰোধাদি বৃত্তিৰূপ ৰিপুবিলাকক বশীভূত কৰিবলৈ উদ্যত হয়, তেতিয়া তাক আহনস্ সোম বোলা হয়।

ত্বষ্টা—বিশ্বকৰ্মা। যিজনে এই বিশ্বক গঠন কৰে। অৰ্থাৎ যি চৈতন্যৰ দ্বাৰা বিশ্ব বহুবিধ নামত আৰু ৰূপত ব্যাকৃত হয়—তেৱেঁই ত্বষ্টা।

পূষণ—সূৰ্য্য। আনফালে পুষ্টিৰূপা চেতনা। যি চৈতন্য দৈহিক আৰু মানসিক পুষ্টিৰূপে প্ৰকাশিত তাৰেই নাম পূষণ।

ভগ—ছয়বিধ ঐশ্বৰ্য, অৰ্থাৎ ঈশ্বৰত্ব। সৰ্ববিধ অভ্যুদয় আৰু ইচ্ছাৰ কোনো বাধা নোপোৱাকৈ যি চৈতন্য প্ৰকাশিত হয়, তেওঁকে ভগ বোলা হয়।

এইসকলক, অৰ্থাৎ শত্ৰুহন্তা সোম, ত্বষ্টা, পূষা আৰু ভগ নামৰ দেৱতাবিলাকক ময়েই ধাৰণ কৰোঁ—অহং বিভৰ্ম্মি। সচ্চিদানন্দ স্বৰূপ আত্মা ময়েই সেই সেই সকলো ৰূপতে আত্মপ্ৰকাশ কৰোঁ। অহং দধামি দ্ৰৱিণং—মই দ্ৰবিণক ধাৰণ কৰোঁ। কেৱল সোমযাগ আদিৰূপ কৰ্মকাণ্ডকেই যে ধাৰণ কৰোঁ সেইটো নহয়, কৰ্মকাণ্ডৰ যি দ্ৰৱিণ তাকো ময়ে ধাৰণ কৰোঁ। শাস্ত্ৰবিহিত কৰ্মকাণ্ড যথাৰীতি অনুষ্ঠিত হ'লে তাৰপৰা যে এটি অপূৰ্ব অৰ্থাৎ শুভ অদৃষ্ট নিৰ্মিত হয় আৰু কালত সেই শুভ অদৃষ্টই যথোক্ত ফল প্ৰসৱ কৰে, সেই শুভ অদৃষ্টকেই দ্ৰৱিণ বোলে।

হৱিস্মতে সুপ্ৰাব্যে যজমানায় সুন্বতে—যজমানসকলে অৰ্থাৎ কৰ্মকাণ্ডৰ অনুষ্ঠাতাসকলে দেৱতাসকলৰ উদ্দেশ্যে প্ৰচুৰ হবিযুক্ত সোমযাগ আদিৰ অনুষ্ঠান কৰি থাকে, সেই যাগবিলাকৰ যি দ্ৰৱিণ, তাৰ ভৱিষ্যত কালত ফল উৎপাদন হোৱা সময়লৈকে ময়ে ধাৰণ কৰি থাকোঁ।

একমাত্ৰ চৈতন্য স্বৰূপ আত্মা ময়েই যাৱতীয় কৰ্মৰূপে, কৰ্ম সংস্কাৰৰূপে আৰু কৰ্মফলৰূপে বিৰাজ কৰোঁ। ২।।

**অহং ৰাষ্ট্ৰীসংগমনী বসূনাং চিকিতুষী প্ৰথমা যজ্ঞীয়ানাম্।**
**তাং মা দেবা ব্যদধুঃ পুৰুত্ৰা ভূৰিস্থাত্ৰাং ভূৰ্য্যাবেশয়ন্তীম্।। ৩।।**

**অন্বয় ঃ** অহং ৰা বসূনাং সংগমনী, চিকিতুষী অতএব যজ্ঞীয়ানাং প্ৰথমা ভূৰি স্থাত্ৰাং ভূৰি আৱেশয়ন্তীম্ তাং মা (মাং) পুৰুত্ৰাঃ দেবাঃ ব্যদধুঃ। ৩।।

[ৰা = জগতৰ ঈশ্বৰী; সংগমনী = প্ৰাপয়িত্ৰী, সংগময়িত্ৰী; চিকিতুষী = ব্ৰহ্মজ্ঞান বা ব্ৰহ্মজ্ঞান দ্ৰষ্ট্ৰী; পুৰুত্ৰাঃ = বহু স্থানত; ব্যদধুঃ = নানাভাৱে উপাসনা কৰে।]

**অনুবাদ ঃ মই ব্ৰহ্মাণ্ডৰ একমাত্ৰ অধীশ্বৰী। মই পাৰ্থিৱ আৰু অপাৰ্থিৱ ধনদাত্ৰী। মই ব্ৰহ্ম সাক্ষাৎকাৰস্বৰূপা সম্বিদ বা জ্ঞানৰূপা। এই জ্ঞানেই যাৱতীয় উপাসনাৰ আদি। মই প্ৰপঞ্চৰূপে বহুভাৱে অৱস্থিতা। মই বহুভাৱে অনন্ত জীৱত প্ৰৱিষ্টা। দেৱতাসকলে এইদৰে মোক বহুভাৱে উপাসনা কৰি থাকে। ৩।।**

**ব্যাখ্যা ঃ** এই মন্ত্ৰত অহং পদটো স্ত্ৰীলিঙ্গৰূপে উক্ত হৈছে। অহং অলিঙ্গক, সৰ্বলিঙ্গতে ব্যৱহৃত হয়। এই মন্ত্ৰত স্ত্ৰীলিঙ্গ শব্দৰ প্ৰয়োগ দেখি আৰু অন্যান্য মন্ত্ৰতো শক্তিৰূপে চৈতন্যৰ বিকাশ দেখিয়েই বোধহয় প্ৰাচীন আচাৰ্যসকলে এই বেদমন্ত্ৰবিলাকক দেৱীসূক্ত নাম দিছে। পূৰ্বেই কোৱা হৈছে যে 'অহং' অব্যক্ত অনিৰ্দেশ্য। বাক্যৰ মাজলৈ আহিলেই তেওঁ শক্তিৰূপে প্ৰকাশিত হয়। ৰাম, কৃষ্ণ, শিৱ ইত্যাদি পুংলিঙ্গ শব্দৰেই প্ৰয়োগ হওক বা দুৰ্গা, কালী, ৰাধা প্ৰভৃতি স্ত্ৰীলিঙ্গ শব্দৰেই প্ৰয়োগ হওক নাইবা ব্ৰহ্ম প্ৰভৃতি ক্লীৱলিঙ্গ শব্দৰেই প্ৰয়োগ হওক তাত কোনো আপত্তি নাই। অৱশ্যে এইটো ঠিক

যে যেতিয়ালৈকে ধ্যান-ধাৰণা বা বুদ্ধি ইন্দ্ৰিয়ৰ মাজেদি প্ৰকাশিত হয়, তেতিয়ালৈকে তেওঁ শক্তিৰূপে প্ৰকাশিত আৰু প্ৰত্যক্ষীভূতা হয়।

সি যি নহওক, এইবাৰ আমি মন্ত্ৰটোৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিম। 'ৰাষ্ট্ৰী' শব্দৰ অৰ্থ প্ৰপঞ্চৰূপে বিৰাজিত অনন্ত ব্ৰহ্মাণ্ডৰ সৃষ্টি, স্থিতি, প্ৰলয়কৰ্ত্ৰী—এক কথাত জগদীশ্বৰী। 'বসু' শব্দৰ অৰ্থ ধন। পাৰ্থিব সোণ-ৰূপ, গৰু আদি আৰু অপাৰ্থিৱ জ্ঞানবিদ্যা আদি। এই উভয়ৰে একমাত্ৰ সঙ্গময়িত্ৰী, অৰ্থাৎ সৰ্ববিধ ধনদায়িনী 'মই'। পূৰ্বেই কোৱা হৈছে ধনৰূপে মই প্ৰকাশমান; এতিয়া কৈছে সেই ধনৰ প্ৰাপয়িত্ৰীও তেওঁ।

'চিকিতুষী' শব্দৰ অৰ্থ জ্ঞান। যি জ্ঞানৰ দ্বাৰা জীৱে 'মই'ৰ স্বৰূপ উপলব্ধি কৰিব পাৰে, সেই জ্ঞানস্বৰূপা 'মই'—মা।

প্ৰথমা যজ্ঞীয়ানাম্—এই জ্ঞানেই যজ্ঞাঙ্গসমূহৰ ভিতৰত প্ৰথম। 'মই'ৰ স্বৰূপ কথঞ্চিৎ অৱগত হৈ যজ্ঞাদি উপাসনাত প্ৰবৃত্ত হ'ব লাগে; নতুবা সেইবোৰ কৰ্ম অবৈধ হয়। সেয়েহে 'চিকিতুষী' সমস্ত উপাসনাৰ আদি। ইয়াৰপৰাই বুজা গ'ল যে উপাসনা, উপাসনাৰ ফল আৰু উপাসনাৰ আদি বা কৰ্মকাণ্ডৰ মূলীভূত জ্ঞানৰূপেও একমাত্ৰ 'মই'ৰূপী চৈতন্য-সত্তাই বিৰাজিত।

'ভূৰিস্থাত্ৰা' শব্দৰ অৰ্থ বহুভাৱে অৱস্থিতা।

'ভূৰিআবেশয়ন্তী' শব্দৰ অৰ্থ বহুভাৱে প্ৰবিষ্টা। অনন্তভাৱে অৱস্থিতা 'মই'। আকৌ অনন্তভাৱৰ মাজত 'মই'য়েই প্ৰবিষ্টা।

'তাং মা দেবা ব্যদধুঃ'—এইৰূপ মোক (আত্মাক) দেৱতাসকলে ভজনা কৰে। দেৱতাসকল—উন্নত জ্ঞানবীৰ্য সম্পন্ন সন্তানবৰ্গই এই অনন্ত বৈচিত্ৰপূৰ্ণ জীৱজগত ৰূপে প্ৰকাশমান 'মোকে' বহুভাৱে উপাসনা কৰি থাকে, অৰ্থাৎ য'তে যি কিছু দেখে, য'তে যি কিছু পায়, সেয়েই যে 'মই' সেয়েই যে সত্য আত্মা—এইৰূপ জ্ঞান লৈ সৰল শিশুৰ দৰে মোকে আত্মা বুলি—'মা' বুলি মাতে। এয়েতো দেৱতাবিলাকৰ লক্ষণ। ৩।।

**ময়া সোঽন্নমত্তি যো বিপশ্যতি যঃ প্ৰাণিতি য ঈং শৃণোত্যুক্তম্।**
**অমন্তবো মাং ত উপক্ষিয়ন্তি শ্ৰুধি শ্ৰুত শ্ৰদ্ধিবন্তে বদামি।। ৪।।**

**অন্বয় ঃ** যঃ অন্নম্ অত্তি, যঃ বিপশ্যতি, যঃ প্ৰাণিতি উক্তম্ শৃণোতি, সঃ ময়া [যে] ঈং মাম্ অমন্তবঃ ('মই' ৰূপে নেজানে) তে উপক্ষিয়ন্তি। শ্ৰুত, শ্ৰুধি, তে শ্ৰদ্ধিবং বদামি। ৩।।

**অনুবাদ ঃ** জীৱে যে অন্নাদি খাদ্যদ্ৰব্য ভক্ষণ কৰে, দৰ্শন কৰে আৰু প্ৰাণ ধাৰণ কৰে, এইবোৰ ক্ৰিয়া মোৰ দ্বাৰাই নিষ্পাদিত হৈ থাকে। যিসকলে মোক এইদৰে (সৰ্ব কৰ্মৰ মাজেদি) নেদেখে, নুবুজে, সেইসকলে সংসাৰত ক্ষীণতাপ্ৰাপ্ত হয়। হে সৌম্য! তোমাক যিবোৰ তত্ত্বৰ কথা ক'ব ধৰিছোঁ, এইবোৰ তত্ত্ব তুমি শ্ৰদ্ধাৰে শুনিবা। ৪।।

**ব্যাখ্যা ঃ** অন্ন শব্দৰ অৰ্থ আহাৰ্য দ্ৰব্য। স্থূলদেহ ৰক্ষাৰ বাবেই হওক অথবা

মনোময়াদি সূক্ষ্মদেহ পুষ্ট কৰিবলৈকে হওক, জীৱে যি আহাৰ বা বিষয় আহৰণ কৰে, সেইটো সচ্চিদানন্দ স্বৰূপ আত্মা 'মই'য়েই নিৰ্বাহ কৰি থাকোঁ। ৪।।

বিপশ্যতি—দৰ্শন কৰে। কি জ্ঞান নেত্ৰেৰে, কি বহিশ্চক্ষুৰে জীৱে যি প্ৰত্যক্ষ কৰে, সেই প্ৰত্যক্ষ কৰা ক্ৰিয়াটোও 'মই'য়েই নিৰ্বাহিত কৰোঁ।

যঃ প্ৰাণিতি—সেই যে প্ৰতিনিয়ত শ্বাস-প্ৰশ্বাসৰূপ প্ৰাণন ক্ৰিয়াৰ দ্বাৰা জীৱবিলাক জীৱিত হৈ আছে, তাৰো একমাত্ৰ কৰ্তা মই।

যঃ শৃণোতি—সেই যে কৰ্ণেন্দ্ৰিয়ৰ দ্বাৰা জীৱবিলাকে শব্দ গ্ৰহণ কৰি আছে, তাৰো কৰ্তা একমাত্ৰ 'মই'।

এইদৰে সকলো প্ৰকাৰ কৰ্মকে যে 'মই'এ নিষ্পন্ন কৰোঁ এইটো যিবিলাকে নামানে বা বিশ্বাস নকৰে, সেইবিলাকে 'মাং অমন্তবঃ'। মানুহে দিবা-ৰাত্ৰি যি পুৰুষকাৰৰ কথা লৈ চিঞৰ-বাখৰ কৰে, যি 'অহং'বোধ লৈ জগতত ঘূৰি ফুৰে—সেই পুৰুষটো কোন? সেই 'অহং'ৰ স্বৰূপ আৰু কাৰ্য কি? অলপমান স্থিৰভাৱে লক্ষ্য কৰিলেই সেইটো সকলোৱে বুজিব পাৰে—অথচ যিবিলাকে ইচ্ছা কৰি এইটো বুজিব নোখোজে, তেওঁলোকেই 'মই'ক উপেক্ষা কৰে, অৱমাননা কৰে। ঈশোপনিষদত—এইধৰণৰ মানুহকে আত্মহন্ বা আত্মঘাতী পুৰুষ বুলি কৈছে। এইৰূপে যিবিলাক লোকে সত্যক—আত্মাক অৱমাননা কৰে—'তে উপক্ষিয়ন্তে'—তেওঁলোকেই সংসাৰত নানাৰূপে লাঞ্ছিত হৈ থাকে। যাৰ প্ৰেৰণাত আমি আমাৰ সকলোবোৰ কৰ্ম কৰোঁ, যেয়ে আমাক প্ৰাণ দান কৰিছে, যি প্ৰাণ আমাৰ সৰ্বস্ব, সেই প্ৰাণৰূপে সদাসৰ্বদা আমাৰ সৰ্বপ্ৰকাৰ ভোগ-বাসনা পূৰ্ণ কৰি আছে, তেওঁৰ ফালে আমি এবাৰো সম্পূৰ্ণ সৰলভাৱে এটা কৃতজ্ঞতাপূৰ্ণ দৃষ্টি নিক্ষেপ নকৰোঁ। কৃতজ্ঞতা প্ৰকাশৰূপ ধৰ্মটো পশু-পক্ষীৰ মাজতো দেখা যায়। অথচ আমি মানুহ হৈও আমি সেই কৃতজ্ঞতাৰ ভাৱ আমাৰ মনলৈ আনিব নোৱাৰোঁ। তেনে ক্ষেত্ৰত এই সংসাৰত আমি উপক্ষীণ হৈ যোৱাটো স্বাভাৱিক, সেইবাবে আত্মাই গম্ভীৰ স্বৰে কৈছে—হে শ্ৰুত! হে সৌম্য! "তে বদামি শ্ৰদ্ধিবং শ্ৰুধি"। তোমাৰ ওচৰত যি আত্মস্বৰূপ প্ৰকটিত কৰিবলৈ ইচ্ছা কৰিছোঁ, সেইটো শুনা—শ্ৰদ্ধাসহকাৰে শুনিবা। 'মই'ক অশ্ৰদ্ধা নকৰিবা। তেওঁৰ প্ৰতি কৃতজ্ঞ হোৱা, তেওঁক পূজা কৰা—তেওঁৰ মহত্ত্ব দৰ্শন কৰা।

জীৱৰ আহাৰ-বিহাৰ প্ৰভৃতি জাগতিক কাৰ্য, আনকি অতি ক্ষুদ্ৰ নিঃশ্বাসটিৰপৰা আৰম্ভ কৰি মোক্ষলাভ পৰ্যন্ত প্ৰত্যেক কৰ্মৰ ভিতৰেদি চৈতন্যৰূপে, বোধৰূপে, জ্ঞানৰূপে, অনুভূতিৰূপে আৰু সৰ্ব কৰ্মৰ নিয়ন্তাৰূপে সেই 'মই'য়ে প্ৰকাশিত হৈ আছে। সৰ্বদাই অনুভূত হয় তেৰেঁই—অতি প্ৰত্যক্ষ সেই প্ৰকাশ; তেওঁক এৰি জীৱ ক্ষণকালৰ বাবেও থাকিব নোৱাৰে। তেৰেঁই জীৱৰ 'মই'—সকলো ইন্দ্ৰিয়ৰ অগম্য অথচ সত্য। তেওঁৰে চৰণত জীৱে শৰণ ল'ব লাগে। ৪।।

**অহমেব স্বয়মিদং বদামি জুষ্টং দেবেভিৰুত মানুষেভিঃ।**
**যং যং কাময়ে তন্তমুগ্ৰং কৃণোমি তং ব্ৰহ্মাণং তমৃষিং সুমেধাম্।। ৫।।**

**অন্বয় ঃ** দেবেভিঃ উত মানুষেভিঃ জুষ্টম্ ইদম্ অহমেব স্বয়ং বদামি। যং কাময়ে তং তং উগ্ৰং কৃণোমি, তং ব্ৰহ্মাণং তং ঋষিং তং সুমেধাং [কৃণোমি]। ৫।।

জুষ্টং = প্ৰাৰ্থিতং, সেৱিতং।

**অনুবাদ ঃ** ময়েই স্বয়ং এইবোৰ তত্ত্বৰ উপদেশ দি থাকোঁ। দেৱতাসকলে আৰু মনুষ্যসকলে এই তত্ত্বকে প্ৰাৰ্থনা কৰি থাকে। মই যাকে যাকে ইচ্ছা কৰোঁ তাকে তাকে সকলোতকৈ উন্নত পদ দান কৰোঁ—তেওঁকে ব্ৰহ্মা কৰোঁ, ঋষি কৰোঁ, তেওঁকে আত্মজ্ঞান ধাৰণৰ উপযোগী মেধা দান কৰোঁ। ৫।।

**ব্যাখ্যা ঃ** বাস্তৱিক পক্ষে 'মই'ৰ তত্ত্ব যোত বাদে আন কোনে ক'ব পাৰে? কাৰণ মই বেদ্য, মই বেত্তা, মইয়ে সকলো কথা জানে, 'মই'ক জানিবলৈ দ্বিতীয় কোনো নাই—সেই কাৰণে কৈছে—"অহমেব স্বয়মিদং বদামি" আৰু এই তত্ত্বকে (আত্মস্বৰূপৰ জ্ঞানকে) দেৱতা আৰু মনুষ্যই একান্ত প্ৰাৰ্থনা কৰে। ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ প্ৰমুখ দেৱতাসকলে অনন্ত কাল ধৰি তপস্যা কৰি আছে—পুৰাণত এইবোৰ কথা শুনিবলৈ পোৱা যায়। তেওঁলোকে ইমান উচ্চপদ পায়ো কি বস্তুৰ অন্বেষণ কৰিছে—তাক এতিয়া বুজিব পৰা সম্ভৱ হ'ব। সেই বস্তু হৈছে—সেই 'মই'—সেই সত্য য'ত ব্ৰহ্মাত্ব, বিষ্ণুত্ব প্ৰভৃতি আন একো ভাৱেই নাই। তেওঁলোকে সেই ভাৱাতীত নিত্য-নিৰঞ্জন আত্মা—'মই'ৰ সন্ধান কৰি আছে। মানুহেতো কৰিবই।

'জুষ্টং' শব্দৰ অৰ্থ সেৱিতও হ'ব পাৰে। 'ক্ত' প্ৰত্যয়টো বৰ্তমান কালতো ব্যৱহৃত হয়। দেৱতাসকলে আৰু মনুষ্যসকলে জ্ঞানে বা অজ্ঞানে 'মই'ৰে সেৱা কৰি আছে। যিবিলাক অজ্ঞান, তেওঁলোকে জীৱ ভাৱাপন্ন 'মই'ৰ সেৱা কৰে, যিবিলাক জ্ঞানী তেওঁলোকে সৰ্বভাৱ বিনিৰ্মুক্ত 'মই'ৰ সেৱা কৰে। 'মই' এজন—একোঽহং। জীৱ ভাৱৰ মাজেদিয়েই হওক বা দেৱ ভাৱৰ মাজেদিয়েই হওক অথবা সৰ্বভাৱ বিৰহিতই হওক, এক 'ময়েই'—সচ্চিদানন্দ স্বৰূপ আত্মাই বিৰাজিত।

যং যং কাময়ে—মই যাকে (উন্নত কৰিবলৈ) ইচ্ছা কৰোঁ, তাকেই উন্নত কৰোঁ। 'মই'ৰ ইচ্ছাতে জীৱে সকলোতকৈ উন্নত পদ পায়। উন্নতি দ্বিবিধ—পাৰ্থিৱ আৰু অপাৰ্থিৱ। পাৰ্থিৱ সুখ-সমৃদ্ধি, যশ-প্ৰতিষ্ঠা ইত্যাদি লাভ কৰি কোনেও যেন এই ধাৰণা নলয় যে তেওঁ নিজে নিজে যত্ন কৰি বা কঠোৰ পৰিশ্ৰম কৰি তাক লাভ কৰিছে। সেই উন্নতিৰ, সেই অভ্যুদয়ৰ, সেই পুৰুষকাৰৰ একমাত্ৰ হেতু পুৰুষৰূপী 'মই'ৰে ইচ্ছা।

অপাৰ্থিৱ উন্নতি তিনি প্ৰকাৰে প্ৰকাশ পায়—সুমেধা, ঋষি আৰু ব্ৰহ্মা। সচ্চিদানন্দৰূপী 'মই'ৰ ইচ্ছাত জীৱে যেতিয়া আধ্যাত্মিক জীৱনৰ আস্বাদ পায়, তেতিয়া সি সুমেধা হয়, অৰ্থাৎ আত্মজ্ঞান ধাৰণা কৰিব পৰা উপযোগিনী বুদ্ধি লাভ কৰে। যিমান দিন আত্মজ্ঞান ধাৰণা কৰিব পৰা বুদ্ধি লাভ নহয়, সিমানদিন 'শ্ৰৱণায়াপি বহুভিৰ্যো ন লভ্যঃ' বহুবাৰ এই জ্ঞান, এই উপদেশ শুনিও একোকে বুজিব নোৱাৰে। সেয়ে আধ্যাত্মিক জীৱনৰ প্ৰথম সূচনাতে জীৱ সুমেধা হয়। তাৰ পাছত ঋষিত্ব লাভ কৰে। 'ঋষয়ো মন্ত্ৰদ্ৰষ্টাৰঃ'। যিজন লোকে সকলো ঠাইতে সকলো অৱস্থাতে ব্ৰহ্ম-সম্বেদনত, আত্মানুভূতিত অভ্যস্ত, তেওঁৰ সেই বেদনা আৰু অনুভূতিবোৰ যেতিয়া

ভাষাৰ আকাৰত বাহিৰলৈ আহে, তেতিয়াই সি মন্ত্ৰ নামে অভিহিত হয়। এই মন্ত্ৰদ্ৰষ্টা সাধকেই ঋষি। এক কথাত সৰ্বত্ৰ আত্মদৰ্শীয়েই যথাৰ্থ ঋষি। এয়ে আধ্যাত্মিক উন্নতিৰ দ্বিতীয় স্তৰ।

তাৰ পাছত ব্ৰহ্মা—হিৰণ্যগৰ্ভ, জগৎ সৃষ্টি, স্থিতি, প্ৰলয়ৰ কেন্দ্ৰস্থান। সেই স্থানত জীৱে আধ্যাত্মিক উন্নতিৰ তৃতীয় স্তৰত উপনীত হয়। যিমানদিন ব্ৰহ্মলীলাৰ অৱসান নহয়, সিমানদিন জীৱে ব্ৰহ্মালোকতে বাস কৰিবলগা হয়। এই যে অপাৰ্থিব ত্ৰিবিধ উন্নতি—ইও একমাত্ৰ আত্মাৰে—'মই'ৰে কামনা। 'মই'ৰ ইচ্ছাত এইবোৰ ঘটে। ৫।।

**অহং ৰুদ্ৰায় ধনুৰাতনোমি ব্ৰহ্মদ্বিষে শৰৱে হন্তবা উ।**
**অহং জনায় সমদং কৃণোম্যহং দ্যাবাপৃথিবী আবিৱেশ।। ৬।।**

**অন্বয় ঃ** অহং ব্ৰহ্মদ্বিষে শৰৱে হন্ত বৈ [হন্তুম্] উ (পাদপূৰক) ৰুদ্ৰায় ধনুঃ আতনোমি। অহং জনায় সমদং (সংগ্ৰামং) কৃণোমি [তথা] অহং দ্যাবা-পৃথিবী আবিৱেশ। ৬।।

**অনুবাদ ঃ** মই ব্ৰহ্মজ্ঞান বিৰোধী বিনাশযোগ্য ৰুদ্ৰক (একাদশ ইন্দ্ৰিয়ক) হনন কৰিবলৈ প্ৰণৱৰূপী ধনুত আত্মৰূপ শৰ যুক্ত কৰি থাকোঁ আৰু এইদৰেই মই জনসমূহৰ কাৰণে যুদ্ধ কৰোঁ। মই স্বৰ্গ আৰু মৰ্ত্ত্য উভয় লোকতে সৰ্বতোভাৱে অনুপ্ৰৱিষ্ট।

**ব্যাখ্যা ঃ** ৰুদ্ৰ—দহ ইন্দ্ৰিয় আৰু মন (প্ৰথম মন্ত্ৰৰ ব্যাখ্যা দ্ৰষ্টব্য)—ইহঁতেই ব্ৰহ্মদ্বিষ অৰ্থাৎ ব্ৰহ্মজ্ঞানৰ বিৰোধী। এই ঠাইত 'ৰুদ্ৰ' শব্দত একবচন ব্যৱহাৰ কৰা হৈছে—যিহেতু ইন্দ্ৰিয়বৰ্গ মনৰেই অন্তৰ্গত। মনৰ সত্তাত ইন্দ্ৰিয়ৰ সত্তা—মনৰ লগত ইন্দ্ৰিয়বোৰ লয় হয়। মনেই একমাত্ৰ শৰব্য, অৰ্থাৎ বিনাশ্য। শৰপাত যোগ্য স্থানক শৰব্য বোলে। য কাৰ লোক ছান্দস—ছন্দৰ কাৰণে।

সায়নাচাৰ্যই 'শৰৱে' শব্দৰ অৰ্থ কৰিছে—হিংস্ৰে। সেই অৰ্থও ইয়াত গ্ৰহণ কৰিব পৰা যায়। মন ব্ৰহ্মজ্ঞানৰ বিৰোধী; সুতৰাং মনক হিংস্ৰে বোলা যায়। ধনু শব্দৰ অৰ্থ প্ৰণৱ—ওঙ্কাৰ অথবা মন্ত্ৰ মাত্ৰ। আতনোমি শব্দৰ অৰ্থ—শৰ যোজনা কৰোঁ। উপনিষদে কয় "প্ৰণৱো ধনুঃ শৰোহ্যাত্মা ব্ৰহ্ম তল্লক্ষ্যমুচ্যতে"। প্ৰণৱ ধনু, শৰ আত্মা (জীৱাত্মভাৱ), ব্ৰহ্মই লক্ষ্য। প্ৰণৱ বা মন্ত্ৰৰূপ ধনুত জীৱাত্মবোধৰূপী শৰ যোজনা কৰি ব্ৰহ্মৰ উদ্দেশ্যে নিক্ষেপ কৰিলে, তাৰ ফল হয়—মনৰ লয়। এই মনেই ৰুদ্ৰ। এৱেঁই ব্ৰহ্মজ্ঞানৰ বিৰোধী। এই মনেই 'মই'ক অখণ্ড চৈতন্যক খণ্ড-জ্ঞানক জগত আকাৰত পৰিণত কৰে, সেইকাৰণে মন হিংস্ৰে অথবা শৰব্য। এওঁকে 'হন্তবৈ' হনন কৰিবৰ বাবে যি ধনুশৰ সংযোজনা, অৰ্থাৎ যোগ ধাৰণা সমাধি কিম্বা পূজা-হোম-প্ৰাৰ্থনা প্ৰভৃতি উপায় অৱলম্বন কৰিব লাগে। সেই উপায়বোৰ 'মই'য়েই। সাধনাৰূপেও 'মই'য়েই প্ৰকাশমান।

পূৰ্বে কোৱা হৈছে—ৰুদ্ৰৰূপে 'মই' বিৰাজিত। ইয়াত আকৌ সেই ৰুদ্ৰকে হনন কৰিবৰ বাবেও 'মই'য়েই উদ্যত। সেয়ে 'মই'ৰ কাৰ্য—জীৱৰূপে, জগতৰূপে,

বন্ধনৰূপে 'মই'। আকৌ এই বন্ধন ছিন্ন কৰি মুক্ত হ'বৰ বাবেও যি যোগ-সাধনা আদি উপায়, সিয়ো 'মই'। বন্ধন মই, বন্ধন ছিন্ন কৰিবৰ উপায় মই, আকৌ মুক্তিও মই।

এইখিনিতে উল্লেখযোগ্য এই যে—এই মন্ত্ৰটো পূৰ্বোক্ত পাঁচোটা মন্ত্ৰৰ পাছত উক্ত হোৱাৰো এটা ৰহস্য আছে—যিবিলাক সাধকে সৰ্বভাৱে আত্মাক দৰ্শন কৰিবলৈ অভ্যস্ত হৈছে, অৰ্থাৎ "সৰ্বভূতস্থমাত্মানং সৰ্বভূতানি চাত্মনি সংপশ্যন্ ব্ৰহ্ম পৰমং যাতি নান্যেন হেতুনা" এই বেদমন্ত্ৰৰ সাধনাত যিবিলাক সাধক সিদ্ধ, তেওঁলোকেই ৰুদ্ৰ বা মনৰ বিনাশ কৰিবৰ কাৰণে আত্মাৰ ধনুশৰ সংযোজন ৰূপ প্ৰকাশ উপলব্ধি কৰিবলৈ সমৰ্থ হৈ থাকে। সেই কাৰণে প্ৰথম পাঁচটি মন্ত্ৰত সৰ্বভাৱে আত্মপ্ৰকাশ বৰ্ণনা কৰা হৈছে আৰু এই মন্ত্ৰত সেই সৰ্বভাৱ বিলয় কৰি এক আত্মাৰ প্ৰত্যয়-মাত্ৰৰ সাধনৰূপেও 'মই' বা আত্মাই যে উদ্যত, সেইটো ব্যক্ত কৰা হ'ল। বুদ্ধিযোগীৰ পক্ষে এইবোৰ অৱস্থা প্ৰায় অযত্নলভ্য বুলিয়েই ধাৰণা হ'ব।

অহং জনায় সমদং কৃণোমি—'মই' বিশুদ্ধ চৈতন্য স্বৰূপ আত্মাই জীৱৰ কাৰণেই যুদ্ধ কৰি থাকে। যেতিয়া জীৱৰ প্ৰাণে আত্মৰাজ্য স্থাপন কৰিবলৈ উদ্যত হয়, তেতিয়া দেখিবলৈ পায় যে মনে সৰ্বস্ব অপহৰণ কৰি লৈছে। প্ৰাণে ইচ্ছা কৰে ভগৱৎ চৰণত সৰ্বস্ব সমৰ্পণ কৰি চৰিতাৰ্থ হ'বলৈ, মনে ইচ্ছা কৰে জীৱক সংসাৰ বাসনাত আৱদ্ধ কৰি ৰাখিবলৈ। জীৱ-জীৱনৰ সন্ধিক্ষণ তেতিয়াই উপস্থিত হয়, তেতিয়াই যুদ্ধৰ সূত্ৰপাত হয়। কুৰুক্ষেত্ৰত—কৰ্মক্ষেত্ৰত এইদৰে যি সমৰ সংঘটিত হয় (যি সমৰ চণ্ডী-তত্ত্বত বৰ্ণনা কৰা হৈছে), তাকো 'মই'য়েই সংঘটন কৰি থাকোঁ। সুতৰাং কি সাধনা ক্ষেত্ৰত, কি বিষয় ক্ষেত্ৰত সৰ্বত্ৰ সৰ্ব কৰ্মৰ একমাত্ৰ নিয়ন্তা 'মই' আত্মা।

অহংদ্যাবা পৃথিৱী আবিৱেশ—'মই' দ্যুলোক আৰু ভূলোক প্ৰকাশ কৰি সৰ্বত্ৰ সম্প্ৰবিষ্ট। দেৱলোক বিজ্ঞানময় কোষ। এই ঠাইত আত্মবোধ উপসংহৃত হ'লে, চৈতন্যময় ব্ৰহ্মসত্তাৰ দৰ্শন হয়। ভূলোক—অন্নময় কোষ বা স্থূলদেহ। অন্যান্য কোষবিলাক উক্ত উভয়লোকৰ অন্তৰ্গত বুলি পৃথকভাৱে উল্লিখিত হোৱা নাই। আত্মাৰ অন্নময় কোষ এই বিৰাট ব্ৰহ্মাণ্ড। প্ৰাণময় কোষ—সৃষ্টি, স্থিতি ক্ৰিয়া শক্তি। মনোময় কোষ বহুভাৱে ব্যক্ত হোৱাৰ সংকল্প। বিজ্ঞানময় কোষ—যি জ্ঞানত এই বহুত্ব সংকল্প ধৃত হৈ আছে। আনন্দময় কোষ—যি ঠাইত আত্মাৰ স্বৰূপ কেৱল আনন্দময়। এই স্থানত জগতৰ বীজ অব্যক্তভাৱে অৱস্থান কৰে। এই সমষ্টি বা বিৰাট বিজ্ঞানময় কোষেই স্বৰ্গলোক। জীৱ ভাৱীয় ব্যষ্টি এই বিজ্ঞানময় কোষত অৱস্থান কৰিব পাৰিলেই স্বৰ্গলোকলৈ অনায়াসে যাব পাৰে আৰু অসংখ্য দেৱ-দেৱী মূৰ্তি দৰ্শন, নানাৰূপ আত্ম-বিভূতি লাভ কৰা যায়। শ্ৰীশ্ৰীচণ্ডীতত্ত্ব এই বিজ্ঞানময় কোষৰ সাধনা। প্ৰত্যেক মানুহেই ইচ্ছা কৰিলেই এই ক্ষেত্ৰলৈ, অৰ্থাৎ স্বৰ্গলৈ গমন কৰিব পাৰে। ই কেৱল ভাষাৰ ঝঙ্কাৰ নহয়—ই ধ্ৰুৱ সত্য। ৬।।

**অহং সুবে পিতৰমস্য মূৰ্দ্ধন্ মম যোনিৰপ্স্বন্তঃ সমুদ্ৰে।**
**ততো বি তিষ্ঠে ভুৱনানু বিশ্বোতামূং দ্যাং বৰ্ষ্মণোপ স্পৃশামি।। ৭।।**

**অন্বয় ঃ** অস্য মূৰ্দ্ধন্ পিতৰম্ অহং সুবে। [চ] মম যোনিঃ (কাৰণ) অপ্সু-অন্তঃ সমুদ্ৰে। ততঃ [অহমেব] বিশ্বা ভুৱনা অনু বিতিষ্ঠে। উত (আৰু) অমূং দ্যাং বৰ্ষ্মনা (কাৰণ ভূত মায়াময় দেহেৰে) উপস্পৃশামি।।

**অনুবাদ ঃ** 'মই' জগতপিতাক প্ৰসব কৰোঁ। ইয়াৰ ওপৰভাগত আনন্দময় কোষৰ অভ্যন্তৰত থকা বিজ্ঞানময় কোষত মোৰ কাৰণ শৰীৰ অৱস্থিত। মই সমগ্ৰ ভুৱনত অনুপ্ৰবিষ্ট হৈ অৱস্থিতা। সেই দূৰৱৰ্তী স্বৰ্গলোক তাকো মই নিজৰ শৰীৰেৰে স্পৰ্শ কৰি আছোঁ।

ব্যাখ্যা ঃ জগৎপিতা (পিতৰম্—সমস্ত পদাৰ্থৰ পিতা) হিৰণ্যগৰ্ভঃ; যাৰপৰা এই জীৱ-জগত জাত হৈছে। আগেয়ে কোৱা হৈছে যে ই পৰমাত্মাৰ মনোময় কোষ বা সমষ্টি মন। ক্ষিতি প্ৰভৃতি পঞ্চভূতৰ আদি—আকাশ বা ব্যোমতত্ত্ব। এই ব্যোমতত্ত্বৰ ওপৰত মন আছে। আকাশাদি ভূতসমূহৰ সংকল্প মনৰ থাকে। আমি যেনেকৈ মনে মনে নানাৰূপ কল্পনা কৰোঁ, সেইদৰে সমষ্টি বা বিৰাট মনৰো যি কল্পনা—সেয়ে হৈছে এই ব্ৰহ্মাণ্ড। আমাৰ মনৰ কল্পনাবোৰ ক্ষণস্থায়ী আৰু আনৰ পক্ষে অদৃশ্য; কিন্তু মনোময় আত্মাৰ সংকল্প ঘন, দীৰ্ঘকাল স্থায়ী আৰু সৰ্ব জীৱৰ ভোগ্য। এই বিৰাট পুৰুষৰ নাম হিৰণ্য গৰ্ভ—এৱেঁই জগতৰ পিতা। এওঁকে সচ্চিদানন্দ স্বৰূপ আত্মা 'মই'য়ে প্ৰসব কৰি থাকোঁ। এক কথাত মই জগৎপিতাৰো জননী।

অস্য মূৰ্দ্ধন্ মম যোনিঃ—ইয়াৰ ওপৰত মোৰ কাৰণ দেহ অৱস্থিত। (যোনিঃ—কাৰণ) অপ্সু অন্তঃসমুদ্ৰে—সমুদ্ৰৰ মাজত থকা পানীত। সমুদ্ৰ শব্দৰ অৰ্থ আনন্দ। শ্ৰুতিত আছে—এই সমুদৰ প্ৰাণী সমুদ্ৰবান্, অৰ্থাৎ আনন্দময়। ধাতু প্ৰত্যয়ৰ অৰ্থৰ দ্বাৰাও সমুদ্ৰ শব্দে আনন্দ পোৱা যায়—সম্ পূৰ্বক ক্লেদনাৰ্থক উদ্ ধাতুৰ পৰা সমুদ্ৰ শব্দ নিষ্পন্ন। সম্যক্ প্ৰকাৰে ক্লিন্ন, অৰ্থাৎ ৰসাৰ্দ্ৰ কৰে বুলিয়েই ইয়াৰ নাম সমুদ্ৰ। আনন্দই জীৱক ৰসাৰ্দ্ৰ কৰে, সেইবাবে সমুদ্ৰ আনন্দ। আচাৰ্য সায়নেও ইয়াৰ অৰ্থ কৰিছে—পৰমাত্মা। পৰমাত্মা আৰু আনন্দ একেই কথা। অপ্ শব্দৰ অৰ্থ—ব্যাপনশীলা ধী-বৃত্তি; সায়ন ভাষ্যত এইদৰেই কৈছে। ধী-বৃত্তিৰ অন্য নাম বিজ্ঞানময় কোষ। ইয়াৰ পূৰ্ব-মন্ত্ৰৰ ব্যাখ্যাত পৰমাত্মাৰ পঞ্চকোষৰ বিৱৰণ প্ৰকটিত কৰা হৈছে। যিয়েই নহওক—এই মন্ত্ৰৰ অৰ্থ এইদৰে কৰিব পাৰি যে আনন্দময় কোষৰ অভ্যন্তৰত অৱস্থিত বিজ্ঞানময় কোষেই হিৰণ্য গৰ্ভৰ ওপৰত অৱস্থিত—সেয়ে 'মম যোনিঃ'—পৰমাত্মাৰ কাৰণ শৰীৰ। জীৱৰ কাৰণ শৰীৰ যদিও আনন্দময় কোষ নামে অভিহিত, তথাপি কেৱল আনন্দময় কোষেই কাৰণ নহয়, তাৰ মাজত থকা বিজ্ঞানেই হৈছে প্ৰকৃত কাৰণ। বিজ্ঞানতে এই জগৎ পৰিধৃত, আনন্দময় কোষ উদাসীন সাক্ষী স্বৰূপ দ্ৰষ্টা মাত্ৰ। তাৰেই ঈক্ষণত বা আলোক সম্পাতত এই প্ৰকৃতিৰূপী মন অনন্ত বৈচিত্ৰ্যপূৰ্ণ জগৎ প্ৰপঞ্চ ৰচনা কৰি আছে। সুতৰাং হিৰণ্য গৰ্ভ, অৰ্থাৎ জগৎপিতাৰ ওপৰতে 'মোৰ'—আত্মাৰ কাৰণ শৰীৰ অৱস্থিত।

ততোবিতিষ্ঠে ভুৱনানুবিশ্বা—অতএব সমস্ত ভুৱনত 'মই'য়ে অনুপ্ৰবিষ্ট হৈ অৱস্থান কৰি আছোঁ।

উত অমূং দ্যাং বর্ষ্মনা উপস্পৃশ্যামি—সেই যে সাধাৰণ জীৱৰ পক্ষে দূৰৱৰ্তী স্বৰ্গলোক—যি স্থানক বিজ্ঞানময় কোষ বুলি পূৰ্বে অভিহিত কৰা হৈছে—সেই ঠাইতো 'মই' স্বকীয় শৰীৰেৰে স্পৰ্শ কৰি আছোঁ। সমস্ত ব্ৰহ্মাণ্ডই মোৰ—সচ্চিদানন্দৰ শৰীৰ; অৱশ্যে দ্যুলোকত আৰোহণ কৰিব পাৰিলেই বিশেষভাৱে 'মোৰ' স্পৰ্শ অনুভৱ কৰিব পৰা যায়—এই বাক্যৰ এয়ে তাৎপৰ্য।

[বৰ্ষ্মনা—কাৰণভূত মায়াময় শৰীৰেৰে।] ৭।।

**অহমেব বাত ইব প্ৰবাম্যাৰভমানা ভুৱনানি বিশ্বা।**
**পৰো দিবা পৰ এনা পৃথিব্যৈতাৱতী মহিনা সম্বভূব।। ৮।।**

**অন্বয় ঃ** অহম্ এব বিশ্বা (বিশ্বানি—বিশ্ববিলাক) ভুৱনানি আৰভমানা বাতঃ ইব প্ৰবামি (অন্তৰে-বাহিৰে বিচৰণ কৰোঁ)। দিবা (দিবঃ) পৰঃ, এনা (এই) পৃথিব্যাঃ পৰঃ মহিনা (মহিমা) এতাৱতী সং বভূব।। ৮।।

**অনুবাদ ঃ** 'মই' যেতিয়া বায়ুৰ দৰে প্ৰবাহিত হওঁ, তেতিয়াই এই সমগ্ৰ ভুৱনৰ সৃষ্টি আৰম্ভ হয়। এই স্বৰ্গ আৰু মৰ্ত্যৰ পাছতো মই বৰ্তমান। ইয়েই মোৰ মহিমা। ৮।

**ব্যাখ্যা ঃ** ভূতবৰ্গৰ ভিতৰত আকাশ নিষ্ক্ৰিয়, উদাসীন আৰু সৰ্বাধাৰ, কিন্তু বায়ু প্ৰবাহৰূপে ক্ৰিয়াশীল, ক্ৰিয়া শক্তিময়। গীতাত কৈছে—

যথাকাশ-স্থিতো নিত্যং বায়ুঃ সৰ্বত্ৰগো মহান্।
তথা সৰ্বাণি ভূতানি মৎস্থানীত্যুপধাৰয়।।

যেনেকৈ সৰ্বত্ৰগামী আৰু মহান বায়ু আকাশত অৱস্থিত, সেইৰূপে সৰ্বভূত আত্মাত অৱস্থিত।

**জীৱে যেতিয়া এই আত্মবস্তু সাক্ষাৎ কৰিবৰ কাৰণে অগ্ৰসৰ হ'বলৈ ধৰে, তেতিয়া ইয়াক ক্ৰিয়াশক্তি বিশিষ্ট যেনেই দেখে। যেতিয়ালৈকে তটস্থ লক্ষণৰ দ্বাৰা (উদাসীন বা নিৰ্লিপ্তভাৱে) আত্মাৰ সমীপস্থ হ'বলগা হয়, তেতিয়ালৈকে যথাৰ্থতে 'আত্মা' বায়ুৰ দৰেই প্ৰবাহশীল—সঁচা। সেইকাৰণে বেদান্ত সূত্ৰত 'জন্মাদ্যস্য যতঃ' বুলি ব্ৰহ্ম জিজ্ঞাসাৰ উত্তৰ দিছে। যাৰপৰা এই সমস্ত জগৎ উৎপন্ন হয়, য'তে অৱস্থিত আৰু য'তে বিলীন হয়, তেৱেঁই ব্ৰহ্ম, তেৱেঁই আত্মা, তেৱেঁই 'মই'। 'মই'ক যিসকলে জানিব খোজে, তেওঁলোকলৈ সেই একেটি মাত্ৰই উত্তৰ—জন্মাদ্যস্য যতঃ। ইয়াতকৈ দ্বিতীয় সবল উত্তৰ নাই। এই যে জগৎ প্ৰসূতি পালয়িত্ৰী আৰু সংহৰ্ত্ৰী, শক্তিৰূপা জননী—এৱেঁই 'মই'। সেইকাৰণে মন্ত্ৰত স্ত্ৰীলিঙ্গ ব্যৱহাৰ কৰা হৈছে—'আৰভমানা'। এৱেঁই সৰ্বজীৱৰ সাধ্য আৰু উপাস্য। এই বিশ্বভুৱন যিমানদিন আছে সিমানদিন এওঁ 'বাত ইব প্ৰবামি' অৰ্থাৎ ক্ৰিয়া শক্তিৰূপা—ইতি শ্ৰুতিসিদ্ধ। নিৰ্গুণভাৱেই হওক বা পুৰুষভাৱেই হওক, উপাসনা কাৰ্য যিমানদিন আছে, সিমানদিন আত্মা ক্ৰিয়াশক্তি বা মহামায়া ৰূপে অভিব্যক্ত হৈ থাকে।**

***ইয়াত বাজেও মোৰ আন এটি অৱস্থা আছে—অন্ত্য উপসংহাৰত কৈছে—"পৰো দিবা পৰ এনা পৃথিবী এতাৱতী মহিমা"। এই যে দ্যুলোক ভূলোকব্যাপী আৰু***

দ্যুলোকব্যাপী 'মই'ৰ স্বৰূপ প্ৰকটিত কৰা হ'ল, ইয়াৰ ওপৰতো 'মই' আছে, সি বাক্য আৰু 'মই'ৰ অগোচৰ; এয়ে জীৱৰ গম্য আৰু লক্ষ্য। জগদতীত নিৰঞ্জন স্বৰূপে তেওঁৰ কোনো মহিমাৰ বিকাশ নাই। 'মই'ৰ মহিমা—এই জগৎ, এই দ্যু-ভূ-ব্যাপী বিৰাট দেহ। বেদান্ত সূত্ৰতো ইয়াকে কৈছে। কেনেকৈ নিত্য নিৰঞ্জন স্বৰূপটো অক্ষুন্ন ৰাখি—'মই'—'মাতৃ' স্বয়ং পৰিচ্ছিন্ন জীৱজগত আকাৰত বিৰাজিত হয়—সেয়ে বিস্ময়কৰ আৰু এয়ে যথাৰ্থতে 'মই'ৰ মাহাত্ম্য। ৮।।

দেৱীসূক্তৰ ব্যাখ্যা সমাপ্ত।

অৰ্গলা স্তোত্ৰম্।

ওঁ অস্য শ্ৰীঅৰ্গলা স্তোত্ৰমন্ত্ৰস্য বিষ্ণুঋষিঃ অনুষ্টুপ ছন্দঃ শ্ৰীমহালক্ষ্মীৰ্দেৱতা শ্ৰীজগদম্বা প্ৰীত্যৰ্থং সপ্তশতী পাঠাঙ্গজপে বিনিয়োগঃ।

এই অৰ্গলা স্তোত্ৰৰ ঋষি বিষ্ণু, ছন্দঃ অনুষ্টুপ আৰু দেৱতা মহালক্ষ্মী। জগদম্বাৰ প্ৰীতিৰ কাৰণে চণ্ডীপাঠৰ অঙ্গস্বৰূপে অৰ্গলা স্তোত্ৰ পাঠৰ প্ৰয়োগ হয়।

**ওঁ নমশ্চণ্ডিকায়ৈ**

**ওঁ মাৰ্কণ্ডেয় উবাচ**

**ওঁ জয় ত্বং দেৱি চামুণ্ডে জয় ভূতাপসাৰিণী*।**
**জয় সৰ্বগতে দেৱি কালৰাত্ৰি নমোঽস্তু তে।। ১।।**
**জয়ন্তী মঙ্গলা কালী ভদ্ৰকালী কপালিনী।**
**দুৰ্গা শিবা ক্ষমা ধাত্ৰী স্বাহা স্বধা নমোঽস্তু তে।। ২।।**

[চামুণ্ডা শব্দৰ অৰ্থ চানাং বুদ্ধীনাং বা সুখানাং মুণ্ডামিব স্থিতা যা—বুদ্ধি বা সুখসমূহৰ মুণ্ডৰ নিচিনা শ্ৰেষ্ঠ স্থানত যিজনা অৱস্থিতা।]

হে দেৱী চামুণ্ডে! তোমাৰ জয় হওক, হে দেৱী! তুমি ভূত অপসাৰিণী, অৰ্থাৎ সৰ্বভূতৰ জননী। তুমি সকলো ভূততে অৱস্থিতা আছা বুলি তুমি সৰ্বগতা, তুমি প্ৰলয় কালত ভূত সংহাৰিণী (অন্ধকাৰৰূপিনী) সেইবাবে তুমি কালৰাত্ৰি তোমাক নমস্কাৰ কৰোঁ। ১।।

হে দেৱী! তুমি জয়ন্তী (জয়যুক্তা—সৰ্বোৎকৃষ্টা), মঙ্গলা (ভক্তসকলৰ জন্ম-মৰণ আদি ৰূপ 'মঙ্গ' গ্ৰহণ কৰা বুলি তুমি মঙ্গলা, অৰ্থাৎ মোক্ষদায়িনী—জন্মাদি-নাশিনী), কালী (প্ৰলয় কালত সৰ্বসংহাৰিণী), ভদ্ৰকালী (ভক্তসকলৰ মঙ্গলদায়িনী), কপালিনী (প্ৰলয় কালত ব্ৰহ্মাদিৰ কপাল বা জগৎ প্ৰপঞ্চ হাতত লৈ তুমি নৃত্য কৰা বুলি তুমি কপালিনী। ভক্তসকলে বহু কষ্টে তোমাক লাভ কৰে, সেইবাবে তুমি দুৰ্গা

* ভূতাপহাৰিণি ইতি বা পাঠঃ।

(দুখপ্ৰাপ্য)। হে দেৱী! সকলো জীৱৰ অপৰাধ ক্ষমা কৰা বুলি তুমি ক্ষমা; তুমিয়েই শিৱা (চিৎস্বৰূপা), সৰ্বজীৱক ধাৰণ কৰা বুলি তুমি ধাত্ৰী। তুমি স্বাহা (দেৱ-পোষিণী); তুমিয়েই স্বধা (পিতৃপোষিণী); হে দেৱী! তোমাক নমস্কাৰ কৰিছোঁ। ২।।

***মধুকৈটভ বিধ্বংসি বিধাতৃবৰদে নমঃ।**
**ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৩।।**
**মহিষাসুৰনিৰ্ণাশি ভক্তানাং সুখদে নমঃ।***
**ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৪।।**
**ধূম্ৰনেত্ৰবধে দেবি ধৰ্মকামাৰ্থদায়িনি।**
**ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিজো জহি।। ৫।।**
**ৰক্তবীজবধে দেবি চণ্ডমুণ্ডবিনাশিনি।**
**ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৬।।**
**নিশুম্ভ শুম্ভ নিৰ্নাশি ত্ৰৈলোক্য শুভদে নমঃ।**
**ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৭।।**

*মধুকৈটভ বিদ্ৰাবি ইতি বা।

*মহিষাসুৰ নিৰ্নাশি বিধাত্ৰি বৰদে নমঃ ইতি বা পাঠঃ।

হে মধুকৈটভ বিনাশিনি, হে ব্ৰহ্মাবৰ দায়িনি, তোমাক নমস্কাৰ। মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ (কাম-ক্ৰোধাদি) শত্ৰু নাশ কৰা।

(১) ৰূপ—পৰমাত্ম বস্তু, (২) জয়—ভেদজ্ঞান বা তত্ত্বজ্ঞান, (৩) যশ—তত্ত্বজ্ঞানৰ পৰা উৎপন্ন হোৱা যশ।

দ্বিষো-শত্ৰু—কাম-ক্ৰোধাদি শত্ৰু। ৩।।

হে মহিষাসুৰ নাশিনি! হে ভক্তসকলৰ সুখদায়িনি, তোমাক নমস্কাৰ। মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া, মোৰ শত্ৰু বিনাশ কৰা। ৪।।

হে ধূম্ৰলোচন বিনাশিনি, হে ধৰ্ম, অৰ্থ আৰু কামদায়িনী দেৱি, মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া, মোৰ শত্ৰু বিনাশ কৰা। ৫।।

হে ৰক্তবীজ বধকাৰিনী! হে চণ্ড আৰু মুণ্ড বিনাশিনী দেৱি! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া, মোৰ শত্ৰু বিনাশ কৰা। ৬।।

হে শুম্ভ আৰু নিশুম্ভনাশিনী! ত্ৰৈলোক্যৰ শুভদায়িনী দেৱি! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু বিনাশ কৰা। ৭।।

---

১ ৰূপ্যতে নিৰূপ্যতে (জ্ঞায়তে) ইতি ৰূপম্ তচ্চ পৰমাত্মবস্তু।

২ জয়তি অনেন পৰমাত্মনঃ স্বৰূপম্ ইতি জয়ঃ = বেদশ্ৰুতিসমূহ।

*৩ যশঃ = শ্ৰুতি প্ৰসিদ্ধ তত্ত্বজ্ঞান লাভজনিত যশঃ। (দুৰ্গা-প্ৰদীপ)*

বন্দিতাঙ্ঘ্ৰিযুগে দেৱি সৰ্বসৌভাগ্যদায়িনি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৮।।
অচিন্ত্যৰূপ চৰিতে সৰ্বশত্ৰুবিনাশিনি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ৯।।
নতেভ্যঃ সৰ্বদাভক্ত্যা চাপৰ্ণে দুৰিতাপহে।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১০।।
স্তুবদ্ভ্যো ভক্তিপূৰ্বং ত্বং চণ্ডিকে ব্যাধিনাশিনি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১১।।

হে দেৱী! ব্ৰহ্মাদি দেৱতাসকলে তোমাৰ চৰণযুগল সদায় বন্দনা কৰি থাকে, তুমি সকলোৰে সৌভাগ্যদায়িনী, অতএব মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ৮।।

হে দেৱী! তোমাৰ ৰূপ আৰু চৰিত্ৰ অচিন্ত্য, হে সৰ্বশত্ৰুবিনাশিনী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ৯।।

হে অপৰ্ণে[১]! আশ্ৰিতভক্তৰ পাপনাশিনী হে দেৱী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১০।।

হে চণ্ডীকে! ভক্তিপূৰ্বক যি তোমাৰ স্তৱ কৰে, তুমি তাৰ ব্যাধি নাশ কৰা। হে দেৱী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১১।।

(১) ৰূপ্যতে নিৰূপ্যতে (জ্ঞায়তে) ইতি ৰূপম্ তচ্চ পৰমাত্ম বস্তু।
(২) জয়তি অনেন পৰমাত্মনঃ স্বৰূপম্ ইতি জয়ঃ—বেদ স্মৃতিসমূহ।
(৩) যশঃ—শ্ৰুতি প্ৰসিদ্ধ তত্ত্বজ্ঞান লাভজনিত যশঃ। (দুৰ্গা প্ৰদীপ)

চণ্ডিকে সততং যুদ্ধে জয়ন্তি পাপনাশিনি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১২।।
দেহি সৌভাগ্যমাৰোগ্যং দেহি দেৱি পৰং সুখং।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৩।।
বিধেহি দেৱি কল্যাণং বিধেহি বিপুলাং শ্ৰিয়ম্।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৪।।
বিধেহি দ্বিষতাংনাশং বিধেহি বলমুচ্চকৈঃ।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৫।।

---

১ অপৰ্ণা = ন + পৰ্ণ (পত্ৰ)
**পাৰ্বতীয়ে কুমাৰী কালত শিৱক পতিৰূপে পাবৰ কাৰণে যেতিয়া কঠোৰ তপস্যা কৰিছিল, তেতিয়া কোনো এটি গছৰ পকা পাতো ভক্ষণ কৰা নাছিল। এই কাৰণে *তেওঁৰ এটি নাম অপৰ্ণা।***

সুৰাসুৰ শিৰোৰত্ন নিঘৃষ্ট চৰণাম্বুজে*।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৬।।

হে চণ্ডীকে! তুমি যুদ্ধত সদায় জয়শালিনী; হে পাপনাশিনী দেৱী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১২।।

হে দেৱী! মোক সৌভাগ্য আৰু আৰোগ্য দিয়া আৰু পৰম সুখ দিয়া। মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৩।।

হে দেৱী! মোৰ কল্যাণ বিধান কৰা, আৰু মোক বিপুল শ্ৰী (ঐশ্বৰ্য) দিয়া। মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৫।।

হে দেৱী! দেৱতাসকলৰ আৰু অসুৰবিলাকক মুকুটমণি (মস্তকত থকা ৰত্ন) তোমাৰ পাদপদ্মত বিলুণ্ঠিত হয়। অতএব হে সুৰাসুৰ বন্দিতে, মোক ৰূপ দিয়া, যশ দিয়া, জয় দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৬।।

বিদ্যাবন্তং যশস্বন্তং লক্ষ্মীবন্তঞ্চ মাং কুৰু।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৭।।
দেৱী প্ৰচণ্ডদোৰ্দণ্ড দৈত্যদৰ্পনিসূদিনি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৮।।
প্ৰচণ্ডদৈত্যদৰ্পঘ্নে চণ্ডিকে প্ৰণতায় মে।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ১৯।।
চতুৰ্ভুজে চতুৰ্বক্ত্ৰ সংস্তুতে পৰমেশ্বৰি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২০।।
কৃষ্ণেণ সংস্তুতে দেৱি শশ্বদ্ভক্ত্যা যদাম্বিকে।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২১।।
হিমাচল সুতানাথ-সংস্তুতে পৰমেশ্বৰি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২২।।
ইন্দ্ৰাণি পতি সদ্ভাৱ পূজিতে পৰমেশ্বৰি।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২৩।।

হে দেৱী! মোক ব্ৰহ্মবিদ্যাবান, যশস্বী আৰু শ্ৰীমান কৰা। হে দেৱী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৭।।

তুমি প্ৰবল পৰাক্ৰম দৈত্যৰ দৰ্পহাৰিণী। হে দেৱী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৮।।

হে প্ৰচণ্ড দৈত্যদৰ্পঘাতিনী দেৱী চণ্ডীকে! মই তোমাৰ চৰণত সদায় প্ৰণত হৈ আছোঁ। মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ১৯।।

হে চতুৰ্ভুজ! হে ব্ৰহ্মবন্দ্যে! হে পৰমেশ্বৰী! মোক ৰূপ, জয়, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২০।।

হে অম্বিকে! শ্ৰীকৃষ্ণ (বিষ্ণু) ভক্তিসহকাৰে সদায় তোমাৰ স্তৱ কৰি থাকে; মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২১।।

হে পৰমেশ্বৰী! স্বয়ং উমাকান্তই তোমাৰ স্তৱ কৰি থাকে; অতএব হে শিৱবন্দ্যে! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২২।।

ইন্দ্ৰপত্নী শচীদেৱীয়ে[১] তেওঁৰ পতি ইন্দ্ৰ ক'ত আছে, সেইটো জানিবৰ কাৰণে তোমাৰ স্তৱ কৰিছিল; হে পৰমেশ্বৰী! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২৩

দেৱি ভক্তজনোদ্দাম দত্তানন্দোদয়েঽম্বিকে।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২৪।
ভাৰ্য্যাং মনোৰমাং দেহি মনোবৃত্ত্যনুসাৰিণীম্।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২৫।।
তাৰিণী দুৰ্গসংসাৰ-সাগৰস্যাচলোদ্ভবে।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।। ২৬।।
ইদং স্তোত্ৰং পঠিত্বাতু মহাস্তোত্ৰং পঠেন্নৰঃ।
সপ্তশতীং সমাৰাধ্য বৰমাপ্নোতি দুৰ্লভম্।। ২৭।।
ইতি অৰ্গলাস্তোত্ৰং সমাপ্তম্।

হে দেৱী! ভক্তজনৰ হৃদয়ত অপাৰ আনন্দ উদযকাৰিণী! হে অম্বিকে! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২৪।।

হে দেৱী! মোৰ মনোবৃত্তিৰ অনুসাৰিণী (অনুকূল আচৰণকাৰিণী) মনোৰমা ভাৰ্যা[১] (ভৰনীয়া বা ভক্তি) দিয়া। হে দেৱী! মোক ৰূপ দিয়া, জয় দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২৫।।

দুস্তৰ-সংসাৰ-সাগৰতাৰিণী হে গিৰিসুতে! মোক ৰূপ দিয়া, জয় দিয়া, যশ দিয়া আৰু মোৰ শত্ৰু নাশ কৰা। ২৬।।

এই স্তোত্ৰ পাঠ কৰি মহাস্তোত্ৰ (সাতশ মন্ত্ৰ থকা চণ্ডী) পাঠ কৰা উচিত। এইদৰে সপ্তসতীৰ আৰাধনা কৰিলে দুৰ্লভ বৰ (ফল) লাভ হয়। ২৭।।

অৰ্গলা অনুবাদ সমাপ্ত।

---

১ কোনো এসময়ত দুৰ্বাসাৰ অভিশাপত ইন্দ্ৰ লক্ষ্মীভ্ৰষ্ট হৈ কোনো সৰোবৰৰ পদ্মৰ মৃণালৰ মাজত দীৰ্ঘকাল অজ্ঞাত বাস কৰে। ইন্দ্ৰৰ পত্নী শচী দেৱীয়ে (পৌলোমীয়ে) চণ্ডীক আৰাধনা কৰি পতি ক'ত আছে জানিব পাৰি, তেওঁৰ ওচৰলৈ যায়। ই পুৰাণৰ কথা। (গুপ্তৱতী টীকাত এইদৰে ব্যাখ্যা কৰিছে)।

১। ভাৰ্যা শব্দৰ লাক্ষণিক অৰ্থ ভক্তি হ'ব পাৰে।

**ৰূপং দেহি—**

(১) হে দেৱী! মোক সুন্দৰ আকৃতি দিয়া, মোক স্বাস্থ্যবান কৰা।

(২) মা! তোমাৰ ৰূপটো মোক চাবলৈ দিয়া।

(৩) হে দেৱী! গোটেই জগততে যে তোমাৰেই ৰূপ সেইটো বুজিবলৈ দিয়া।

(৪) মা! মোৰ যে ৰূপৰ অভাৱবোধ আছে তাকে দূৰ কৰা।
ইয়াত দেহি শব্দৰ অৰ্থ—অভাবং পূৰয়, অভাৱপূৰ্ণ কৰিবলৈকে দেহি শব্দৰ প্ৰয়োগ হৈছে।

(৫) মা! একমাত্ৰ নিৰূপণীয় বস্তু পৰমাত্মা; মোক তেওঁৰ স্বৰূপ বুজিবলৈ দিয়া।

**জয়ং দেহি—**

(১) হে দেৱী! মোক জয় দিয়া।

(২) মা! মই যেন সাধন-সমৰত জয়লাভ কৰিব পাৰোঁ।

(৩) মা! মোৰ চিত্ত আৰু ইন্দ্ৰিয় ভয়ৰ অধিকাৰী কৰা।

(৪) জয়ৰূপিণী যে তুমি তোমাত মোৰ মতি হওক।

(৫) জয় শব্দৰ অৰ্থ সত্য। মোক সত্য-প্ৰতিষ্ঠিত কৰা। সত্যমেব জয়তে নানৃতং—সত্যৰহে জয় হয়, মিথ্যাৰ নহয়। সত্যই জয়। একমাত্ৰ সত্যই যে সৰ্বত্ৰ বিৰাজিত এই জ্ঞানত প্ৰতিষ্ঠিত হোৱাৰ নামেই যথাৰ্থ জয়লাভ।

**যশো দেহি—**

(১) মা! মোক কীৰ্তিমান কৰা।

(২) মা! মই যে তোমাৰ পুত্ৰ—এই যশ মোক দিয়া।

(৩) মা! সাধন-সমৰত জয়লাভৰ যশ মোক দিয়া।

(৪) মা! যশৰ নিচিনা নিৰ্মল শুভ্ৰ সত্ত্বগুণ উদ্বোধিত কৰা।

(৫) মা! মোক নিত্য (চিৰস্থায়ী) যশ (পৰমাত্ম বস্তু) দিয়া, অৰ্থাৎ মোক অমৰ কৰা—মৃত্যুৰ পৰা অমৃতত্বলৈ লৈ যোৱা।

**দ্বিষো জহি—**

(১) মা! মোৰ শত্ৰু হনন কৰা।

(২) মা! মোৰ কাম-ক্ৰোধাদি ৰিপুবিলাকক নাশ কৰা।

(৩) মা! মোৰ সাধনাৰ বিৰোধী ভাৱবোৰ দূৰীভূত কৰা।

(৪) মা! মোৰ তিনিপ্ৰকাৰ কৰ্মফল ধ্বংস কৰা। (সঞ্চিত, প্ৰাৰব্ধ আৰু অনাৰব্ধ—এই তিনিপ্ৰকাৰ কৰ্মফল) এইবিলাকেই মোৰ যথাৰ্থ শত্ৰু, ব্ৰাহ্মী স্থিতিৰ দুৰ্জয় অন্তৰায়।

*(৫) মা! সৰ্বই মোৰ শত্ৰু—মুক্তিমাৰ্গৰ পৰিপন্থী।*
*(সৰ্ব—বিষয়জ্ঞান) সৰ্ব ধৰ্মৰূপ মহাশত্ৰু বিনাশ কৰা। (সৰ্ব ধৰ্ম—ধৰ্মই*

বন্ধন কৰে। ধৰ্ম আচৰণৰ সকলো বন্ধনৰ পৰা মোক মুক্ত কৰা)।

**দেহি সৌভাগ্যমাৰোগ্যম্—**

(১) মা! মোক সৌভাগ্যবান কৰা আৰু মোক আৰোগ্য দিয়া।

(২) মা! তোমাক লাভ কৰিবৰ সৌভাগ্য মোক দিয়া।

(৩) মা! সংসাৰ-সমুদ্ৰ পাৰ হোৱাই পৰম সৌভাগ্য, সেই সৌভাগ্য মোক দিয়া। মোৰ এই ভৱৰোগ অৰ্থাৎ পুনঃ পুনঃ জন্ম-মৃত্যু দূৰ কৰি চিৰ আৰোগ্য দান কৰা।

**বিধেহি বলমুচ্চকৈঃ—**

(১) মা! মোক শাৰীৰিক বল দিয়া।

(২) মা! মোক চিত্তৰ বল দিয়া।

(৩) মা! মোক পৰমাত্ম বস্তু লাভৰ উপযুক্ত বল দিয়া। 'নায়মাত্মা বলহীনেন লভ্যঃ' (শ্ৰুতি)। বলহীন ব্যক্তিয়ে আত্মলাভ কৰিব নোৱাৰে। সুতৰাং মোক এনে বল দিয়া যাতে তোমাক লাভ কৰিব পাৰোঁ।

**ভাৰ্যাং মনোৰমাং দেহি মনোবৃত্ত্যানুসাৰিণীম্—**

(১) মা! মোৰ মনোবৃত্তিৰ অনুসৰণ কৰিব পাৰে এনে মনোৰমা পত্নী দিয়া।

(২) মা! মোৰ পত্নীক মোৰ মনোৰমা আৰু অভিপ্ৰায় অনুসাৰিনী সহধৰ্মিনী কৰা।

(৩) মা! মোক আত্মাভিমুখী ইচ্ছাশক্তি দিয়া। সেই শক্তি যেন মোৰ মনৰো প্ৰিয়তমা হয় আৰু চিত্তৰ বৃত্তিসমূহে যেন সেই শুভ ইচ্ছাশক্তিৰেই অনুসৰণ কৰে। পুনঃ যেন জগৎমুখী মনোবৃত্তি নাথাকে।

(৪) মা! মোক দৈৱী প্ৰকৃতি দিয়া, সেই প্ৰকৃতি যেন মোৰ মনোৰমা হয় আৰু মোৰ চিত্তৰ বৃত্তিবিলাকেও যেন সেই প্ৰকৃতিকে অনুসৰণ কৰে।

কিছু নহয় কিছু সদিচ্ছা, অলপ নহয় অলপ দৈৱী প্ৰকৃতি সকলো মানুহৰে আছে; কিন্তু মনৰ কাৰণে প্ৰীতিজনক নহয় বুলি মানুহ সংসাৰৰ ভোগত মুগ্ধ হয়। এই ভাবটো যাতে দূৰীভূত হয়, অৰ্থাৎ আত্মাভিমুখী ইচ্ছাশক্তি—দৈৱীপ্ৰকৃতিৰূপিনী ভাৰ্যা যাতে মনোৰমা হয়—মনৰ কাৰণে প্ৰীতিজনিকা হয়—তাকেই প্ৰাৰ্থনা কৰা হৈছে।

এই যে বিভিন্ন অৰ্থ প্ৰত্যেকটো প্ৰাৰ্থনাৰ ভিতৰত লুকাই আছে—যি ব্যক্তি যেনে অধিকাৰী তেনে অৰ্থ গ্ৰহণ কৰিব।

মাতৃৰ ওচৰত যি খোজা যায় তাকেই পোৱা যায়—ধন-বস্তুই হওক বা আত্মজ্ঞানেই হওক। কেৱল প্ৰাৰ্থনা কৰিবৰ অভ্যাসৰ দৰকাৰ।

খুজিলেও যে পোৱা নাযায়, তাৰ অৰ্থ অন্তৰৰ বিশ্বাস নাই। বিশ্বাস ৰাখি প্ৰাৰ্থনা কৰিলে যি খোজা যায়, তাকেই পোৱা যায়।

**অৰ্গলা—মাতৃমুখী গতি। অৰ্গল শব্দৰ অৰ্থ খিল, হেঙাৰ। যেনেকৈ ঘৰৰ দুৱাৰত** ***খিল বা হেঙাৰ দিয়া থাকিলে হঠাতে কোনেও প্ৰৱেশ কৰিব নোৱাৰে, সেইদৰে দেৱী***

মাহাত্ম্য পাঠৰ আগতে অৰ্গলা স্তোত্ৰ পাঠ কৰি ল'লে বাহ্য বিষয়সমূহ চিত্তৰ ক্ষেত্ৰত প্ৰৱেশ কৰিব নোৱাৰে। বহিৰ্মুখ বা একান্ত বিক্ষিপ্ত চিত্ত ব্যক্তিৰ পক্ষে চণ্ডীতত্ত্বত প্ৰৱেশ দুৰূহ; সেই পৰম কাৰুণিক পূৰ্বাচাৰ্যসকলে চণ্ডীপাঠৰ পূৰ্বে চিত্তৰ বৃত্তিবিলাকক যৎকিঞ্চিৎ মাতৃমুখী কৰিবৰ উদ্দেশ্যে এই অৰ্গলা, কীলক আৰু দেবী কবচ পাঠৰ বিধান কৰিছে। মন্ত্ৰ-চৈতন্য নোহোৱা পৰ্যন্ত স্তোত্ৰাদি পাঠৰ ফল অতি সামান্য মাত্ৰ।

কীলক স্তবঃ।

অস্য শ্ৰীকীলক স্তৱ মন্ত্ৰস্য শিৱ ঋষিঃ, অনুষ্টুপ ছন্দঃ শ্ৰীমহাসৰস্বতী দেৱতা। শ্ৰীজগদম্বা প্ৰীত্যৰ্থং সপ্তসতী পাঠাঙ্গ জপে বিনিয়োগঃ।।

এই কীলক স্তৱৰ ঋষি মহাদেৱ, ছন্দঃ—অনুষ্টুপ আৰু দেৱতা-মহাসৰস্বতী। শ্ৰীজগদম্বাৰ প্ৰীতিৰ নিমিত্তে চণ্ডীপাঠৰ অঙ্গৰূপে কীলকস্তব পাঠৰ প্ৰয়োগ হয়।

ওঁ নমশ্চণ্ডিকায়ৈ

ওঁ মাৰ্কণ্ডেয় উবাচ

ওঁ বিশুদ্ধ-জ্ঞান-দেহায় ত্ৰিবেদী-দিব্যচক্ষুষে।
শ্ৰেয়ঃ প্ৰাপ্তি নিমিত্তায় নমঃ সোমাৰ্ধধাৰিণে।। ১।।
সৰ্বমেতদ্ বিজানীয়ান্মন্ত্ৰাণামপি কীলকম্।
সোঽপি ক্ষেমমবাপ্নোতি সততং জাপ্য তৎপৰঃ।। ২।।
সিদ্ধন্ত্যুচ্চাটনাদীনি কৰ্মাণি সকল্যান্যপি।
এতেন স্তুৱতা দেবীং স্তোত্ৰবৃন্দেন ভক্তিতঃ।। ৩।।
ন মন্ত্ৰো নৌষধং তস্য ন কিঞ্চিদপি বিদ্যতে।
বিনা জপ্যেন সিদ্ধেত্তু সৰ্বমুচ্চাটনাদিকম্।। ৪।।
সমগ্ৰান্যপি সেৎস্যন্তি লোক শঙ্কামিমাং হৰঃ।
কৃত্বা নিমন্ত্ৰয়ামাস সৰ্বমেৱমিদং শুভম্।। ৫।।

ঋষি মাৰ্কণ্ডেয়ই নিজৰ শিষ্যবিলাকক নিম্নোক্ত কীলক স্তৱ কৈছিল—নিৰ্মল জ্ঞান যাৰ দেহ, বেদ তিনিখন যাৰ দিব্যচক্ষু, যিজন (দেৱতা) মোক্ষপ্ৰাপ্তিৰ কাৰণ আৰু যাৰ কপালত অৰ্দ্ধচন্দ্ৰ শোভিত, সেই মহাদেৱ শিৱক নমস্কাৰ কৰোঁ।

নিৰ্মল জ্ঞান—বেদাৰ্থৰ জ্ঞান বা চৈতন্য। ১।।

এই কীলক স্তৱ সকলো মন্ত্ৰসিদ্ধিৰ বিঘ্ননাশক বুলি জানিবা। যিজনে সততে এই কীলক স্তৱ পাঠ কৰে, তেৱোঁ কল্যাণ লাভ কৰে। (অপি কীলকম্—অভি কীলকং ইতি বা পাঠঃ)।

এই চণ্ডী স্তোত্ৰৰ দ্বাৰা ভক্তিপূৰ্বক দেবীৰ স্তৱ কৰিলে উচ্চাটনাদি অভিচাৰ কৰ্মসমূহ সিদ্ধ হয়। ৩।।

সেই ব্যক্তিৰ সিদ্ধি লাভত মন্ত্ৰ, ঔষধ বা অন্য একোৰেই আৱশ্যক নাই। মন্ত্ৰজপ ব্যতীত এই স্তোত্ৰ পাঠৰ দ্বাৰাই সেই ব্যক্তিৰ সকলো উচ্চাটনাদি সিদ্ধ হয়। ৪।।

অল্পায়াস সাধ্য চণ্ডীপাঠৰ দ্বাৰা সকলো অভিলাষ সিদ্ধ হয় নে নহয়, এনে সন্দেহ যে লোকসমাজত প্ৰচলিত আছে সেই সন্দেহ অৱগত হৈ মহাদেৱে সকলোকে আহ্বান কৰি জনাই দিলে যে এই সপ্তসতী স্তোত্ৰই পৰম কল্যাণপ্ৰদ। ৫।।

স্তোত্ৰং বৈ চণ্ডিকায়াস্তু তচ্চ গুহ্যচকাৰ সঃ।
সমাপ্নোতি সুপুণ্যেন তাং যথাবন্নিমন্ত্ৰিণাম্।। ৬।।
সোঽপি ক্ষেমমবাপ্নোতি সৰ্বমেব ন সংশয়ঃ।
কৃষ্ণায়াং বা চতুৰ্দ্দশ্যামষ্টম্যাং ৰা সমাহিতঃ।। ৭।।
দদাতি প্ৰতিগৃহ্লাতি নান্যথৈষা প্ৰসীদতি।
ইত্থং ৰূপেণ কীলেন মহাদেবেন কীলিতম্।। ৮।।
যো নিষ্কীলাং বিধায়ৈনাং চণ্ডীং জপতি নিত্যশঃ।
সঃ সিদ্ধঃ সঃ গণঃ সোঽক্ষ গন্ধৰ্বো জায়তে ধ্ৰুবম্।। ৯।।
নঃ চৈবাপাটবং তস্য ভয়ং ক্কাপি ন জায়তে।
নাপমৃত্যুবশং যাতি মৃতে চ মোক্ষমাপ্নুয়াৎ।। ১০।।
জ্ঞাত্বাপ্ৰাৰভ্যৰ্কুৰ্বীত হ্যকুৰ্বানো বিনশ্যতি।
ততো জ্ঞাত্বেৱ সম্পূৰ্ণমিদং প্ৰাৰভ্যতে বুধৈঃ।। ১১।।
সৌভাগ্যাদি চ যৎ কিঞ্চিৎ দৃশ্যতে ললনাজনে।
তৎ সৰ্বং তৎ প্ৰসাদেন তেন জপ্যমিদং শুভম্।। ১২।।

তাৰ পাছত তেওঁ চণ্ডিকাৰ এই স্তৱটো গুপ্ত কৰি ৰাখিলে। যথাবিধি সাধনশীল ব্যক্তিৰ ন্যায় পাঠক এই স্তোত্ৰ (সপ্তসতী) পাঠৰপৰা পোৱা সুপুণ্যৰ দ্বাৰা দেৱীক পায়। ৬।।

অতএব তেওঁ যে সকলো প্ৰকাৰ কল্যাণ লাভ কৰে, ইয়াত কোনো সংশয় নাই। যিজনে কৃষ্ণপক্ষৰ অষ্টমীত বা চতুৰ্দশীত অনন্যচিত্তে বিধিপূৰ্বক ইয়াক পাঠ কৰে বা অন্যজনে পাঠ কৰা শুনে, তেওঁৰ প্ৰতি দেৱী প্ৰসন্ন হয়, আনপ্ৰকাৰে নহয়। এই ৰূপ কীলকৰ দ্বাৰাই মহাদেৱ চণ্ডীক কীলিত (বেষ্টিত) কৰিছে।

[দদাদি প্ৰতিগৃহ্লাতি—এই অংশৰ অৰ্থ দুৰ্গা-প্ৰদীপ টীকাৰ মতে এই ৰূপ—

মানুহে যি যি অৰ্থ-সম্পত্তি উপাৰ্জন কৰে, সেই সমস্ত অৰ্জিত সম্পত্তি দেৱীৰ চৰণত সমৰ্পণ কৰি সেইবোৰ দেৱীৰহে বুলি ভাবি সংসাৰযাত্ৰা নিৰ্বাহৰ কাৰণে তাক শাস্ত্ৰবিধি অনুযায়ী ব্যয় কৰি দেৱীৰ অধীন হৈ জীৱন যাপন কৰে।] ৭-৮।।

যিজন ব্যক্তিয়ে কীলক স্তৱ পাঠ কৰি চণ্ডীক কীলকশূন্য কৰি প্ৰত্যহ শুদ্ধ আৰু স্পষ্টভাৱে চণ্ডীপাঠ কৰে, তেওঁ পৰজন্মত নিশ্চয় দেৱীৰ গণ, সিদ্ধ বা গন্ধৰ্ব হৈ জন্মগ্ৰহণ কৰে। ৯।।

তেওঁৰ কোনো কাৰ্যত অপটুতা নাথাকে। আৰু তেওঁৰ ক'তো ভয় নজন্মে। তেওঁ অপমৃত্যুৰ অধীন নহয় আৰু মৃত্যুৰ পাছত মোক্ষ পায়।

অৰ্থবোধ সহকাৰে এই কীলক স্তৱ পাঠ কৰাৰ পাছত চণ্ডীপাঠ কৰিব লাগে। এইদৰে যিজনে নকৰে, তেওঁৰ চণ্ডীপাঠৰ ফল নষ্ট হয়। এইটো সম্পূৰ্ণৰূপে জানিয়েই পণ্ডিতসকলে কীলক স্তৱ পাঠৰ পাছত অৰ্থ বোধ কৰি চণ্ডীপাঠ কৰে। ১১।।

নাৰীবিলাকৰ যে সৌভাগ্য আদি দেখা যায়, সেই সকলো এই চণ্ডীপাঠৰ ফলত লাভ হয়। অতএব এই শুভ স্তোত্ৰ (চণ্ডী) নিত্য পাঠ কৰা উচিত। ১২।।

**শনৈস্তু জপ্যমানেঽস্মিন্ স্তোত্ৰে সম্পত্তিৰুচ্চকৈঃ।**
**ভবত্যেব সমগ্ৰাপি ততঃ প্ৰাৰভ্যমেব তৎ।। ১৩।।**
**ঐশ্বৰ্য্যং তৎ প্ৰসাদেন সৌভাগ্যাৰোগ্যমেব চ।**
**শত্ৰুহানিঃ পৰো মোক্ষঃ স্তূয়তে সা ন কিং জনৈঃ।। ১৪।।**
**চণ্ডিকাং হৃদয়েনাপি যঃ স্মৰেৎ সততং নৰঃ।**
**হৃদ্যন্ কামমবাপ্নোতি হৃদি দেবী সদা বসেৎ।। ১৫।।**
**অগ্ৰতোঽমুং মহাদেবকৃতং কীলকবাৰণম্।**
**নিষ্কীলঞ্চ তথা কৃত্বা পঠিতব্যং সমাহিতৈঃ।। ১৬।।**
ইতি কীলকস্তবঃ সমাপ্তঃ।

ধীৰে ধীৰে চণ্ডীপাঠ কৰিলে সামান্য ফল লাভ হয় আৰু উচ্চৈঃস্বৰে চণ্ডীপাঠ কৰিলে বিপুল সিদ্ধি লাভ হয়। অত এব উচ্চৈঃস্বৰে চণ্ডীপাঠ কৰা কৰ্তব্য। ১৩।।

যদি চণ্ডীৰ অনুগ্ৰহত ঐশ্বৰ্য, সৌভাগ্য, আৰোগ্য, শত্ৰুনাশ আৰু পৰম মোক্ষলাভ হয়, তেন্তে মানুহে কিয় চণ্ডীপাঠ নকৰে? ১৪।।

যি ব্যক্তিয়ে সততে চণ্ডিকাক স্মৰণ কৰে, তেওঁৰ হৃদয়ৰ সকলো কামনা পূৰ্ণ হয় আৰু তেওঁৰ হৃদয়ত সদায় দেৱী বিৰাজ কৰে। ১৫।।

প্ৰথমতে মহাদেৱ কৃত সিদ্ধি বিঘ্ননাশক এই কীলক স্তৱ পাঠৰ দ্বাৰা চণ্ডী নিষ্কীলক কৰি লৈ পাছত সমাহিত চিত্তে অৰ্থবোধ সহকাৰে চণ্ডীপাঠ কৰিব লাগে।

(শ্ৰীজগদীশ্বৰানন্দৰ দ্বাৰা গুপ্তবতী আৰু দুৰ্গা-প্ৰদীপ টীকাদ্বয় অনুসাৰে কৰা বাংলা অনুবাদৰ আশ্ৰয়ত কীলক স্তৱৰ অনুবাদ সমাপ্ত।)

# দেৱী কৱচ

ওঁ অস্য শ্ৰীদেবককৱচস্য ব্ৰহ্মা ঋষিঃ অনুষ্টুপ ছন্দশ্চামুণ্ডা দেৱতা। শ্ৰীদেবী প্ৰীত্যৰ্থং সপ্তসতী পাঠাঙ্গজপে বিনিয়োগঃ।

এই দেৱী কৱচৰ ঋষি-ব্ৰহ্মা, ছন্দঃ—অনুষ্টুপ আৰু দেৱতা চামুণ্ডা। শ্ৰীচণ্ডীকা দেৱীৰ প্ৰীতিৰ অৰ্থে চণ্ডীপাঠৰ অঙ্গৰূপে দেৱী কৱচ পাঠৰ প্ৰয়োগ হয়।

ওঁ নমশ্চণ্ডিকায়ৈ

ওঁ মাৰ্কণ্ডেয় উবাচ

ওঁ যদ্ গুহ্যং পৰমং লোকে সৰ্ব্বৰক্ষাকৰং নৃণাম্।
যন্ন কস্যচিদাখ্যাতং তন্মে ব্ৰূহি পিতামহ।। ১।।

ব্ৰহ্মোবাচ—

অস্তি গুহ্যতমং বিপ্ৰ সৰ্বভূতোপকাৰকম্।
দেব্যাস্তু কৱচং পুণ্যং তৎ শৃনুষ্ব মহামুনে।। ২।।
প্ৰথমং শৈলপুত্ৰীতি দ্বিতীয়ং ব্ৰহ্মচাৰিণী।
তৃতীয়ং চন্দ্ৰঘণ্টেতি কুষ্মাণ্ডেতি চতুৰ্থকম্।। ৩।।

ঋষি মাৰ্কণ্ডেয়ই ব্ৰহ্মাক অনুৰোধ কৰিলে—হে পিতামহ! এই জগতত সকলো লোকৰে যি মঙ্গলকৰ অথচ পৰম গোপনীয় কথা আছে আৰু যি কথা কাৰো ওচৰত কেতিয়াও ব্যাখ্যা কৰা হোৱা নাই, সেই কথা মোক কওক। ১।।

ব্ৰহ্মাই ক'লে—হে বিপ্ৰ। দেৱীৰ পুণ্য কৱচেই (বৰ্মই) অতি গোপনীয় কথা আৰু সকলো জীৱৰে উপকাৰক। হে মহামুনি, সেইটো শুনা। ২।।

প্ৰথম শৈলপুত্ৰী, দ্বিতীয় ব্ৰহ্মচাৰিণী, তৃতীয় চন্দ্ৰঘণ্টা আৰু চতুৰ্থ চন্দ্ৰঘণ্টা। ৩।।

[১। কৰ্মপুৰাণত আছে যে দেৱীয়ে কৰুণা কৰি ভক্তশৈলৰ পুত্ৰীত্ব স্বীকাৰ কৰিছিল।

২। দেৱী ব্ৰহ্মজ্ঞানপ্ৰদা, কাৰণ ভক্তক ব্ৰহ্মপ্ৰাপ্তি কৰোৱাই তেওঁৰ স্বভাৱ।

৩। চন্দ্ৰৰ নিচিনা নিৰ্মল ঘণ্টা যাৰ বা যিজনা চন্দ্ৰতকৈও অতিশয় লাৱণ্যৱতী বা আহ্লাদদায়িনী।

৪। কুষ্মাণ্ডা—কু (কুৎসিৎ) উষ্ম (তিনিপ্ৰকাৰ সন্তাপ) যি সংসাৰত সেই সংসাৰ যাৰ অণ্ডত (উদৰত) তেৱেঁই কুষ্মাণ্ডা—ত্ৰিবিধ তাপযুক্ত সংসাৰ-ভক্ষণকৰ্ত্ৰী। (গুপ্তৱতী টীকা)]

পঞ্চমং স্কন্দমাতেতি ষষ্ঠং কাত্যায়নী তথা।
সপ্তমং কালৰাত্ৰিতি মহাগৌৰীতি চাষ্টমম্।। ৪।।
নৱমং সিদ্ধিদাত্ৰী চ নৱদুৰ্গাঃ প্ৰকীৰ্ত্তিতাঃ।
উক্তান্যেতানি নামানি ব্ৰহ্মণৈৱ মহাত্মনা।। ৫।।

পঞ্চম স্কন্দমাতা, ষষ্ঠ কাত্যায়নী, সপ্তম কালৰাত্ৰি। অষ্টম মহাগৌৰী আৰু নৱম সিদ্ধিদাত্ৰী (মোক্ষদাত্ৰী)—এওঁলোকে নৱদুৰ্গা বুলি প্ৰকীৰ্তিতা। জগদ্ধাত্ৰীৰ এইবোৰ নাম সৰ্বজ্ঞ যে বেদ, সেই বেদেই কৈছে। ৪-৫।।

[৫। ভগৱতীৰ পৰা উৎপন্ন হোৱা কাৰণে সনৎকুমাৰৰ অন্য নাম স্কন্দ। স্কন্দৰ মাতা কাৰণে স্কন্দমাতা।

৬। কাত্যায়ন আশ্ৰমত দেৱকাৰ্য উদ্ধাৰৰ বাবে আবিৰ্ভূতা হৈ তেওঁ মুনিৰ কন্যাত্ব স্বীকাৰ কৰিছিল। সেইবাবে তেওঁৰ নাম কাত্যায়নী।

৭। তেওঁ সৰ্বসংহাৰক কালকো গ্ৰাস কৰে; কাৰণ মহাপ্ৰলয়ত কালৰো বিনাশ হয়। (দুৰ্গা-প্ৰদীপ টীকা)]

কাত্যায়নী দুৰ্গাৰ নাম। পুৰাণত তাৰ কাৰণ এইদৰে বৰ্ণনা কৰিছে—মহৰ্ষি কাত্যায়ন নামে এজন মুনিয়ে হিমালয়ত কঠোৰ তপস্যা কৰিছিল। এদিন ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ তেওঁৰ আশ্ৰমলৈ আহিছিল। মহিষাসুৰ বধৰ কাৰণে তেওঁলোকৰ সেই স্থানতে মহৎ ক্ৰোধ উপস্থিত হয়। সেই ক্ৰোধৰ পৰিণামস্বৰূপে তেওঁলোকৰ নিজ নিজ দেহৰ পৰা শক্তি বাহিৰ হয় আৰু সেই সম্মিলিত শক্তিৰ পৰা এক দেৱীৰ সৃষ্টি হয়। সেই দেৱীকে মহৰ্ষি কাত্যায়নে প্ৰথম পূজা কৰে বুলি দেৱীৰ নাম কাত্যায়নী হয়। এই দুৰ্গাদেৱী আহিন মাহৰ কৃষ্ণা চতুৰ্দশীত উদ্ভূতা হৈছিল আৰু শুক্লা সপ্তমী, অষ্টমী আৰু নৱমী তিথিত কাত্যায়ন ঋষিয়ে পূজা কৰিছিল। দশমী তিথিত দেৱীয়ে মহিষাসুৰক বধ কৰিছিল।

নৱদুৰ্গা—দুৰ্গা পূজাত নৱ-পত্ৰিকাৰ পূজা আছে। নব-পত্ৰিকাৰ পূজাত দেৱীক নটি ৰূপত ধ্যান কৰা হয়। নৱপত্ৰিকা প্ৰস্তুত কৰোঁতে লাগে—

কদলী দাড়িমীধান্যং হৰিদ্ৰা মানকং কচু।
বিল্বাশোকৌ জয়ন্তী চ বিজ্ঞেয়া নব পত্ৰিকা।।

নৱদুৰ্গা শব্দৰ অৰ্থ—নৱ সংখ্যান্বিতা দুৰ্গা। কোন গছত কোন কোন নামৰ দুৰ্গাক পূজা কৰা হয় তাৰ বিৱৰণ দিয়া হ'ল।

কদলী বৃক্ষত ধ্যান কৰা হয়—ব্ৰহ্মাণীক, সেইদৰে কচু গছত কালিকা, হৰিদ্ৰা গছত দুৰ্গা, জয়ন্তী গছত কাৰ্তিকী, বিল্ব গছত শিৱা, দাড়িম গছত ৰক্তদন্তিকা, অশোক গছত শোকৰহিতা, মানকচু গছত চামুণ্ডা আৰু ধান গছত লক্ষ্মীক ধ্যান কৰা হয়।

ইয়াৰ বাহিৰেও মহাষ্টমী পূজাত নটা ঘট স্থাপন কৰাৰ সময়তো দেৱীৰ নটি

শক্তিৰ চিন্তা কৰা হয়। সেই নবশক্তি হৈছে—উগ্ৰচণ্ডা, প্ৰচণ্ডা, চণ্ডোগ্ৰা, চণ্ডনায়িকা, চণ্ডা, চণ্ডৱতী, চণ্ডৰূপা, অতিচণ্ডিকা আৰু ৰুদ্ৰচণ্ডী।

কাশীত নবদুৰ্গাৰ নটি পৃথক পৃথক মন্দিৰ আছে। নৱ-ৰাত্ৰিৰ সময়ত প্ৰতিপদৰপৰা নৱমীলৈকে এই নদিন যথাক্ৰমে শৈলপুত্ৰীৰপৰা সিদ্ধিদাত্ৰীৰ মন্দিৰত প্ৰত্যেক দিন দুৰ্গাৰ দৰ্শনাৰ্থী নৰ-নাৰীৰ ভিৰ হয়।

অগ্নিনা দহ্যমানাস্তু শত্ৰুমধ্য গতা ৰণে।
বিষমে দুৰ্গমে চৈব ভয়াৰ্তাঃ শৰণং গতাঃ।। ৬।।
ন তেষাং জায়তে কিঞ্চিদশুভং ৰণসঙ্কটে।
*আপদং ন চ পশ্যন্তি শোকদুঃখভয়ঙ্কৰীম্।। ৭।।
যৈস্তু ভক্ত্যাস্মৃতা নিত্যং তেষামৃদ্ধিঃ প্ৰজায়তে।
যে ত্বাং স্মৰন্তি দেবেশি ৰক্ষসি অন্নসংশয়ঃ।। ৮।।
প্ৰেত সংস্থা তু চামুণ্ডা বাৰাহী মহিষাসনা।
ঐন্দ্ৰী গজসমাৰূঢ়া বৈষ্ণৱী গৰুড়াসনা।। ৯।।
নাৰসিংহী মহাবীৰ্যা শিৱদূতী[১] মহাবলা।
মাহেশ্বৰী বৃষাৰূঢ়া কৌমাৰী শিখি বাহনা।। ১০।।
লক্ষ্মীঃ পদ্মাসনা দেবী পদ্মহস্তা হৰিপ্ৰিয়া।
শ্বেতৰূপ ধৰা দেবী ঈশ্বৰী বৃষবাহনা।। ১১।।
ব্ৰাহ্মী হংস সমাৰূঢ়া সৰ্বাভৰণ ভূষিতা।
ইত্যেতা মাতৰঃ সৰ্বা সৰ্বযোগ সমন্বিতাঃ।। ১২।।
নানাভৰণ শোভাঢ্যা নানাৰত্নোপশোভিতাঃ।
শ্ৰেষ্ঠৈশ্চ মৌক্তিকৈঃ সৰ্বা দিব্যহাৰ প্ৰলম্বিভিঃ।। ১৩।।
ইন্দ্ৰনীলৈঃ মহানীলৈঃ পদ্মৰাগৈঃ সুশোভনৈঃ।
দৃশ্যন্তে ৰথমাৰূঢ়াঃ দেব্যঃ ক্ৰোধসমাকুলাঃ।। ১৪।।
শঙ্খং চক্ৰং গদাং শক্তিং হলঞ্চ মুষলায়ুধম্।
খেটকং তোমৰঞ্চৈৱ পৰশুং পাশমেৱ চ। ১৫।।
কুন্তায়ুধং ত্ৰিশূলঞ্চ শাৰ্ঙ্গমায়ুধমুত্তমম্।
দৈত্যানাং দেহনাশায় ভক্তানামভয়ায় চ।। ১৬।।
ধাৰয়ন্ত্যায়ুধানীত্থং দেবানাঞ্চ হিতায় বৈ।
নমস্তেঽস্তু মহাৰৌদ্ৰে মহাঘোৰ পৰাক্ৰমে।। ১৭।।
মহাবলে মহোৎসাহে মহাভয় বিনাশিনি।
ত্ৰাহি মাং দেবি দুষ্প্ৰেক্ষ্যে শত্ৰূণাং ভয়বৰ্ধিনি।। ১৮।।

---

* নাপদং তস্য পশ্যামি শোকদুঃখভয়ং নহি ইতি বা পাঠঃ
১ চণ্ডীৰ ৮।১৮ আৰু ১১।২০ মন্ত্ৰত শিৱদূতী শব্দৰ উল্লেখ আছে।

অগ্নিত দহ্যমান হ'লে, ৰণক্ষেত্ৰত শত্ৰুৰ মাজত পৰি নাইবা বিষম বিপদত সন্ত্ৰস্ত হৈ যিসকল লোক দেৱীৰ শৰণাগত হয়, তেওঁলোকৰ ৰণ-সঙ্কটত কোনো অশুভ নহয় আৰু তেওঁলোকৰ শোক বা দুখ বিজড়িত কোনো বিপদ নহয়। ৬-৭

যিবিলাকে তোমাক নিত্য ভক্তিভাৱে স্মৰণ কৰে, তেওঁলোকৰ ঋদ্ধি (শ্ৰী) বৃদ্ধি হয়। হে দেবেশি। যিজনে তোমাক স্মৰণ কৰে, তুমি যে তাক ৰক্ষা কৰা তাত কোনো সংশয় নাই। ৮।।

শবাসনা চামুণ্ডা, মহিষাৰূঢ়া বাৰাহী, গজাসনা ঐন্দ্ৰী, গৰুড়াসনা বৈষ্ণৱী, মহাবীৰ্যা নাৰসিংহী, মহাবলা শিৱদূতী, বৃষাৰূঢ়া মাহেশ্বৰী, শিখিবাহনা কৌমাৰী, বিষ্ণুৰ প্ৰিয়া পদ্মাসনা আৰু পদ্মহস্তা লক্ষ্মীদেবী, বৃষবাহনা শ্বেতবৰ্ণা ঈশ্বৰী দেবী আৰু হংসাৰূঢ়া সৰ্বালঙ্কাৰ ভূষিতা ব্ৰাহ্মী—এই একাদশ মাতৃকা[২] সৰ্বযোগৈশ্বৰ্যবতী, দিব্যহাৰযুক্তা আৰু শ্ৰেষ্ঠ মুক্তা, বিবিধ ৰত্ন আৰু নানা অলঙ্কাৰৰ দ্বাৰা শোভিতা। ৯-১৩।।

ক্ৰোধাকুলা আৰু ৰথাৰূঢ়া দেৱীসকলে ইন্দ্ৰনীল, মহানীল আৰু পদ্মৰাগ আদি মণিৰে সুশোভিতা হোৱা দেখা গৈছে। তেওঁলোকে শঙ্খ, চক্ৰ, গদা, শক্তি, হল, মুষল-অস্ত্ৰ, খেটক, তোমৰ, পৰশু (কুঠাৰ), পাশ (জাল), কুন্ত-অস্ত্ৰ, ত্ৰিশূল, শাৰ্ঙ্গ আৰু বহু দিব্য অস্ত্ৰ দৈত্যবিলাকৰ দেহনাশৰ কাৰণে, ভক্তসকলক অভয় দান দিবৰ কাৰণে আৰু দেৱতাসকলৰ হিতৰ কাৰণে ধাৰণ কৰে। হে মহাঘোৰ পৰাক্ৰমশালিনী, হে মহা ৰুদ্ৰৰূপিনী, তোমাক নমস্কাৰ। ১৪-১৭।।

হে মহাবলে, হে মহোৎসাহে, হে মহাভয় বিনাশিনী! হে দুৰ্নিৰীক্ষে (দুৰ্দশনীয়া), হে শত্ৰুবিলাকৰ ভয়বৰ্ধিনী দেৱী। আমাক পৰিত্ৰাণ (ৰক্ষা) কৰা।১৮।।

**প্ৰাচ্যাং ৰক্ষতু মামৈন্দ্ৰী আগ্নেয্যামগ্নি দেৱতা।**
**দক্ষিণেঽবতু বাৰাহী নৈঋত্যাং খড়্গধাৰিণী।। ১৯।।**
**প্ৰতীচ্যাং বাৰুণী ৰক্ষেৎ বাযব্যাং মৃগবাহিনী।***
**উদীচ্যাং পাতু কৌবেৰী ঐশান্যাং শূলধাৰিণী।। ২০।।**
**ঊৰ্দ্ধং ব্ৰহ্মাণী মে ৰক্ষেদধস্তাদ্ বৈষ্ণৱী তথা।**
**এবং দশ দিশো ৰক্ষেৎ চামুণ্ডা শৱবাহনা।। ২১।।**
**জয়া মামগ্ৰতঃ পাতু বিজয়া পাতু পৃষ্ঠতঃ।**
**অজিতা বামপাৰ্শ্বে তু দক্ষিণে চাপৰাজিতা।। ২২।।**
**শিখাং মে দ্যোতিনী ৰক্ষেদুমা মূৰ্দ্ধিব্যৱস্থিতা।**
**মালাধৰী ললাটে চ ভ্ৰুবৌ ৰক্ষেৎ যশস্বিনী।। ২৩।।**

---

**২. ডামৰতন্ত্ৰমতে অষ্টমাতৃকা, অন্যমতে সপ্তমাতৃকা**

*** বায়ুদেৱতা ইতি বা পাঠঃ**

**নেত্রয়োশ্চিত্রনেত্রা চ যমঘণ্টা তু পার্শ্বকে।**
**ত্রিনেত্রা চ ত্রিশূলেন ভ্রুবোর্মধ্যে চ চণ্ডিকা।। ২৪।।**
**শঙ্খিনী চক্ষুষোর্মধ্যে শ্রোত্রয়োর্দ্বারবাসিনী।**
**কপালং কালিকা রক্ষেৎ কর্ণমূলে তু শঙ্করী।। ২৫।।**

পূবদিশত ঐন্দ্ৰী (ইন্দ্ৰশক্তি) আৰু অগ্নিকোণে অগ্নিদেৱতাই মোক ৰক্ষা কৰক। দক্ষিণত বাৰাহী (যমশক্তি) আৰু নৈঋত কোণত খড়্গধাৰিণী (নৈঋতি শক্তি) মোক ৰক্ষা কৰক। ১৯।।

পশ্চিমত বাৰুণী (বৰুণ শক্তি) আৰু বায়ু কোণত মৃগবাহিনী বায়ু দেৱতা মোক ৰক্ষা কৰক। উত্তৰত কৌবেৰী (কুবেৰ শক্তি) আৰু ঈশান কোণত শূলধাৰিণী (ঈশান শক্তি) মোক ৰক্ষা কৰক। ২০।।

উৰ্দ্ধত ব্ৰহ্মাণী আৰু আধ্যদেশত বৈষ্ণৱী মোক ৰক্ষা কৰক, আৰু শবাসনা চামুণ্ডা মোক দহোদিকে ৰক্ষা কৰক। ২১।।

(চণ্ডিকা দেৱী দশদিক্‌পাল দেৱতাৰূপে ইয়াত বৰ্ণিতা হৈছে। দহফালে তেওঁ দহপ্ৰকাৰ মূৰ্তিত অৱস্থিতা।)

জয়া মোৰ সমুখ ফাল, বিজয়া মোৰ পশ্চাৎ ফাল, অজিতা বাঁওফাল আৰু অপৰাজিতা মোৰ সোঁফাল ৰক্ষা কৰক। ২২।।

দ্যোতিনী মোৰ শিখা ৰক্ষা কৰক। উমা মোৰ মস্তকত স্থান লওক আৰু মালাধৰী মোৰ ললাট আৰু যশস্বিনী ভ্ৰূযুগল ৰক্ষা কৰক। ২৩।।

চিত্ৰনেত্ৰা চক্ষুযুগল, যমঘণ্টা দুয়ো পাশ আৰু ত্ৰিনেত্ৰা চণ্ডিকা ভ্ৰূমধ্যদেশ ৰক্ষা কৰক। ২৪।।

শঙ্খিনী দুয়ো চক্ষুৰ মাজত থকা তাৰকা দুটি আৰু দ্বাৰকাবাসিনী মোৰ কাণ দুখন, কালিকা মোৰ কপাল আৰু শঙ্কৰী মোৰ কৰ্ণমূল ৰক্ষা কৰক। ২৫।।

**নাসিকায়াং সুগন্ধা চ উত্তরোষ্ঠে চ চর্চিকা।**
**অধরে চামৃতা বালা জিহ্বায়াঞ্চ সরস্বতী।। ২৬।।**
**দন্তান্ রক্ষতু কৌমারী কণ্ঠদেশে তু চণ্ডিকা।**
**ঘণ্টিকাং চিত্রঘণ্টা চ মহামায়া চ তালুকে।। ২৭।।**
**কামাক্ষী চিবুকং রক্ষেৎ বাচং মে সর্বমঙ্গলা।**
**গ্রীবায়াং ভদ্রকালী চ পৃষ্ঠবংশে ধনুর্ধরী।। ২৮।।**
**নীলগ্রীবা বহিঃকণ্ঠে নলিকাং নলকূবরী।**
**স্কন্ধয়োঃ খড়্গিনী রক্ষেদ্ বাহূ মে বজ্রধারিণী।। ২৯।।**
**হস্তয়োর্দণ্ডিনী রক্ষেদম্বিকা চাঙ্গুলীষু চ।**
**নখান্ শূলেশ্বরী রক্ষেৎ কুক্ষৌ রক্ষেৎ নরেশ্বরী।। ৩০।।**

স্তনৌ ৰক্ষেৎ মহাদেবী মনঃশোকবিনাশিনী।
হৃদয়ে ললিতা দেবী উদৰে শূলধাৰিনী।। ৩১।।
নাভৌ চ কামিনী ৰক্ষেৎ গুহ্যং গুহ্যেশ্বৰী তথা।
মেঢ্ৰং ৰক্ষতু দুৰ্গন্ধা পায়ুং মে গুহ্যবাহিনী।। ৩২।।
কট্যাং ভগৱতী ৰক্ষেদূৰু মে মেঘবাহনা।
জঙ্ঘে মহাবলা ৰক্ষেৎ জানু মাধব নায়িকা।। ৩৩।।

সুগন্ধা নাকত, চৰ্চিকা ওপৰৰ ওঠত, অমৃতাবালা অধৰত আৰু সৰস্বতী জিহ্বাত অৱস্থান কৰক। ২৬।।

কৌমাৰী দাঁতবোৰ, চণ্ডিকা কণ্ঠ, চিত্ৰঘণ্টা ঘণ্টিকা (আলজিভা) আৰু মহামায়া তালু ৰক্ষা কৰক। ২৭।।

কামাক্ষী চিবুক, সৰ্বমঙ্গলা বাক্য, ভদ্ৰকালী গ্ৰীবা আৰু ধনুৰ্ধৰী মেৰুদণ্ড ৰক্ষা কৰক। ২৮।।

নীলগ্ৰীবা কণ্ঠৰ বহিৰ্ভাগ, নলকূবৰী কণ্ঠনালী, খড়্গিনী স্কন্ধ দুটি আৰু বজ্ৰধাৰিনী বাহু দুটি ৰক্ষা কৰক। ২৯।।

দণ্ডিনী হাত দুখন, অম্বিকা অঙ্গুলিবোৰ, শূলেশ্বৰী নখবোৰ, নৰেশ্বৰী কুক্ষি দুটা (বাহুমূল দুটা) ৰক্ষা কৰক। ৩০।।

মহাদেবী স্তন দুটি, শোকবিনাশিনী মন, ললিতা দেবী হৃদয় আৰু শূলধাৰিনী উদৰ ৰক্ষা কৰক। ৩১।।

কামিনী দেবী নাভি, গুহ্যেশ্বৰী গুহ্যদেশ (মলদ্বাৰ) দুৰ্গন্ধা দেবী মেঢ্ৰদেশ (জননেন্দ্ৰিয়) আৰু গুহ্যবাহিনী দেবী পায়ু ৰক্ষা কৰক। ৩২।।

ভগৱতী মোৰ কটিদেশ (কোমৰ), মেঘবাহনা দুই উৰু, মহাবলা দুই জঙ্ঘা, মাধৱনায়িকা দুই জানু ৰক্ষা কৰক। ৩৩।।

গুল্‌ফর্য়োনাৰসিংহী চ পাদপৃষ্ঠে তু কৌশিকী।
পাদাঙ্গুলীঃ শ্ৰীধৰী চ তলং পাতালবাসিনী।। ৩৪।।
নখান্ দংষ্ট্ৰাকৰালী চ কেশাংশ্চৈবোৰ্ধকেশিনী।
ৰোমকূপেষু কৌমাৰী ত্বচং যোগেশ্বৰী তথা।। ৩৫।।
ৰক্তমজ্জাৰসামাংসান্যস্থি মেদাংসি পাৰ্বতী।
অন্ত্ৰাণি কালৰাত্ৰী চ পিত্তঞ্চ মুকুটেশ্বৰী।। ৩৬।।
পদ্মাৱতী পদ্মকোশে কাক চূড়ামণিস্তথা।
জ্বালামুখী নখজ্বালামভেদ্যা সৰ্বসন্ধিষু।। ৩৭।।
শুক্ৰং ব্ৰহ্মাণী মে ৰক্ষেচ্ছায়াং ছত্ৰেশ্বৰী তথা।
অহংকাৰং মনোবুদ্ধিং ৰক্ষেন্মে ধৰ্মধাৰিণী।। ৩৮।।

প্ৰাণাপানৌ তথা ব্যানমুদানঞ্চ সমানকম্।
বজ্ৰহস্তা চ মে ৰক্ষেৎ প্ৰাণান্ কল্যাণশোভনা।। ৩৯।।
ৰসে ৰূপে চ গন্ধে চ শব্দে স্পৰ্শে চ যোগিনী।
সত্ত্বং ৰজস্তমশ্চৈব ৰক্ষেন্নাৰায়ণী সদা।। ৪০।।

নাৰসিংহী গুল্ফ (পাদমূল) দুটি, কৌশিকী পাদপৃষ্ঠ দুটি, শ্ৰীধৰী পদাঙ্গুলিবোৰ আৰু পাতালবাসিনী পদতল দুটি ৰক্ষা কৰক। ৩৪।।

দংষ্ট্ৰাকৰালী নখবোৰ, উৰ্ধ্বকেশিনী কেশবোৰ, কৌমাৰী নোমকূপবোৰ আৰু যোগেশ্বৰী ত্বক ৰক্ষা কৰক। ৩৫।।

পাৰ্বতী দেবী ৰক্ত, মজ্জা, বসা (চৰ্বি), মাংস, অস্থি আৰু মেদ, কালৰাত্ৰি অন্ত্ৰবোৰ আৰু মুকুটেশ্বৰী পিত্ত ৰক্ষা কৰক। ৩৬।।

পাৰ্বতী পদ্মকেশ (ফুচ্‌ফুচ্), চূড়ামণি কফ, জ্বালামুখী নখত থকা তেজ আৰু অভেদ্য দেবী সন্ধিস্থান (গ্ৰন্থি)বোৰ ৰক্ষা কৰক। ৩৭।।

ব্ৰহ্মাণী শুক্ৰ, ছত্ৰেশ্বৰী ছায়া আৰু ধৰ্মধাৰিনী দেবী মোৰ অহঙ্কাৰ, মন আৰু বুদ্ধি ৰক্ষা কৰক। ৩৮।।

কল্যাণ-শোভনা ব্ৰঁজহস্তা মোৰ প্ৰাণ, অপান, ব্যান, উদান আৰু সমান—এই পাঁচ প্ৰকাৰ প্ৰাণ-বায়ু ৰক্ষা কৰক। ৩৯।।

যোগিনী মোৰ ৰস, ৰূপ, গন্ধ, শব্দ আৰু স্পৰ্শ আৰু নাৰায়ণী মোৰ সত্ত্ব, ৰজঃ আৰু তমোগুণ ৰক্ষা কৰক। ৪০।।

আয়ু ৰক্ষতু বাৰাহী ধৰ্মং ৰক্ষতু পাৰ্বতী।
যশঃ কীৰ্তিঞ্চ লক্ষ্মীঞ্চ সদা ৰক্ষতু বৈষ্ণবী।। ৪১।।
গোত্ৰমিন্দ্ৰানী মে ৰক্ষেৎ পশূন্ ৰক্ষেচ্চ চণ্ডিকা।
পুত্ৰান্ ৰক্ষেন্মহালক্ষ্মী ভাৰ্যাং* ৰক্ষতু ভৈৰবী।। ৪২।।
ধনেশ্বৰী ধনং ৰক্ষেৎ কৌমাৰী কন্যকাং তথা।
পন্থানং সুপথা ৰক্ষেন্মাৰ্গং ক্ষেমঙ্কৰী তথা।। ৪৩।।
ৰাজদ্বাৰে মহালক্ষ্মীৰ্বিজয়া সৰ্বতঃ স্থিতা।
ৰক্ষাহীনন্তু যৎস্থানং বৰ্জিতং কবচেন তু।। ৪৪।।
তৎসৰ্বং ৰক্ষ মে দেবি জয়ন্তী পাপনাশিনী।
সৰ্বৰক্ষাকৰং পুণ্যং কবচং সৰ্বদা জপেৎ।। ৪৫।।
ইদং ৰহস্যং বিপ্ৰৰ্ষে ভক্ত্যা তব ময়োদিতম্।
পাদমেকং ন গচ্ছেৎ তু যদীচ্ছেচ্ছুভমাত্মনঃ।। ৪৬।।

---

* সাধু ব্ৰহ্মচাৰীসকলে 'ভাৰ্যা'ৰ ঠাইত 'ভক্তি' পাঠ কৰিব।

**কবচেনাবৃতো নিত্যং যত্ৰ যত্ৰৈব গচ্ছতি।**
**তত্ৰ তত্ৰাৰ্থ-লাভশ্চ বিজয়ঃ সৰ্বকালিকঃ।। ৪৭।।**

বাৰাহী আয়ু ৰক্ষা কৰক আৰু পাৰ্বতী ধৰ্ম ৰক্ষা কৰক। বৈষ্ণৱী যশ, কীৰ্তি আৰু লক্ষ্মী (সম্পদ) সদায় ৰক্ষা কৰক। ৪১।।

ইন্দ্ৰাণী গোত্ৰ (কুল), চণ্ডিকা পশুবিলাক, মহালক্ষ্মী পুত্ৰবিলাক আৰু ভৈৰবী ভাৰ্যা (ভৰণযোগ্যা বা ভক্তি) ৰক্ষা কৰক। ৪২।।

ধনেশ্বৰী ধন আৰু কৌমাৰী কন্যা[১] ৰক্ষা কৰক। সুপথা জীৱনৰ পথ আৰু ক্ষেমঙ্কৰী মাৰ্গ (গন্তব্য পথ) ৰক্ষা কৰক। ৪৩।।

মহালক্ষ্মী ৰাজদ্বাৰত আৰু বিজয়া সৰ্বত্ৰ অৱস্থিতা থাকি আমাক ৰক্ষা কৰক। যিবোৰ স্থান ৰক্ষাহীন আৰু কবচত বৰ্জিত হৈছে, হে পাপনাশিনী জয়ন্তী দেৱী! তুমি মোৰ সেই স্থানবোৰ[২] ৰক্ষা কৰা। এই সৰ্বৰক্ষাকৰ পুণ্য কবচ নিত্য পাঠ কৰা উচিত। ৪৪-৪৫।।

হে বিপ্ৰশ্ৰেষ্ঠ! এই ৰহস্য ভক্তিপূৰ্বক মোৰ দ্বাৰা তোমাৰ ওচৰত কোৱা হ'ল। যদি নিজৰ শুভ কামনা কৰা, তেন্তে (দেৱী) কবচেৰে ৰক্ষিত নোহোৱাকৈ এক পদো[৩] গমন নকৰিবা। ৪৬।।

নিতৌ কবচাবৃত হৈ য'লৈকে য'লৈকে যাবা তাতে তাতে সকলো সময়তে অৰ্থ আৰু বিজয় লাভ হ'ব। ৪৭।।

---

১ কন্যাস্থানীয়া শিষ্যা—সাধু ব্ৰহ্মচাৰীসকলে এই অৰ্থ গ্ৰহণ কৰিব।

২ দেৱী দেহৰ অন্তৰে আৰু বাহিৰে সকলো অঙ্গতে বিৰাজিতা—এইটো প্ৰথমতে দৃঢ়ভাৱে ধাৰণা কৰি ল'ব লাগে। পাছত তেওঁ জগতৰ সকলো স্থানতে আৰু সকলো বস্তুতে অধিষ্ঠিতা হৈ ভক্তক ৰক্ষা কৰে—এই ৰূপ ধাৰণা কৰি ল'ব। দেৱীৰ সৰ্বব্যাপিত্বক হৃদয়ঙ্গম কৰোৱাই এই কবচৰ উদ্দেশ্য। বাৰাহী তন্ত্ৰত আছে—কবচং ৰক্ষতে নিত্যম্—অৰ্থাৎ দেৱী কবচে পাঠকক সৰ্বদাই ৰক্ষা কৰে।

৩ দেৱীক স্মৰণ নকৰাকৈ এক মুহূৰ্তও কটোৱা উচিত নহয়—এয়ে তাৎপৰ্য।
পুৰাণত আছে—

স্বপংস্তিষ্ঠন্ ব্ৰজন্ মাৰ্গে প্ৰলপন্ ভোজনে ৰতঃ।
কীৰ্তয়েৎ সততং দেৱীং স বৈ মুচ্যতে বন্ধনাৎ।।

অৰ্থাৎ যিজনে নিদ্ৰাত, উপৱেশনত বা গমন কালত, আহাৰ বা আলাপৰ সময়ত (টোপনি যোৱা অৱস্থাতে হওক নাইবা বহি থকা বা গৈ থকা সময়তে হওক আৰু কথা কৈ থাকোঁতে বা ভোজন কৰি থাকোঁতে সততে দেৱীক স্মৰণ কৰে তেওঁ সংসাৰ বন্ধনৰপৰা মুক্ত হয়।

—দুৰ্গাপ্ৰদীপ

যং যং চিন্তয়তে কামং তং তং প্ৰাপ্নোতি নিশ্চিতম্।
পৰমৈশ্বৰ্য্যমতুলং প্ৰাপ্স্যতে ভূতলে পুমান্।। ৪৮।।
নিৰ্ভয়ো জায়তে মৰ্ত্যঃ সংগ্ৰামেম্বপৰাজিতঃ।
ত্ৰৈলোক্যে তে ভবেৎ পূজ্যঃ কবচেনাবৃতঃ পুমান্।। ৪৯।।
ইদন্তু দেব্যাঃ কবচং দেবানামপি দুৰ্লভম্।
যঃ পঠেৎ প্ৰয়তো নিত্যং ত্ৰিসন্ধ্যং শ্ৰদ্ধয়ান্বিতঃ।। ৫০।।
দৈবী কলা ভবেত্তস্য ত্ৰৈলোক্যে চাপৰাজিতঃ।
জীবেদ্ বৰ্ষশতঃ সাগ্ৰমপমৃত্যু বিবৰ্জিতঃ।। ৫১।।
নশ্যন্তি ব্যাধয়ঃ সৰ্বে লূতাবিস্ফোটকাদয়ঃ।
স্থাবৰং জঙ্গমঞ্চৈব কৃত্ৰিমঞ্চৈব যদবিষম্।। ৫২।।
অভিচাৰাণি সৰ্বাণি মন্ত্ৰযন্ত্ৰাণি ভূতলে।
ভূচৰাঃ খেচৰাশ্চৈব কুলজাশ্চোপ দেশিকাঃ।। ৫৩।।
সহজা কুলজা মালা ডাকিনী শাকিনী তথা।
অন্তৰীক্ষচৰা ঘোৰা ডাকিন্যশ্চ মহাৰবাঃ।। ৫৪।।
গ্ৰহভূতপিশাচাশ্চ যক্ষগন্ধৰ্বৰাক্ষসাঃ।
ব্ৰহ্ম ৰাক্ষস বেতালাঃ কুষ্মাণ্ডা ভৈৰবাদয়ঃ।। ৫৫।।

কবচ পাঠৰ শেষত মানুহে যি যি কামনা কৰে তাকে তাকে নিশ্চয়কৈ পায় আৰু পৃথিৱীত অতুল পৰম-ঐশ্চৰ্য লাভ কৰে। ৪৮।।

কবচ-পাঠক জীৱন-সংগ্ৰামত নিৰ্ভয় আৰু অপৰাজিত হয়। কবচাবৃত ব্যক্তি ত্ৰিজগতত পূজ্য হয়। ৪৯।।

এই দেবী-কবচ দেৱতাসকলৰো দুৰ্লভ। যি শ্ৰদ্ধাসহকাৰে নিতৌ ত্ৰিসন্ধ্যা (পুৱা, দুপৰীয়া আৰু সন্ধ্যা সময়ত) ইয়াক পাঠ কৰে, তেওঁ দৈবী-সম্পদ লাভ কৰে আৰু এই ত্ৰিভুবনত অপৰাজিত হয়। তেওঁ অপমৃত্যুবৰ্জিত হৈ সম্পূৰ্ণ (সাগ্ৰ) এক শ বছৰ জীয়াই থাকে। ৫০-৫১।।

লূতাবিস্ফোটকাদি (পিঠিত হোৱা ব্ৰন) ব্যাধি। সকলো স্থাবৰ (খনিজ আৰু উদ্ভিজ) আৰু জঙ্গম (সৰ্পাদি জন্তু) আৰু কৃত্ৰিম বিষ দেবী-কবচ পাঠকৰ কোনো অনিষ্ট কৰিব নোৱাৰে। ৫২।।

এই পৃথিৱীত অভিচাৰমূলক মন্ত্ৰ আৰু যন্ত্ৰবোৰ, ভূচৰ, খেচৰ, কুলজা (নদী বা সাগৰকূলবাসীসকল), উপদেশিকা (ক্ষুদ্ৰ দেৱতা), সহজা (সহোদৰ), কুলজা (দুষ্ট দেৱতা), মালা, ডাকিনী, শাকিনী, ঘোৰা, অন্তৰীক্ষচৰা (উপদেৱতা), মহাৰবা ডাকিনী, গ্ৰহ, ভূত, পিশাচ, যক্ষ, গন্ধৰ্ব, ৰাক্ষস, ব্ৰহ্মদৈত্য, বেতাল, কুষ্মাণ্ড আৰু ভৈৰব আদি কবচাৱৃত ব্যক্তিক দেখিলে নষ্ট হয় (দূৰীভূত হয়)। ৫৩-৫৫।।

এই ৰূপ কবচাবৃত হৈ ৰজাৰ ওচৰলৈ গ'লে মানৱ উন্নতি আৰু অন্যত্ৰ পৰম তেজোবৃদ্ধি হয়। ৫৬।।

নশ্যন্তি দৰ্শনাৎ তস্য কবচেনাবৃতো হি যঃ।
মানোন্নতির্ভবেৎ পুংসাং কীৰ্ত্তিবৃদ্ধিশ্চ জায়তে।। ৫৬।।
যশোবৃদ্ধিৰ্ভবেৎ পুংসাং কীৰ্ত্তিবৃদ্ধিশ্চ জায়তে।
তস্মাৎ জপেৎ সদা ভক্তঃ কবচং কামদং মুনে।। ৫৭।।
জপেৎ সপ্তশতীং চণ্ডীং কৃত্বা তু কবচং পুৰা।
নিৰ্ব্বিঘ্নেন ভবেৎ সিদ্ধিশ্চণ্ডীজপ-সমুদ্ভবা।। ৫৮।।
যাবদ্ ভূমণ্ডলং ধত্তে সশৈলবনকাননম্।
তাবত্তিষ্ঠতি মেদিন্যাং সন্ততিঃ পুত্ৰপৌত্ৰিকী।। ৫৯।।
দেহান্তে পৰমং স্থানং সুৰৈৰপি সুদুৰ্লভম্।
প্ৰাপ্নোতি পুৰুষো নিত্যং মহামায়া-প্ৰসাদতঃ।। ৬০।।
তত্ৰ গচ্ছতি গত্বাসৌ পুনশ্চাগমনং নহি।
লভতে পৰমং স্থানং শিবেন সমতাং ব্ৰজেৎ।। ৬১।।
ইতি মাৰ্কণ্ডেয়পুৰাণে হৰিহৰব্ৰহ্মাবিৰচিতং দেবীকবচং সমাপ্তং

এই ৰূপ কবচাবৃত পুৰুষৰ যশোবৃদ্ধি আৰু কীৰ্তিবৃদ্ধি হয়। হে মুনি! এই সৰ্বকামদ কবচ সদায় ভক্তিযুক্ত চিত্তে পাঠ কৰা উচিত। ৫৭।।

এই দেৱী কবচ পাঠ কৰাৰ পাছত সপ্তশতী চণ্ডী পাঠ কৰিব। তেতিয়াহ'লে নিৰ্বিঘ্নে চণ্ডী জপজনিত সিদ্ধি লাভ হ'ব। ৫৮।।

যিমানদিনলৈকে শৈল, বন আৰু কাননযুক্ত ভূমণ্ডল অনন্ত নাগে ধাৰণ কৰি থাকিব, তিমানদিনলৈকে চণ্ডী-পাঠকৰ পুত্ৰ-পৌত্ৰাদি[১] সন্ততি পৃথিৱীত থাকিব। ৫৯

মহামায়াৰ প্ৰসাদত[২] (অনুগ্ৰহত) চণ্ডী-পাঠকে দেৱতাবিলাকৰো সুদুৰ্লভ নিত্য পৰমস্থান (মোক্ষ) দেহান্তে প্ৰাপ্ত হয়। ৬০।।

সেই ব্যক্তি, সেই পৰম শিৱলোকলৈ যায়। তেওঁৰ আৰু পুনৰ্জন্ম নহয়। তেওঁ সেই স্থানত শিৱৰ লগত সমত্ব পায়।

শ্ৰীমাৰ্কণ্ডেয় পুৰাণৰ হৰিহৰ ব্ৰহ্মাচৰিত দেবী-কবচৰ অনুবাদ সমাপ্ত।

---

১ সাধু ব্ৰহ্মচাৰীৰ পক্ষে শিষ্য-প্ৰশিষ্যাদি

২ শ্ৰুতিত আছে—"য এতাং মায়াশক্তিং বেদ, স মৃত্যুং জয়তি। স পাপ্মানং তৰতি। সোঽমৃতত্বং চ গচ্ছতি।"
যিজনে এই ব্ৰহ্মৰূপ মহামায়াক বিশেষভাৱে জানে, তেওঁ মৃত্যু জয় কৰে, তেওঁ পাপমুক্ত হয়, তেওঁ অমৃতত্ব লাভ কৰে। সূত সংহিতাত আছে—

পাৰ্বতী পৰমাবিদ্যা ব্ৰহ্মবিদ্যা প্ৰদায়িনী।
বিশেষেণৈব জন্তুনাম্ নাত্ৰ সন্দেহকাৰণম্।।

অৰ্থাৎ মহামায়া পাৰ্বতী ব্ৰহ্মবিদ্যাৰূপিণী। বিশেষতঃ তেওঁ ভক্তসকলক ব্ৰহ্মবিদ্যা প্ৰদান কৰি কৃতাৰ্থ কৰে। ইয়াত বিন্দুমাত্ৰ সন্দেহ নাই।

দেৱী-কবচ—মাতৃ অনুভূতি। (সাধন-সমৰৰ ব্যাখ্যা—সত্যদেৱ), কবচ—অঙ্গত্ৰান, যাক পিন্ধি শত্ৰু নিক্ষিপ্ত অস্ত্ৰাদিৰ পৰা আত্মৰক্ষা কৰা যায় তাকে কবচ বোলে। সাধন-সমৰত প্ৰৱেশ কৰিব লাগিলে এই কবচৰ দ্বাৰা আবৃত হৈ অগ্ৰসৰ হ'ব লাগে, নহ'লে জয়লাভৰ আশা দুৰাশা মাত্ৰ। সেইকাৰণে কবচতে কৈছে—"জপেৎ সপ্তশতীং চণ্ডীং কৃত্বা তু কবচং পুৰা। নিৰ্ব্বিঘ্নেন ভবেৎ সিদ্ধিশ্চণ্ডী জপসমুদ্ভবা।।" সপ্তশতী চণ্ডীপাঠৰ পূৰ্বে এই কবচ পাঠ কৰিব লাগে। যিসকলে এই কবচৰ দ্বাৰা আবৃত হ'ব পাৰে, তেওঁলোকেই নিৰ্বিঘ্নে চণ্ডী-জপৰ পৰা হ'বলগীয়া সফলতা বা সিদ্ধিলাভত সমৰ্থ হয়।

এই কবচত বিভিন্ন অঙ্গ-প্ৰত্যঙ্গাদিৰ উল্লেখ আছে আৰু সেইবিলাক স্থান ৰক্ষা কৰিবৰ কাৰণে দেৱীৰ বিভিন্ন নাম স্মৰণ কৰি প্ৰাৰ্থনাৰ বিধান আছে। যেনে—'প্ৰাচ্যাং ৰক্ষতু মামৈন্দ্ৰী', ইন্দ্ৰ শক্তিৰূপিনী মাতৃ মোৰ পূৰ্বদিক ৰক্ষা কৰক, কিম্বা 'শিখাং মে দ্যোতিনী ৰক্ষেৎ', প্ৰকাশ শক্তিস্বৰূপা মাতৃয়ে মোৰ শিখা স্থান ৰক্ষা কৰক—এইদৰে সৰ্বত্ৰ। ইয়াত যিবিলাক স্থানৰ উল্লেখ আছে, মনক কেন্দ্ৰীভূত কৰি সেই সেই স্থানলৈ লৈ যাব লাগিব; যথাস্থানলৈ মনটোক পৰিচালিত কৰিলে, কিছুকালৰ বাবে মনটোৱে একাতানতা প্ৰাপ্ত হ'লে অৰ্থাৎ একাগ্ৰ হ'লে, সেই সেই ঠাইত বিশিষ্ট বোধশক্তি প্ৰকাশ পাব; কল্পনাত নহয়—প্ৰত্যক্ষ অনুভূতি উপলব্ধি হ'ব। সেই অনুভূতি লক্ষ্য কৰি দেৱীৰ বিভিন্ন নাম স্মৰণ কৰিব লাগিব আৰু প্ৰাৰ্থনা কৰিব লাগিব। কবচত যি স্থানত নাম উচ্চাৰণৰ বিধান আছে, সেই নামত দেৱীৰ যি ধৰ্ম বা শক্তিৰ প্ৰকাশ প্ৰতীতি গোচৰ হয়, সেই ধৰ্ম বা শক্তিটো উপলব্ধি কৰিবৰ চেষ্টা কৰিব লাগিব। সেইবিলাক নামত বিশিষ্ট কোনো মূৰ্তি ধ্যান কৰিবৰ আৱশ্যক নাই। মাথোন সেই ধৰ্মটো বোধত আহিলেই যথেষ্ট হ'ব। যেনে—'খড়্গধাৰিনী'—ইয়াত খড়্গধাৰণকাৰিনী মূৰ্তিৰ চিন্তা নকৰি, দৃঢ় হাতেৰে খড়্গ আদি অস্ত্ৰ ধাৰণ কৰিবৰ যি শক্তি, সেই শক্তি অংশ মাথোন বোধ কৰিব লাগিব। এইদৰে সৰ্বত্ৰ।

যিবিলাক লোকে গোটেই জগতত সত্য প্ৰতিষ্ঠাত অভ্যস্ত নাইবা গুৰুৰ নিৰ্দেশত বিশিষ্ট প্ৰক্ৰিয়াৰ দ্বাৰা মনটোক কেন্দ্ৰীভূত কৰিবলৈ অভ্যস্ত হৈছে, তেওঁলোকৰ পক্ষে এই বোধশক্তিৰ পৰিচালনা অনায়াস সাধ্য। সেইটো নহ'লেও যিকোনো ব্যক্তি সাধাৰণ যত্নৰ ফলত এই কবচত সিদ্ধি লাভ কৰিব পাৰে। নিজৰ শৰীৰৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গত বোধশক্তি লৈ যোৱা আৰু সেই বোধশক্তিক মাতৃ-শক্তিৰূপে অনুভূতি কৰা—ইয়াকে কৰিব পাৰিলেই কবচ পাঠৰ যথাৰ্থ সাৰ্থকতা লাভ কৰা যায়। এই কবচৰ শেষভাগত যি ফলশ্ৰুতি আছে—ই প্ৰশংসা বাক্য মাথোন নহয়। ইয়াত বৰ্ণে বৰ্ণে সত্য নিহিত আছে। "নশ্যন্তি ব্যাধয়ঃ সৰ্বে" শাৰীৰিক ব্যধি নাশ যে নিশ্চয় হয়, ইয়াকে পৰীক্ষা কৰি চালেই বহুতে এই কথা বুজি পাব। সেইদৰে ৰাম-কবচ, সূৰ্য-কবচ, শ্ৰীকৃষ্ণ-কবচ, কালী-কবচ ইত্যাদি বিভিন্ন দেৱ-দেৱীৰ কবচৰ ভিতৰত যিকোনো কবচ পূৰ্বোক্ত নিয়মে পাঠ কৰিলেও সেই ফল লাভ হ'ব; তাত কোনো সন্দেহ নাই। কেৱল শাৰীৰিক স্বাস্থ্য লাভ নহয়, লগে লগে মানসিক বল আৰু আধ্যাত্মিক গতিৰ উৎকৰ্ষতা লাভো

অৱশ্যম্ভাৱী; কিন্তু যথা নিয়মে পাঠ কৰিব লাগিব, নহ'লে আশানুৰূপ ফল লাভৰ পথ দূৰতৰ হ'ব।

অৰ্গলা, কীলক আৰু দেৱী কবচ—এইবোৰ চণ্ডী-তত্ত্বত প্ৰৱেশ কৰিবৰ পূৰ্ব আয়োজন। এই উদ্যোগ পৰ্ব—যাৰ যিমান সুন্দৰ আৰু দৃঢ় অধ্যাৱসায়েৰে অনুষ্ঠিত হয়, যিমান শৃঙ্খলাপূৰ্ণ হয়, তেওঁৰ সিদ্ধিলাভ বা আধ্যাত্মিক গতিও সিমান সুন্দৰ, শৃঙ্খলাপূৰ্ণ আৰু দ্ৰুততৰ হয়।

পুনঃ পুনঃ চণ্ডীপাঠ কৰোঁতে কৰোঁতে পুনঃ পুনঃ অনুশীলনৰ দ্বাৰা কোনো এটা অজ্ঞেয় শক্তিৰ প্ৰভাৱৰ দ্বাৰা আমাৰ অজ্ঞাতসাৰেই চণ্ডীৰ প্ৰকৃত ৰহস্য অৱগত হৈ পৰে।

## ৰাত্ৰি সূক্ত
## (১)

(ঋগ্বেদ। ১০ম মণ্ডল, ১০ম অনুবাক্, ১২৭ সূক্ত)

**ৰাত্ৰীতিসূক্তস্য কুশিকঃ ঋষিঃ ৰাত্ৰিৰ্দেৱতা, গায়ত্ৰী ছন্দঃ।**
**শ্ৰীজগদম্বাপ্ৰীত্যৰ্থে সপ্তশতী পাঠাদৌ জপে বিনিয়োগঃ।।**

ৰাত্ৰিসূক্তৰ ঋষি (মন্ত্ৰদ্ৰষ্টা)—কুশিক, ছন্দঃ—গায়ত্ৰী আৰু দেৱতা—ৰাত্ৰি। শ্ৰীজগদম্বাৰ প্ৰীতিৰ কাৰণে চণ্ডীপাঠৰ পূৰ্বে পাঠ কৰিব লাগে।

**ওঁ ৰাত্ৰী ব্যখ্যদায়তী পুৰুত্ৰা দেব্যক্ষভিঃ**
**বিশ্বা অধিশ্ৰিয়োঽধিত।। ১।।**

**অন্বয় ঃ** ব্যখ্যৎ + আয়তী = ব্যখ্যদায়তী, দেৱী + অক্ষভিঃ = দেব্যক্ষভিঃ। ওঁ (ওকাৰময়ী) পুৰুত্ৰা (বহুদেশত, সকলো দেশত) অক্ষভিঃ ([প্ৰকাশমান—ইন্দ্ৰিয়সমূহৰ দ্বাৰা, চক্ষুস্থানীয় মহৎ আদি তত্ত্বৰ দ্বাৰা) দেৱী (সৰ্ববস্তুৰ দ্যোতনশীলা) আয়তী (আগমনকাৰিনী, সৰ্বত্ৰ বিদ্যমানা) ৰাত্ৰী (ব্ৰহ্মমায়াত্মিকা ৰাত্ৰি দেৱতা)] ব্যখ্যৎ (জগৎপ্ৰপঞ্চ)—বিশেষৰূপে দেখিলে) [অথ—তাৰ পাছত] বিশ্বাঃ (সকলো) শ্ৰিয়ঃ (শ্ৰী, কল্যাণ) [সা—তেওঁ] অধি—অধিত। (ধাৰণ—[প্ৰদান] কৰিলে। ১।।

ওঁকাৰময়ী সৰ্বব্যাপিনী ভুৱনেশ্বৰী ৰাত্ৰি দেৱী[1] সকলো দেশতে তেওঁৰ

---

১ ৰাত্ৰি = ৰাতি (দদাতি) অভীষ্টম্ ইতি ৰাত্ৰিঃ।
**ৰাত্ৰি দুইবিধ—জীৱৰাত্ৰি আৰু ঈশ্বৰৰাত্ৰি। জীৱৰাত্ৰিৰূপ সুষুপ্তিত প্ৰতিদিন জীৱবিলাকৰ ব্যৱহাৰ লুপ্ত হয় আৰু ঈশ্বৰৰাত্ৰিৰূপ প্ৰলয় কালত ঈশ্বৰ ব্যৱহাৰ লুপ্ত হয়। দেৱীপুৰাণত আছে—**

**ব্ৰহ্মমায়াত্মিকা ৰাত্ৰিঃ পৰমেশলয়াত্মিকা।**
**তদধিষ্ঠাতৃ দেৱী তু ভুৱনেশী প্ৰকীৰ্ত্তিতা।।**

**অৰ্থাৎ ৰাত্ৰিদেৱী ঈশ্বৰলয়াত্মিকা আৰু ব্ৰহ্মমায়াত্মিকা। তেওঁৰ অধিষ্ঠাত্ৰী দেৱীয়েই আদ্যাশক্তিৰূপে প্ৰসিদ্ধা।**

চক্ষুস্থানীয় মহদাদি তত্ত্বৰ দ্বাৰা সকলো বস্তুৰে দ্যোতনশীলা (প্ৰকাশমানা) হৈ (অৰ্থাৎ নিজকে জগত আকাৰত প্ৰকাশ কৰি) নিজৰে দ্বাৰা উৎপাদিত জগত-জাল বিশেসৰূপে দেখিলে। তাৰ পাছত সকলো জীৱকে নিজ নিজ কৰ্ম অনুসাৰে ফল প্ৰদান কৰিলে।

**ওৰ্ব-প্ৰা অৰ্মত্যা নিবতো দেব্যুদ্বত।**
**জ্যোতিষা বাধতে তমঃ।। ২।।**

**ওৰ্বপ্ৰা = উৰু + অপ্ৰা, দেব্যুদ্বত = দেৱী + উদ্বতঃ।**

অমৰ্ত্যা (মৃত্যুৰহিতা) [সা—সেই দেৱী (দ্যোতনশীল ৰাত্ৰি দেৱতা) উৰু (বিস্তীৰ্ণ অন্তৰীক্ষ, নিখিল প্ৰপঞ্চ)] অপ্ৰাঃ ([স্বীয় চৈতন্যৰূপে] পৰিব্যাপ্ত কৰিলে) [তথা = এবং] নিবতঃ (নীচ লতা-গুল্মাদি) উদ্বতঃ (আৰু উচ্চ বৃক্ষাদি) [চৈতন্যৰ দ্বাৰা পৰিপূৰ্ণ কৰিলে]। [এনে ধৰণৰ শুদ্ধ চিত্ত ব্যক্তিসকলৰ] তমঃ (অন্ধকাৰ, অজ্ঞান) জ্যোতিষা (স্বীয় ব্ৰহ্মজ্যোতিৰ দ্বাৰা) বাধতে (নাশ কৰিলে)।। ২।।

[সৰ্বকাৰণভূতা মহামায়া পূৰ্বকল্পীয় সকলো প্ৰাণীৰ সৎ-অসৎ কৰ্মসমূহৰ ফল প্ৰদানৰ সময় আহি পৰা নাই কাৰণে তেওঁলোকক (জীৱ আৰু জগত প্ৰপঞ্চক) ফল প্ৰদানৰ সময়লৈকে স্বীয় কাৰণ শৰীৰত প্ৰলীন কৰি ৰাখিলে। পাছত ফল প্ৰদানৰ সময় উপস্থিত হোৱাত মহৎ আদিৰ দ্বাৰা জগত প্ৰপঞ্চ সৃষ্টি কৰি প্ৰাণীবিলাকক কৰ্মফল প্ৰদানত প্ৰবৃত্তা হ'ল।]

অমৰণ-ধৰ্মা নিত্যা ৰাত্ৰিদেৱী (বা মহামায়া) বিশ্ব-প্ৰপঞ্চ আৰু প্ৰপঞ্চগত উচ্চ-নীচ বৃক্ষ-লতা-গুল্মাদি স্বীয় আত্মচৈতন্যত পৰিব্যাপ্ত কৰিলে। ২।।

**নিৰু স্বসাৰমস্কৃতোষসং দেব্যায়তী**
**অপেদুহাসতে তমঃ।। ৩।।**

স্বসাৰমস্কৃতোষসং = স্বসাৰম্ + অস্কৃত + উষসং। দেব্যায়তী = দেৱী + আয়তী।

আয়তী (আগমনকাৰিণী) দেৱী (দ্যোতনশীলা ৰাত্ৰি দেৱতা) স্বসাৰম্ (নিজৰ ভগিনীক) উষসং (উষাক, প্ৰকাশ ৰূপকে, অবিদ্যাৰ আৱৰণী শক্তিক) নিৰু-অস্কৃত = নিৰস্কৃত, দগ্ধবীজৰ স্বৰূপ [নিৰাস] কৰে। [তস্যাম্ উষসি = উষাৰ সেইৰূপ অৱস্থাত] তমঃ (অজ্ঞানৰূপ অন্ধকাৰ) অপেদুহাসতে (অপগত হয়)।। ৩।।

(পঞ্চদশী নামৰ বেদান্ত গ্ৰন্থমতে সৌৰদীপ্তি যেনেকৈ তৃণাদি নিখিল বিশ্বৰ প্ৰকাশক হ'লেও সূৰ্য্যকান্ত মণিত প্ৰতিবিম্বিত হৈ তৃণাদিৰ দাহক হয়, সেইদৰে ব্ৰহ্মচৈতন্য উচ্চ-নীচ নিখিল প্ৰপঞ্চৰ ভাসক হৈও শুদ্ধ চিত্ত ব্যক্তিৰ হৃদয়ত থকা ব্ৰহ্মকাৰা বৃত্তিত প্ৰতিবিম্বিত হৈ তেওঁৰ অজ্ঞানৰ নাশক হয়।)

সেই ৰাত্ৰি দেৱতা সহোদৰা স্থানীয়া প্ৰকাশময়ী উষাৰ (অবিদ্যাৰ) আৱৰণী শক্তি বিনাশ কৰে। উষাৰ তেনে অৱস্থাত (প্ৰাৰব্ধ কৰ্মক্ষয়ত বিক্ষেপ শক্তি নষ্ট হোৱাত) মূল অজ্ঞান অপসৃত হয়। ৩।।

সা নো অদ্য যস্যা বয়ং নিতে যামন্যবিক্ষ্মহি।
বৃক্ষেণ বসতিং বয়ঃ।। ৪।।
নি গ্ৰামাসো অবিক্ষত নিপদ্বন্তো নিপক্ষিণঃ।
নিশ্যে নাসশ্চিদৰ্থিনঃ।। ৫।।

অদ্য (এতিয়া, এই সময়ত) নঃ (আমাৰ প্ৰতি) সা (সেই, ৰাত্ৰিদেৱী, চিৎশক্তি ভুৱনেশ্বৰী) প্ৰসীদতু (প্ৰসন্না হওক) যস্যাঃ (যাৰ) যামন্ (= যামনি, [প্ৰসাদ] প্ৰাপ্তিত) বয়ং (আমি) নি + অবিক্ষ্মহি ([সুখে, স্ব-স্বৰূপে] অৱস্থান কৰোঁ) [যথা = যেনেকৈ] বয়ঃ (পক্ষীবিলাকে) বৃক্ষেণ (বৃক্ষত, নীড়ৰ আশ্ৰয়ত) বসতিং (ৰাত্ৰি নিবাস) [কুৰ্বন্তি = কৰে]।। ৪।।

গ্ৰামাসঃ (গ্ৰামবোৰ, গ্ৰামবাসীবিলাক) নি + অবিক্ষত ([সুখে শয়ন কৰে]) [তথা = সেইদৰে] পদ্বন্তঃ (পাদযুক্ত, গবাশ্বাদি) নি (= নিবিশন্তে, নিবাস কৰে), অৰ্থিনঃ (কামাৰ্থীসকল, পথস্থিতসকল) শ্যেনাসঃ চিৎ (শ্যেমবিলাকেও) নি (= নিবিশন্তে, নিবাস কৰে)।। ৫।।

এই মন্ত্ৰেৰে ৰাত্ৰি দেৱতাৰ ওচৰত প্ৰাৰ্থনা কৰা হৈছে—সেই দেৱী ভুৱনেশ্বৰী আমাৰ প্ৰতি এই (প্ৰাৰ্থনাৰ) সময়ত প্ৰসন্না হওক। তেওঁৰ অনুগ্ৰহত পক্ষীবিলাকে যেনেকৈ নীড়াশ্ৰয়ত সুখে ৰাত্ৰি বাস কৰে, সেইদৰে আমিও আমাৰ স্ব-স্বৰূপত স্থিতি লাভ কৰিব পাৰিম।। ৪।।

সেই কৃপাময়ী ভুৱনেশ্বৰী দেৱীৰ কৰুণাত আপামৰ গ্ৰামবাসীসকল, গো-অশ্ব আদি পশু, পক্ষীবিলাক, কামাৰ্থিসকল আৰু শ্যেন আদিয়েও সুখে শয়ন কৰে।। ৫।।

যাবয়া বৃক্যং বৃকং যবয়স্তেনমূৰ্ম্যে।
অথা ন সুতৰা ভব।। ৬।।
উপ মা পেপিশত্তমঃ কৃষ্ণম্ ব্যক্তমস্থিত।
উষ ঋণেৱ যাতয়।। ৭।।

যবয়স্তেনমূৰ্ম্যে = যবয় + স্তেন + মূৰ্ম্যে।

উৰ্ম্যে (হে জননী, ৰাত্ৰিদেৱী) বৃক্যং ([নানা বাসনাৰূপা] ব্যাঘ্ৰী) বৃকং (ব্যাঘ্ৰ, ব্যাঘ্ৰৰ দৰে হিংসাকাৰী পাপক) যাবয়া (যাবয়, আমাৰপৰা দূৰ কৰক) [তথা = এবং] স্তেনং (তস্কৰ, চিত্তাপহাৰক কামাদিক) যবয় (= যাবয়, আমাৰ পৰা) অথা (অথ, অনন্তৰ) নঃ (আমাৰ) সুতৰা (অনায়াসে পাৰকৰ্ত্ৰী) ভব (হওক)।

পেপিশত্তমঃ = পেপিশ্য + তমঃ; ব্যক্তমস্থিত = ব্যক্তম্ + অস্থিত।

পেপিশৎ ([সকলো বস্তুতে] অতিমাত্ৰ সংশ্লিষ্ট) কৃষ্ণং ([তমঃ প্ৰাধান্য হেতু] কৃষ্ণবৰ্ণ) ব্যক্তম্ (ব্যক্ত, প্ৰকাশিত) তমঃ (নৈশ, অন্ধকাৰ, অজ্ঞান) মা (মাং, মোৰ ওচৰত) উপ-অস্থিত (আহিছে) উষঃ (হে উষাদেৱী, হে ৰাত্ৰি দেৱতা।) ভৱতী (আপুনি) ঋণেৱ (ঋণানীৱ [স্তোতৃবিলাকৰ] ঋণ অপমৰ নিচিনা) তৎ (তাক, অজ্ঞানক) যাতয় (দূৰ কৰক)।। ৭।।

[মূঢ় বালকবিলাকে যেনেকৈ জননীৰ অসীম কৰুণাত নিশ্চিন্ত হৈ নিৰ্বিঘ্নে শয়ন কৰে, সেইদৰে প্ৰাণীবিলাকে কৰুণাময়ী ৰাত্ৰি-দেৱীক নাজানিও তেওঁৰ অহৈতুকী কৃপাত আত্মস্থ হয়]

হে জননী ৰাত্ৰিদেৱী! আপুনি দয়াবতী। আপুনি কৰুণা কৰি আমাৰ অনুষ্ঠিত পাপ-আচৰণ উপেক্ষা কৰি নানা বাসনাৰূপ ব্যাঘ্ৰী আৰু ব্যাঘ্ৰ-সদৃশ হিংসোকাৰী পাপবোৰৰপৰা আমাক ৰক্ষা কৰক আৰু আমাৰ চিত্তৰ অপহাৰক কামাদি তস্কৰবিলাকক দূৰ কৰি অনায়াসে আমাক সংসাৰ সাগৰৰপৰা উদ্ধাৰ কৰক, অৰ্থাৎ আমাৰ মোক্ষদাত্ৰী হওক। ৬।।

হে ৰাত্ৰিদেৱতা! সকলো বস্তুতে অতিশয় সংশ্লিষ্ট কৃষ্ণবৰ্ণ গাঢ় নৈশ অন্ধকাৰতুল্য অজ্ঞান মোৰ ওচৰত উপস্থিত হৈছে। হে উষা দেৱতা! আপোনাৰ স্তোতৃবৃন্দক ধন প্ৰদান কৰি আপুনি যেনেকৈ তেওঁলোকৰ ঋণ অপগম কৰে, সেইদৰে মোৰ অজ্ঞান অপসাৰণ কৰক।। ৭।।

**উপ তে গা ইৱাকৰং বৃণীষ্ব দুহিতৰ্দিবঃ**
**ৰাত্ৰি স্তোমং ন জিগ্যুষে।। ৮।।**

ৰাত্ৰি (হে ৰাত্ৰিদেৱী।) তে (আপোনাক) গা ইব (দুগ্ধৱতী গাইৰ নিচিনা) উপ (উপেত্য) আকৰং ([স্তুতি-জপ আদিৰ দ্বাৰা] প্ৰসন্না কৰিব খুজিছোঁ) [হে] দিবঃ (পৰম আকাশৰ, পৰমাত্মাৰ) দুহিতঃ (দুহিতা, কন্যা) [ত্বৎ প্ৰসাদাৎ কামাদীন্ শত্ৰূন্ = আপোনাৰ কৃপাত কামাদি শত্ৰুক] জিগ্যুষে (জয় কৰিম), নঃ (আমাৰ) স্তোমং (স্তোত্ৰ) [হবিৰপি = হবিও] বৃণীষ্ব (গ্ৰহণ কৰক)।। ৮।।

হে ৰাত্ৰিদেৱী! দুগ্ধৱতী গাভীৰ নিচিনা মই আপোনাক স্তুতি-জপ আদিৰ দ্বাৰা প্ৰসন্না কৰিব খুজিছোঁ। আপুনি পৰম আকাশৰূপ সৰ্বব্যাপী পৰমাত্মাৰ কন্যা। আপোনাৰ অনুগ্ৰহত মই কামাদি শত্ৰু জয় কৰিম। মোৰ এই স্তোত্ৰ আৰু প্ৰদত্ত হবি কৃপা কৰি গ্ৰহণ কৰক। ৮।।

**ঋগ্বেদোক্ত ৰাত্ৰিসূক্তৰ সায়নভাষ্য অনুসাৰে অন্বয়াৰ্থ আৰু অনুবাদ সমাপ্ত।**
**(স্বামী জগদীশ্বৰানন্দৰ শ্ৰীশ্ৰীচণ্ডীৰপৰা গৃহীত)**

## সামবিধান ব্ৰাহ্মণ, ৩য় মণ্ডল, ৮ম অনুবাক, ২য় সূত্ৰ

**ওঁ ৰাত্ৰিং প্ৰপদ্যে পুনৰ্ভূং ময়োভূং কন্যাং শিখণ্ডিনীং পাশহস্তাং যুবতীং কুমাৰিণীমাদিত্যঃ শ্ৰীচক্ষুষে বাতঃ প্ৰাণায় সোমো গন্ধায় আপঃ স্নেহায় মনঃ অনুজ্ঞায় পৃথিব্যৈ শৰীৰম্।। ১।।**

ইতি সামবিধান ব্ৰাহ্মণোক্তং ৰাত্ৰিসূক্তম্।

ওঁ (ব্ৰহ্মৰূপা)[1] পুনঃভূং ([অসুৰ বধৰ নিমিত্তে] পুনঃ পুনঃ যি দেৱী অৱতীৰ্ণা হয়), ময়ঃ ভূং ([প্ৰাণীবিলাকৰ] সুখদাত্ৰী) কন্যাং (আৰাধ্যা, কুমাৰী) শিখণ্ডিনীং (বৈষ্ণৱী, ময়ূৰপুচ্ছ ভূষণা) পাশহস্তাং ([অসুৰক বন্ধন কৰিবৰ বাবে] হাতত পাশধাৰিনী) যুৱতীং[2] (নিত্যা, বাল্য আৰু বাৰ্দ্ধক্য অৱস্থা ৰহিতা) কুমাৰিণীং (কুমাৰী প্ৰভৃতি শক্তিসমূহৰ সমষ্টিভূতা) ৰাত্ৰিং (ব্ৰহ্মময়ী দেৱীৰ) প্ৰপদ্যে (শৰণাপন্ন হওঁ) এবম্ভূতায়া ৰাত্ৰ্যভিমানন্যা দেৱাতায়াঃ প্ৰভাৱাৎ (= উক্ত প্ৰকাৰ ৰাত্ৰি-অভিমানিনী দেৱতাৰ প্ৰভাৱত) আদিত্যঃ (সূৰ্য্য) শ্ৰীচক্ষুষে [ভৱতু] (চক্ষু দুটি শ্ৰীযুক্ত কৰক), বায়ুঃ (বায়ু দেৱতা), প্ৰাণায় [ভৱতু] (পঞ্চপ্ৰাণ ৰক্ষা কৰক), সোমঃ (সোমদেৱ) গন্ধায় [ভৱতু] (ঘ্ৰাণেন্দ্ৰিয় ৰক্ষা কৰক), আপঃ (জলাধিষ্ঠাত্ৰী দেৱতা বৰুণ), স্নেহায় [ভৱতু] (সকলো তৰল পদাৰ্থ ৰক্ষা কৰক), মনঃ (তদাধিষ্ঠাত্ৰী দেৱতা চন্দ্ৰ), অনুজ্ঞায় [ভৱতু] (সংকল্প—-প্ৰতিজ্ঞা ৰক্ষা কৰক), পৃথিব্যৈ (পৃথিৱী, তদধিষ্ঠাত্ৰী দেৱতা), শৰীৰম্ (শৰীৰায়, শৰীৰক), ভৱতু (ৰক্ষা কৰক)।। ১।।

যি ব্ৰহ্মৰূপা মহামায়া অসুৰ বধৰ কাৰণে পুনঃ পুনঃ আবিৰ্ভূতা হয়, যি দেৱী প্ৰাণীবিলাকৰ সুখদাত্ৰী আৰু কন্যাৰূপিনী, যি দেৱী ময়ূৰপুচ্ছ ভূষণা (শিখণ্ডিনী)[3], অসুৰক বধ কৰিবৰ কাৰণে যাৰ হাতত পাশ, যি দেৱী নিত্যা, অৰ্থাৎ বাল্য আৰু বাৰ্দ্ধক্য অৱস্থা ৰহিতা আৰু কুমাৰী প্ৰভৃতি শক্তিসমূহৰ সমষ্টিভূতা সেই ৰাত্ৰিৰূপা দেৱীৰ শৰণাপন্ন হওঁ। তেওঁৰ প্ৰভাৱত সূৰ্যই চক্ষু দুটিক শ্ৰীযুক্ত কৰি ৰক্ষা কৰক; বায়ুদেৱতা পঞ্চপ্ৰাণ ৰক্ষা কৰক, সোমদেৱ ঘ্ৰাণেন্দ্ৰিয় ৰক্ষা কৰক, বৰুণদেৱ সকলো তৰল পদাৰ্থ ৰক্ষা কৰক, চন্দ্ৰদেৱ মোৰ মন ৰক্ষা কৰক আৰু পৃথিৱীৰ অধিষ্ঠাত্ৰী দেৱতা মোৰ শৰীৰ ৰক্ষা কৰক। ১।।

[সামবিধি ব্ৰাহ্মণমতে ৰাত্ৰিকালত এই দেৱী-মন্ত্ৰ জপ মাত্ৰেই সিদ্ধি লাভ হয়। এই সূক্ত পাঠৰ অবান্তৰ ফল মৰণকাল জ্ঞান আৰু পৰম ফল মোক্ষপ্ৰাপ্তি। নাগোজী ভট্টকৃত টীকা অনুযায়ী অনুবাদ দিয়া হ'ল।]

সামবিধি ব্ৰাহ্মণোক্ত ৰাত্ৰিসূক্তৰ অনুবাদ সমাপ্ত।

স্বামী শ্ৰীজগদীশ্বৰানন্দৰ শ্ৰীচণ্ডীৰপৰা গৃহীত।

---

১ ওঙ্কাৰ ব্ৰহ্মবাচক। কঠোপনিষদত আছে—এতদ্ধ্যেবাক্ষৰং ব্ৰহ্ম = ওঁ এই অক্ষৰেই ব্ৰহ্ম।

২ যুৱতী = যু + কনিন্। য যৌতি = যি দেৱীয়ে সকলো কামনা দান কৰে।

৩ শিখণ্ডী = বিষ্ণু, শিখণ্ডিনী = বৈষ্ণৱী, বিশ্বব্যাপিনী শক্তি। যথা—

ভূষনৈস্তু ময়ুৰাণামঙ্গদাদ্যৈস্তু ভাস্বৰা।
ধ্বজেন শিখিবৰ্হানামুচ্ছ্ৰিতেন সমাবৃতা।। —হৰিবংশ

দেৱীৰ অঙ্গ ময়ুৰপুচ্ছময় (অঙ্গদাদি) অলঙ্কাৰেৰে উজ্জ্বল আৰু তেওঁৰ মস্তক উচ্ছ্ৰিত শিখি পুচ্ছালঙ্কৃত মুকুটৰ দ্বাৰা সুশোভিত। অন্যমতে দেৱী অকলে স্ত্ৰী আৰু পুৰুষ উভয়েই হয় বুলি শিখণ্ডিনী। শ্বেতাশ্বেতৰ উপনিষদত আছে—ত্বং স্ত্ৰী ত্বং পুমান্ অসি = তুমি স্ত্ৰী আৰু তুমিয়েই পুৰুষ।

# শ্ৰীশ্ৰীচণ্ডী

## প্ৰথম চৰিত্ৰৰ ঋষি আৰু দেৱতাদি

ওঁ নমশ্চণ্ডিকায়ৈ

ওঁ অস্য শ্ৰীপ্ৰথম চৰিত্ৰস্য ব্ৰহ্মা ঋষি, মহাকালী দেৱতা, গায়ত্ৰী ছন্দঃ, নন্দা শক্তিঃ, ৰক্তদন্তিকা বীজম্, অগ্নিস্তত্বম্, ঋগ্বেদঃ স্বৰূপম্। শ্ৰীমহাকালী প্ৰীত্যৰ্থং (ধৰ্মাৰ্থে)[১] প্ৰথম চৰিত্ৰ জপে বিনিয়োগঃ।

[ডামৰ তন্ত্ৰমতে] শ্ৰীশ্ৰীচণ্ডীৰ প্ৰথম চৰিত্ৰৰ ঋষি (মন্ত্ৰদ্ৰষ্টা)—ব্ৰহ্মা, দেৱতা-মহাকালী, ছন্দঃ—গায়ত্ৰী, শক্তিনন্দা, বীজ—ৰক্তদন্তিকা, তত্ত্ব—অগ্নি আৰু স্বৰূপ—ঋগ্বেদ। শ্ৰীমহাকালীৰ প্ৰীতিৰ কাৰণে (ধৰ্ম লাভৰ নিমিত্তে) প্ৰথম চৰিত্ৰ পাঠৰ বিনিয়োগ[২] (প্ৰয়োগ) হয়।

## মহাকালীৰ ধ্যান

**ও খড়্গং চক্ৰগদেষু চাপ পৰিঘান্ শূলং ভূশুণ্ডীং শিৰঃ**
**শঙ্খং সন্দধতীং কৰৈস্ত্ৰিনয়নাং সৰ্বাঙ্গভূষাবৃতাম্।**
**নীলাম্বদ্যুতিমাস্য পাদদশকাং সেবে মহাকালিকাং**
**যামস্তৌচ্ছয়িতে হৰৌ কমলজো হন্তুং মধুং কৈটভম্।।**

ওঁ খড়্গং (খড়্গ) চক্ৰ-গদা-ইষু-চাপ পৰিঘান্ (চক্ৰ, গদা, তীৰ, ধনু আৰু লাঠি) শূলং (শূল) ভূশুণ্ডীং (অস্ত্ৰবিশেষ) শিৰঃ (নৰমুণ্ড) শঙ্খং (আৰু শঙ্খ) কৰৈঃ (দহ হাতত) সন্দধতীং (ধাৰণকাৰিণী) ত্ৰিনয়নাং (চক্ষুত্ৰয়যুক্তা) সৰ্ব-অঙ্গ-ভূষা-আবৃতাম্ (সৰ্বপ্ৰকাৰ অলঙ্কাৰৰ দ্বাৰা শোভিতা বা সৰ্বঅঙ্গ অলঙ্কাৰৰ দ্বাৰা আবৃতা) নীল-অম্বু-

---

১ শ্ৰীশ্ৰীচণ্ডীৰ প্ৰথম চৰিত্ৰ—১ম অধ্যায়, মধ্যম চৰিত্ৰ—২য়ৰ পৰা চতুৰ্থ অধ্যায় আৰু উত্তৰ চৰিত্ৰ—৫মৰ পৰা ১৩শ অধ্যায়, সকামভাৱে পাঠ কৰিলে যথাক্ৰমে ধৰ্ম, অৰ্থ আৰু কাম, অৰ্থাৎ অভ্যুদয় (ঐহিক উন্নতি) লাভ হয়। আৰু নিষ্কামভাৱে পাঠ কৰিলে প্ৰত্যেক চৰিত্ৰৰপৰা মোক্ষ লাভ হয়। সুতৰাং চণ্ডীপাঠৰপৰা মানৱ জীৱনৰ চতুৰ্বৰ্গ লাভ হয়। এই হেতুকে দেৱীৰ আৰাধনা কৰি ৰজা সুৰথ আৰু বৈশ্য সমাধি যথাক্ৰমে অপহৃত ৰাজ্য আৰু ব্ৰহ্মজ্ঞান লাভ কৰিছিল।

২ মীমাংসা শাস্ত্ৰত উল্লেখ কৰা বিবিধ বিধিৰ ভিতৰত বিনিয়োগ অন্যতম বিধি।

**পাঠান্তৰম্ ঃ** (১) শঙ্খং (পাশান ইতি বা) (২) সৰ্বাঙ্গভূষাবৃতাম্—সৰ্বাঙ্গভূষাভূতাম্ ইতি কচিৎ। (৩) শয়িতে—স্বপিতে ইতি বা।

দ্যুতিম্ (নীলকান্ত মণি-সদৃশ প্ৰভাময়ী) আস্য-পাদ-দশকাং (দহ মুখ আৰু দহখন পদযুক্তা) মহাকালিকাং (মহাকালী) যাম্ (যাক) হৰৌ (হৰি, বিষ্ণু) শয়িতে (যোগনিদ্ৰাযুক্ত হ'লে) কমলজঃ (ব্ৰহ্মা) মধুং (মধুক) কৈটভং (আৰু কৈটভক) হন্তুং (বধ কৰিবৰ বাবে) অস্তৌৎ (স্তৱ কৰিছিল) [ত্বাং=তেওঁক] [অহম্=মই] সেবে (সেবা [ধ্যান] কৰোঁ)।

যি দেৱীয়ে দহখন হাতত খড়্গ, চক্ৰ, গদা, শৰ, ধনু, লাঠি, শঙ্খ, শূল, ভূশুণ্ডী আৰু নৰমুণ্ড ধাৰণ কৰে, যি দেৱী ত্ৰিনয়না, সৰ্বপ্ৰকাৰ অলঙ্কাৰে সুশোভিতা (বা যাৰ সৰ্বাঙ্গ অলঙ্কাৰৰদ্বাৰা আবৃত) আৰু নীলকান্ত মণিতুল্য প্ৰভাবিশিষ্টা; যাৰ দহখন মুখ আৰু দহখন পদ[১]; বিষ্ণু যোগনিদ্ৰাত নিদ্ৰিত থকাত মধু আৰু কৈটভ নামে দুজন অসুৰক বিনাশ কৰিব বাবে ব্ৰহ্মাই যাক স্তৱ কৰিছিল। মই সেই মহাকালীক ধ্যান কৰোঁ।

---

১ মহাকালীৰ দহখন মুখ, দহখন পদ—এই বিষয়ে বৈকৃতিক ৰহস্যত—দশবক্ত্ৰা, দশভুজা, দশপাদাঞ্জনপ্ৰভা উল্লেখ আছে।

# প্ৰথম চৰিত্ৰ

## প্ৰথম অধ্যায়—মধুকৈটভ বধ

ওঁ নমশ্চণ্ডিকায়ৈ
(ওঁ ক্লীঁ) মাৰ্কণ্ডেয় উবাচ।
সাবৰ্ণিঃ সূৰ্য্য তনয়ো যো মনুঃ কথ্যতেঽষ্টমঃ।
নিশাময় তদুৎপত্তিং বিস্তৰাদ্ গদতো মম।। ১।।

অন্বয় ঃ মাৰ্কণ্ডেয়ঃ উবাচ—সূৰ্য্য তনয়ঃ সাবৰ্নিঃ যঃ অষ্টমঃ মনুঃ কথ্যতে, তৎ-উৎপত্তিং বিস্তৰাৎ গদতঃ মম নিশাময়।

(গদতঃ মম নিশাময—বৰ্ণনাকাৰী মোৰপৰা শুনা)

অনুবাদ ঃ মাৰ্কণ্ডেয় মুনিয়ে (মৃকণ্ড ঋষিৰ পুত্ৰ) নিজৰ শিষ্য ক্ৰৌষ্টুকি ভাগুৰিক কৈছে—সূৰ্যৰ পুত্ৰ সাৰ্বনি অষ্টম মনু বুলি খ্যাত। তেওঁৰ উৎপত্তি বিস্তাৰিতভাৱে কওঁ শুনা।

ব্যাখ্যা ঃ সাবৰ্নি সবৰ্ণাৰ পুত্ৰ। সবৰ্ণাৰ অন্য নাম সৰণ্যু। বেদত এওঁ সৰণ্যু নামেই অভিহিতা। সবৰ্ণা সূৰ্যশক্তি, ঐশীশক্তিৰ প্ৰতিনিধি। সূৰ্য যেনেকৈ ব্ৰহ্মজ্যোতিৰ বিশিষ্ট প্ৰতিনিধি, সবৰ্ণা বা সৌৰশক্তি সেইদৰে ব্ৰহ্মশক্তিৰ প্ৰতিনিধি। এই শক্তিৰ প্ৰভাৱতেই এই ভূতধাত্ৰী বসুন্ধৰা আৰু অনন্ত গ্ৰহমালা সূৰ্যমণ্ডলৰ চাৰিওফালে পৰিবৃত্ত হৈ মহাশূন্যত অৱস্থান কৰি সেই ৰমনীয় ভৰ্গ-প্ৰতিনিধিক (সূৰ্য দেৱক) প্ৰদক্ষিণ কৰি আছে। এই মহীয়সী শক্তিৰ প্ৰভাৱতে জীৱ-সঙ্ঘ স্ব স্ব অস্তিত্ব অক্ষুন্ন ৰাখি ব্ৰহ্মত্বৰ-মহত্বৰ ফালে অগ্ৰসৰ হৈ আছে। মনু এই মহীয়সী সৌৰশক্তিৰ গৰ্ভসঞ্জাত—সেইবাবে সাবৰ্ণি নামে অভিহিত হৈ থাকে। মনুই ব্ৰহ্মাৰ আত্মজ বা প্ৰথম সৃষ্টি।

---

সূৰ্য পত্নী ছায়াৰ নাম সবৰ্ণা। সূৰ্যৰ ঔৰসত ছায়াৰ গৰ্ভত জন্ম হয় বুলি সাবৰ্ণি নামে খ্যাত হয়। তেওঁ অষ্টম মনু আছিল।

মনুৰ সংখ্যা চৈধ্য—(১) স্বায়ম্ভুব (ব্ৰহ্মাৰ মানসপুত্ৰ) (২) স্বাৰোচিষ (স্বায়ম্ভুব পুত্ৰ প্ৰিয়ব্ৰতৰ পুত্ৰ) (৩) উত্তম (প্ৰিয়ব্ৰতৰ পুত্ৰ—উত্তমৰ পুত্ৰ) (৪) তামস (প্ৰিয়ব্ৰতৰ পুত্ৰ) (৫) ৰৈৱত (প্ৰিয়ব্ৰতৰ পুত্ৰ) (৬) চাক্ষুষ (অঙ্গৰাজৰ পুত্ৰ) (৭) বৈৱস্বত (৮) সাবৰ্ণি (৯) দক্ষসাবৰ্নি (১০) ব্ৰহ্মসাবৰ্নি (১১) ধৰ্ম্ম সাবৰ্নি (১২) ৰুদ্ৰ সাবৰ্নি (১৩) দেব সাবৰ্নি (ৰোচ্য) আৰু (১৪) ইন্দ্ৰ সাবৰ্নি (ভৌত্য)। একোটা মনুৰ অধিকৃত কালৰ নাম মন্বন্তৰ। এক মন্বন্তৰ কিঞ্চিৎ অধিক ৭১ দিব্য যুগ। ব্ৰহ্মাৰ একো দিন আৰু একো ৰাত্ৰিক একোটি কল্প বোলে। দিনৰ কল্পত সৃষ্টি আৰু ৰাত্ৰিৰ কল্পত প্ৰলয় হয়। প্ৰত্যেক সৃষ্টি কল্পত ১৪ জন মনু যথাক্ৰমে জগতৰ অধীশ্বৰ হয়, অৰ্থাৎ ১৪টি মন্বন্তৰ হয়। বৰ্ত্তমান বৈৱস্বত মনুৰ অধিকাৰ। সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি এই চাৰিযুগে এক দৈবযুগ হয়। এইদৰে এক হাজাৰ দৈবযুগেই এক সৃষ্টি-কল্পৰ পৰিমাণ কাল।

সাধনাৰ বলত মানুহে যেতিয়া এই মনুত্ব লাভ কৰে, তেতিয়া দেখিবলৈ পায় যে সি একমাত্ৰ জগত প্ৰসবিত্ৰী সূৰ্যশক্তিৰ (সৰ্বনাৰ) কোলাত নিত্য অৱস্থিত। সেইবাবে মনুক সূৰ্য তনয় সাবৰ্ণি বোলা হৈছে।

**মহামায়ানুভাৱেন যথা মন্বন্তৰাধিপঃ।**
**স বভূব মহাভাগঃ সাবৰ্ণিস্তনয়ো ৰবেঃ।। ২।।**

**অন্বয় ঃ** সঃ মহাভাগঃ ৰবেঃ তনয়ঃ সাবৰ্ণিঃ মহামায়া-অনুভাৱেন যথা মন্বন্তৰ-অধিপঃ বভূব (তৎ শৃনু)।

মহাভাগঃ = মহা ঐশ্বৰ্যযুক্ত, (ভগ = ঐশ্বৰ্য) মহামায়া-অনুভাৱেন = মহামায়াৰ অনুগ্ৰহত। মন্বন্তৰ অধিপঃ = অষ্টম মন্বন্তৰৰ অধিপতি।

---

মহামায়া পৰমেশ্বৰী শক্তি, বিসদৃশ-প্ৰতীতি সাধিকা ঈশ্বৰ শক্তি (নাগোজীভট্টী টীকা)। এয়ে অঘটন-ঘটন-পটীয়সী ব্ৰহ্মাত্মিকা শক্তি (তত্ব প্ৰকাশিকা টীকা) এই মহাশক্তিৰ দ্বাৰা ঈশ্বৰ সৃষ্টি, সংহাৰাদি আৰু জন্ম-লীলাদি কাৰ্য কৰে। জীৱৰ বন্ধন আৰু মুক্তি মহামায়াই সম্পন্ন কৰে। এৱেঁই উপাসকসকলৰ কাৰ্যৰ কাৰণে অভৌতিক ৰূপ ধাৰণ কৰি দুৰ্গা, কালী, জগদ্ধাত্ৰী প্ৰভৃতি নামে অভিহিতা হয়। দেবী ভাগৱত—৫ম স্কন্ধ, অষ্টম অধ্যায়ত ব্যাসদেৱে ৰজা জন্মেজয়ক মহামায়াৰ স্বৰূপ এইদৰে কৈছে—

যথানটো ৰঙ্গগতো নানাৰূপো ভবত্যসৌ।
একৰূপো স্বভাৱোঽপি লোকৰঞ্জন হেতবে।। ৫৮।।
তথৈষা দেৱ কাৰ্যাৰ্থমৰূপাপি স্বলীলয়া।
কৰোতি বহুৰূপাণি নিৰ্গুণা সগুণানি চ।। ৫৯।।

অৰ্থাৎ, নটৰ ৰূপ এটা হ'লেও যেনেকৈ লোকৰঞ্জনৰ কাৰণে ৰঙ্গস্থলত নানাৰূপে দৰ্শন দিয়ে, সেইদৰে এই নিৰ্গুণা দেৱী নিৰাকাৰা হৈও দেৱতাবিলাকৰ কাৰ্য সম্পাদনৰ বাবে স্বীয় লীলাৰে সত্বাদিগুণ সমন্বিত নানা ৰূপ ধাৰণ কৰে।

দেৱী ভাগৱতত মহামায়া ব্ৰহ্ম, পৰমাত্মা আৰু ভগৱতী নামে অভিহিতা। ৰুদ্ৰ যামলত মহামায়াক পৰব্ৰহ্ম বোলা হৈছে। (ত্বমেকা পৰব্ৰহ্মৰূপেন সিদ্ধা)

'যিনি ব্ৰহ্ম তিনিই কালী' —শ্ৰীৰামকৃষ্ণ

''কালী ব্ৰহ্ম জেনে মৰ্ম ধৰ্মাধৰ্ম যব ছেড়েছি'' —শ্ৰীৰামপ্ৰসাদ

দেৱী পুৰাণত নাম নিৰ্বাচন অধ্যায়ত আৰু কালিকা পুৰাণত মহামায়াৰ বিস্তৃত বিৱৰণ আছে। কালিকা পুৰাণত যথা—

গৰ্ভান্তৰ্জান সম্পন্নং প্ৰেৰিতং সূতি মাৰুতৈঃ।
উৎপন্নং জ্ঞানৰহিতং কুৰুতে যা নিৰন্তৰম্।। ১।।
পূৰ্বাতি পূৰ্ব সংস্কাৰ সংঘাতেন নিয়োজ্য চ।
অহৰাত্ৰৌ ততো মোহমমত্ব জ্ঞানসংশয়ম্।। ২।।

**অনুবাদ ঃ** সেই মহাভাগ সূৰ্য তনয় সাবৰ্ণি মহামায়াৰ (পৰমেশ্বৰীৰ) কৃপাত যেনেকৈ অষ্টম মন্বন্তৰৰ অধিপতি হৈছিল—তাক শুনা।

**ব্যাখ্যা ঃ** মহামাযাই সত্য। মহামাযাই জীৱ, মহামাযাই ঈশ্বৰ আৰু মহামায়াই ব্ৰহ্ম। য'ত মায়া নাই, তাত সত্যও নাই, মিথ্যাও নাই, যেতিয়ালৈকে মাযা আছে, তেতিযালৈকে সত্য আৰু মিথ্যা উভযেই আছে, যেতিয়ালৈকে বা দেহ-মন-ইন্দ্ৰিয আছে, সৎ চিৎ আনন্দ আছে তেতিযালৈকে মাযা আছে। নিৰ্গুণ চৈতন্যৰ যেতিয়া বহুভাৱে ব্যক্ত হোৱাৰ ইচ্ছা প্ৰকাশ পায়, তেতিযা তেওঁ—সেই চৈতন্যই মায়াৰূপে অভিব্যক্ত হয। এই বহুভাৱৰ বীজ গৰ্ভত ধাৰণ কৰে বুলি তেওঁ জননী, আকৌ জগতৰূপে প্ৰকটিত হৈ থাকে, অৰ্থাৎ অব্যক্ত জীৱসমূহক প্ৰসৱ কৰি পুনৰায নিৰ্গুণত্বত উপনীত কৰিবলৈ স্বয়ং মহতী ক্ৰিয়া শক্তিৰূপে প্ৰকটিত হৈ থাকে আৰু স্বীয কোলাত লৈ থকা জীৱজগতক পুনৰাই একত্বত-ব্ৰহ্মাত্বত প্ৰলীন কৰি থাকে, সেযেহে মহামায়া সৃষ্টি-স্থিতি-প্ৰলযৰ একমাত্ৰ অধীশ্বৰী, জগৎবিধাত্ৰী, জগৎপালয়িত্ৰী, জগৎসংহৰ্ত্ৰী মোক্ষদায়িনী জননী।

এই মহামায়াৰ অনুকূল ইচ্ছা—কৃপা হ'লে অৰ্থাৎ তেওঁৰ স্নেহ উপলব্ধি কৰিব পাৰিলেই জীৱ মন্বন্তৰৰ অধিপতি হয়।

মন্ ধাতুৰপৰা মনু শব্দ নিষ্পন্ন হৈছে। মন্ ধাতুৰ অৰ্থ বোধ বা জ্ঞান। যেতিয়া জীৱ-ভাৱাপন্ন কল্পিত শিশু-চৈতন্য বা ক্ষুদ্ৰ জ্ঞান, সমষ্টি-মানৱ চৈতন্যৰূপে প্ৰতিভাত হয়, তেতিয়াই তাক মনু নামে অভিহিত কৰা যায়। সমগ্ৰ মনুষ্য জাতিৰ সমষ্টি চৈতন্য মনু। এই মনু-চৈতন্যৰ প্ৰত্যেক কল্পিত অণুৰেই ব্যষ্টি মনুষ্যৰূপে প্ৰতিভাত। সেইবাবে মনুষ্যক মনুজ বোলে।

মনুত্ব লাভ কৰিলে অষ্টম হোৱা যায। অষ্টম কি? "অষ্টৌ সিদ্ধয়ঃ ঐশ্বৰ্য্যাণি বা মিযন্তে অস্মিন্ ইতি অষ্টমঃ"। য'ত অণিমাদি অষ্টবিধ ঐশ্বৰ্য সম্যক পৰিমিত হয়, সেয়ে অষ্টম। জীৱে যেতিয়া মনুত্ব লাভ কৰে তেতিয়া অণিমা, লঘিমা প্ৰভৃতি সিদ্ধি তাৰ আযত্তীভূত হয। এফালে যেনেকৈ এই অষ্টবিধ ঐশ্বৰ্য লাভ কৰি জীৱে ভগৱৎসাৰূপ্য

---

ক্ৰোধোপৰোধ লোভেষু ক্ষিপ্‌ত্বা ক্ষিপ্‌ত্বা পুনঃ পুনঃ।
পশ্চাৎ কামেন সংযোজ্য চিন্তাযুক্তমহৰ্নিশম্।। ৩।।
আমোদযুক্তং ব্যসনা-সক্তং জন্তুং কৰোতি যা।
মহামায়েতি সংপ্ৰোক্তা তেন সা জগদীশ্বৰী।। ৪।।

**মাতৃগৰ্ভত অৱস্থিত জ্ঞানসম্পন্ন শিশু প্ৰসূতি বায়ুৰ দ্বাৰা প্ৰেৰিত হৈ ভূমিষ্ঠ হোৱা মাত্ৰকে যি দেৱীয়ে তাক নিৰন্তৰ জ্ঞানৰহিত কৰে, যি দেৱীয়ে পূৰ্ব জন্মৰ সংস্কাৰসমূহৰ দ্বাৰা জীৱনৰ প্ৰথম দিনতে মানুহক আৰম্ভ কৰি জ্ঞাননাশক মোহ আৰু মমত্বৰ দ্বাৰা আচ্ছন্ন কৰে, যি দেৱীয়ে জীৱক ক্ৰোধ, উপৰোধ আৰু লোভত পুনঃ পুনঃ নিক্ষেপ কৰি পাছত কামাসক্ত কৰি অহৰ্নিশি চিন্তাযুক্ত, আমোদ-নিৰত আৰু বাসনাসক্ত কৰে, সেই জগদীশ্বৰীয়েই মহামায়া নামে অভিহিতা।**

লাভ কৰে বা উপলব্ধি কৰে, আনফালে তেনেকৈ ঘৃণা, লজ্জা, ভয়, জুগুপ্সা প্ৰভৃতি অষ্টবিধ পাশৰপৰা মুক্ত হয়। সেইকাৰণে মনুক অষ্টম বোলা হৈছে। যি অখণ্ডবোধ মনু-চৈতন্যৰূপে প্ৰতিভাত, সেই সমষ্টি মানব-চৈতন্যত অধিষ্ঠিত হ'ব পাৰিলে ব্যষ্টি মানব-চৈতন্য আয়ত্তীভূত হয়। মনুষ্য জাতি মনুৰেই অন্তৰ, মনু হ'লেই মন্বন্তৰৰ আধিপত্য লাভ হয়। সমগ্ৰ মানব জাতিৰ উৎপত্তি, স্থিতি আৰু লয় তেওঁৰ ইঙ্গিততে হয়। ব্ৰহ্মা অবধি ব্যোম পৰমাণু পৰ্যন্ত, সৰ্বত্ৰই মহামায়াৰ প্ৰকাশ। সচ্চিদানন্দময়ী মহামায়াৰ অভাব ক'তো নাই। তেওঁৰ অনুভাব অবলম্বন কৰি অগ্ৰসৰ হ'লে অৰ্থাৎ জাগতিক ভাবসমূহক মহামায়া বুলি বুজিব পাৰিলে জীৱে মন্বন্তৰৰ আধিপত্য লাভ কৰিব পাৰে—শুদ্ধ বোধৰূপে অবস্থান কৰিবলৈ সমৰ্থ হয়। তেতিয়া সি বৰণীয় স্বৰ্গ-শক্তিৰ অঙ্কস্থিত আত্মজ বুলি নিজকে উপলব্ধি কৰে, তেতিয়া তাৰ নিচিনা সৌভাগ্যবান জীৱ আৰু কোন আছে? সেই কাৰণে মন্ত্ৰত মহাভাগ শব্দ উল্লিখিত হৈছে। (মহান্ ভাগঃ বীৰ্য্যং যস্য সঃ ইতি মহাভাগঃ)। তেতিয়া সি অনন্ত বীৰ্য আৰু অমিত বিক্ৰম হয়। অষ্টম অৰ্থাৎ অষ্টসিদ্ধিশ্বৰ আৰু অষ্টপাশবিমুক্ত হৈ ভগৱৎ-সাৰূপ্য লাভ কৰে। সমগ্ৰ মানব-মণ্ডলীৰ বোধশক্তি তাৰেই ইঙ্গিতত পৰিচালিত হয়।

**স্বাৰোচিষেঽন্তৰে পূৰ্বং চৈত্ৰবংশসমুদ্ভৱঃ।**
**সুৰথো নাম ৰাজাভূৎ সমস্তে ক্ষিতি মণ্ডলে।। ৩।।**

**অন্বয় ঃ** পূৰ্বং স্বাৰোচিষে অন্তৰে সমস্তে ক্ষিতিমণ্ডলে চৈত্ৰবংশ সমুদ্ভৱঃ সুৰথঃ নাম ৰাজা অভূৎ।

স্বাৰোচিষে—দ্বিতীয় মনু স্বাৰোচিষৰ

অন্তৰে—মন্বন্তৰত, অধিকাৰ কালত

**অনুবাদ ঃ** পূৰ্বকালে দ্বিতীয় মনুস্বাৰোচিষৰ অধিকাৰৰ সময়ত (স্বাৰোচিষৰ জ্যেষ্ঠ পুত্ৰ) চৈত্ৰৰ বংশত উৎপন্ন সুৰথ নামে এক ৰজা সমগ্ৰ পৃথিৱীৰ অধিপতি হৈছিল। ৩।।

(কলি নামে এক গন্ধৰ্বৰ ঔৰসত বৰূথিনী নাম্নী অপ্সৰাৰ গৰ্ভত স্বৰোচিষৰ জন্ম হয়। এই স্বৰোচিষৰ পুত্ৰ স্বাৰোচিষ)

**ব্যাখ্যা ঃ** এই মন্ত্ৰটো চণ্ডীৰ উপাখ্যান ভাগৰ বীজ স্বৰূপ। কিৰূপ ক্ষেত্ৰত উপনীত হ'লে—কি ৰূপ আধ্যাত্মিক বল লাভ হ'লে সাধকৰ হৃদয়ত চণ্ডীতত্ত্বৰ সূচনা হয়, সেয়ে ইয়াত প্ৰতিপাদিত হৈছে।

স্বাৰোচিষে অন্তৰে—এই শব্দ দুটিৰ দ্বাৰা চণ্ডীতত্ত্ব বুজিবৰ অধিকাৰিত্ব নিৰ্ণীত হৈছে। স্বৰ—স্বৰ্গ, ৰোচিস্—দীপ্তি, জ্যোতি। স্বাৰোচিষ শব্দৰ অৰ্থ স্বৰ্গীয় জ্যোতি। অন্তৰদেশ দিব্যজ্যোতিৰ দ্বাৰা উদ্ভাসিত হ'লেই জীৱ সুৰথ হয়।

কি উপায়ে অন্তৰ দেশ স্বাৰোচিষ হয়? যিবিলাকে গুৰুৰ উপদেশ মানি বুদ্ধিযোগৰ সাহায্যত সৰ্বত্ৰ মহামায়া মাতৃৰ দৰ্শনত অভ্যস্ত হয়, অতি সোনকালে

তেওঁলোকৰ অন্তৰ শুভ্ৰজ্যোতি বা স্বৰ্গীয় জ্যোতিৰে উদ্ভাসিত হৈ উঠে। তেতিয়া তেওঁলোকৰ অন্তৰ স্বাৰোচিষ হৈ উঠে।

যোগশাস্ত্ৰত ইয়াক সুষুম্না নাড়ীভেদ বোলে, তন্ত্ৰই ইয়াক কুলকুণ্ডলিনী জাগৰণ বোলে, পাতঞ্জল দৰ্শনত ইয়াক বিশোকা বা জ্যোতিষ্মতী বৃত্তি বোলে আৰু বেদান্তই ইয়াক চিদাভাস বোলে। ইয়াৰ প্ৰত্যেকটোৱে সত্য; কিন্তু এই সাধনাবোৰৰ ভিতৰত কঠোৰতা, বৈৰাগ্য, যোগচৰ্যা ইত্যাদি দুঃসাধ্য ব্ৰত যাপনৰ আৱশ্যক হয়; কিন্তু স্বাৰোষিত্ব লাভ সত্য প্ৰতিষ্ঠাৰ সহায়ত অতি সহজে আৰু অনায়াসে হৈ থাকে। ইয়াত কোনো ৰূপ কঠোৰতাৰ আৱশ্যক নাই, দৃঢ় সংযমৰ প্ৰয়োজন নহয়, সন্ন্যাসৰ দুঃসাধ্য ত্যাগ-মাৰ্গৰ আৱশ্যক নাই, জ্ঞানীৰ নিৰস বিচাৰপূৰ্ণ গভীৰ গৱেষণাৰ আৱশ্যক নাই, কোনো ৰূপ, কল-কৌশলৰ প্ৰয়োজন নহয়, কেৱল সৰল বিশ্বাসত বৈদিক যুগৰ ঋষিৰ দৰে জগতময় ব্ৰহ্মসত্তা দৰ্শনত অভ্যস্ত হ'লেই—মাতৃহাৰা শিশুৰ দৰে সৰ্বত্ৰ মাতৃ-দৰ্শনত অভ্যস্ত হ'লেই নিৰ্মল চিদাভাস অন্তৰত প্ৰতিফলিত হয়—চিদাকাশ উদ্ভাসিত হয়, কুল-কুণ্ডলিনী জাগৰণ হয়, সুষুম্না প্ৰৱাহৰ উন্মেষ হয় বা বিশোক জ্যোতি দৰ্শন হয়।

কোনোৱে কয় যে জ্যোতিৰ্ময়ী মূৰ্তিৰ ধ্যান কৰিলে অন্তৰ দিব্যজ্যোতিত আলোকিত হয়। কোনোৱে কয় যে মন হৃদয়ত উঠিলে ঈশ্বৰীয় জ্যোতি দৰ্শন হয়। কোনোৱে কয় যে মণিপুৰ চক্ৰত নাভিপদ্মত সূৰ্যৰ ধ্যান কৰিলে জ্যোতি দৰ্শন হয়। ইয়াৰ সকলোবোৰ কথাই সত্য; কিন্তু জ্যোতি দৰ্শন কৰিলেই অজ্ঞান দূৰীভূত নহয়। প্ৰজ্ঞা উন্মেষিত হ'ব লাগিব, জ্যোতি প্ৰাণময়, চৈতন্যময় হ'ব লাগিব।

অন্তৰত জ্যোতি-দৰ্শন কৰিব লাগে। এই অন্তৰ দৰ্শন কৰিবৰ শক্তি লাভ হ'লে মানুহৰ বহুজন্ম সঞ্চিত এটি অজ্ঞান তিৰোহিত হয়। এই অজ্ঞানটো হৈছে—অন্তৰ-বাহিৰ ভেদ-প্ৰতীতি। সাধাৰণতঃ অন্তৰ বুলিলে দেহটোৰে সৈতে বাহিৰত পৰিদৃশ্যমান বাহ্য জগতৰ লগত ভেদ হয়। ইয়েই মাৰাত্মক অজ্ঞান। বাস্তৱিক অন্তৰ-বাহিৰ বুলি কোনো স্থানভেদ নাই, বৰং সমস্তই 'অন্তৰ' বুলি ক'ব পাৰি। আমি যি জগত ভোগ কৰোঁ সি আমাৰ অন্তৰ মাত্ৰ। সেই সুদূৰবৰ্তী আকাশ, সৌ জ্যোতিৰ্ময় সূৰ্য, চন্দ্ৰ আদি গ্ৰহমালা, সৌ বিশাল সমুদ্ৰ, সৌ সুতুঙ্গ পৰ্বত সকলো মোৰ অন্তৰ মাত্ৰ। ধন, জন, স্ত্ৰী-পুত্ৰ সকলেই মোৰ অন্তৰ মাত্ৰ। এই ৰক্ত-মাংস নিৰ্মিত স্থূলদেহ মোৰেই অন্তৰ। উঃ মই যে কিমান মহান, মোৰ যে বিশালতা কিমান, ব্যাপ্তি কিমান?

মই যি কিছু দেখা পাওঁ, যি কিছু ইন্দ্ৰিয়ৰ দ্বাৰা গ্ৰহণ কৰোঁ, যাক আমি বাহিৰ বুলি ভাবোঁ বস্তুতঃ সকলোবোৰ মোৰ অন্তৰতে অৱস্থিত। মোৰেই অন্তৰ-ৰাজ্যত মই দিবা-ৰাত্ৰি বিচৰণ কৰোঁ। এই ৰূপ-অনুভূতি যিমানদিন প্ৰকাশ নাপায় সিমানদিন জীৱৰ মৃত্যুভয় বিদূৰিত নহয়। সাধকসকলে সেই ৰূপ-অনুভূতি লাভ কৰিবৰ বাবে এই জগতক মহামায়া মাতৃৰ অন্তৰ বুলি ধাৰণা কৰিবলৈ চেষ্টা কৰিব। এইবাবে সাধন-ৰাজ্যত 'মই' শব্দৰ ব্যৱহাৰ সৰ্বত্ৰ পৰিত্যাগ কৰি 'মোৰ সংসাৰ নুবুলি' "মা'ৰ সংসাৰ" বা "কৃষ্ণৰ সংসাৰ" বা মই মোৰ শব্দৰ পৰিবৰ্তে যিকোনো ভগৱানৰ নাম ব্যৱহাৰ কৰিব লাগে। বহু সাধকে সেইদৰে ব্যৱহাৰ কৰা দেখা যায়।

যেতিয়াই অন্তৰ-দেশ সৰ্বত্ৰ স্বৰ্গীয় জ্যোতিত—জগন্মাতৃৰ লাৱণ্যময়ী অঙ্গ-প্ৰভাত সমুদ্ভাসিত বুলি প্ৰতীতি হয়, তেতিয়াই অন্তৰ স্বাৰোচিষ হয়; তেতিয়াই জীৱ সুৰথ নামে সমস্ত ক্ষিতিমণ্ডলৰ অধিপতি হয়। সুৰথ এই ৰূপ স্বাৰোচিষ অন্তৰ-বিশিষ্ট সাধক—জীৱাত্মা। কঠোপনিষদত উক্ত হৈছে "আত্মানং ৰথিনং বিদ্ধি দেহন্তু ৰথমেব চ"। আত্মা ৰথী, আৰু দেহ—ৰথ। জীৱাত্মাৰ এই দেহ-ৰথখন যেতিয়া সুন্দৰভাৱে সজ্জিত হয়, তেতিয়াই জীৱ সুৰথ নামে অভিহিত হয়। যিমানদিনলৈকে স্বাৰোচিষত্ব লাভ নহয়, যিমানদিনলৈকে স্বৰ্গীয় জ্যোতিত হৃদয় আলোকিত নহয়, যিমানদিনলৈকে জীৱ মহামায়াৰ জগন্মূৰ্তি বিশ্বাসৰ সহিত হৃদয়ত ধাৰণ কৰিব নোৱাৰে, যিমানদিনলৈকে জ্ঞানৰ উজ্জ্বল আলোকত ভগৱানৰ পূৰ্ণ অস্তিত্ব অজ্ঞানান্ধ জীৱৰ হৃদয়-ৰাজ্যত উদ্ভাসিত নহয়, তেতিয়ালৈকে জীৱ সুৰথ হ'ব নোৱাৰে। সুৰথ নহ'লে মনু হ'বৰ আশা নাথাকে।

চৈত্ৰবংশ সমুদ্ভবঃ—জীৱ সুৰথ কেতিয়া হয়—কোন পথেদি মহামায়া তেওঁৰ স্নেহৰ সন্তান জীৱবিলাকক সুৰথ-স্বৰূপে থিয় কৰায় সেই কথা উল্লেখ কৰিবলৈ যাওঁতে মাৰ্কণ্ডেয় মুনিয়ে ক'লে—চৈত্ৰবংশ সমুদ্ভবঃ—এইদৰে সুৰথৰ পৰিচয় দিলে। চৈত্ৰ = চিত্ৰ + ষ্ণ। বিচিত্ৰ নানা যোনি ভ্ৰমণ কৰি—জড় পৰমাণুৰপৰা ক্ৰমে গুল্ম, লতা, বৃক্ষ, কীট, পতঙ্গ, পক্ষী, পশু, বন্য, অসভ্য, অৰ্দ্ধসভ্য প্ৰভৃতি অসংখ্য যোনি অসংখ্য বংশ ভ্ৰমণ কৰি জীৱ সুৰথ হয়—মানুহ হয়।

মহামায়া জগন্মাতৃয়ে তেওঁৰ জীৱ-সন্তানক অসংখ্য চিত্ৰ-বিচিত্ৰ বংশৰ ভিতৰেদি, যেতিয়া শ্ৰেষ্ঠ বংশ মানৱ কুলত আনি উপস্থিত কৰায়, যেতিয়া মানুহ সম্যক জ্ঞানৰ সমীপবৰ্তী হয়, যেতিয়া অসংখ্য জন্ম-মৃত্যুৰ ঘাত-প্ৰতিঘাতত ত্ৰিবিধ দুখত পুনঃ পুনঃ প্ৰতিহত হৈ মাতৃ-অস্তিত্বত বিশ্বাসবান হয়, যেতিয়া আধ্যাত্মিকাদি দুখত্ৰয়ৰ একান্ত নিবৃত্তি আৰু অত্যন্ত নিবৃত্তিৰ উপায়-বিষয়ক যথাৰ্থ জিজ্ঞাসা আৰম্ভ হয়, তেতিয়াই জীৱ সুৰথ হয়। পক্ষান্তৰে যিমানদিনলৈকে জীৱ ভগৱৎ সত্তাত বিশ্বাসবান হ'ব নোৱাৰে, যিমানদিনলৈকে এই জগন্মূৰ্তিক মহামায়া বুলি বুজিব নোৱাৰে—সিমানদিন তেওঁৰ দেহ ৰথ মাত্ৰ হৈ থাকে, সুৰথ নহয়।

জীৱ যেতিয়া চৈত্ৰবংশ সমুদ্ভূত হয়, অৰ্থাৎ বিচিত্ৰ নানা যোনি—নানা বংশ ভ্ৰমণ কৰি মনুষ্যকুলত অৱতীৰ্ণ হয়, যেতিয়া অন্তৰ-ৰাজ্য স্বৰ্গীয় জ্যোতিত উদ্ভাসিত হয়, জ্ঞানৰ নিৰ্মল আলোকত আলোকিত হয়, তেতিয়া জীৱ সুৰথ হয় আৰু সুৰথ হ'লেই সমস্ত ক্ষিতিমণ্ডলৰ অধিপতি হয়। ক্ষিতিমণ্ডল শব্দৰ দ্বাৰা পাৰ্থিৱ বস্তুসমূহ বুজা যায়। সুৰথ হ'লেই পাৰ্থিৱ পদাৰ্থৰ ওপৰত আধিপত্য কৰিবৰ ক্ষমতা জন্মে। স্থূলদেহ তেতিয়া অনন্ত জ্ঞান বিকাশৰ উপযুক্ত ক্ষেত্ৰ হয়। সকলো ইন্দ্ৰিয় সামঞ্জস্যপূৰ্ণ হয়, বুদ্ধিৰ বিকাশ ক্ষেত্ৰ উন্মেষিত হয়, স্থূল-সূক্ষ্মৰ ভেদ প্ৰতীতিযোগ্য হয়। সৰ্বপ্ৰধান কথা ঈশ্বৰত বিশ্বাস হয়।

সাধনা-ক্ষেত্ৰত ক্ষিতিমণ্ডল শব্দৰ অৰ্থ মূলাধাৰ চক্ৰ। গাঢ় ৰক্তবৰ্ণ ত্ৰিপুৰ

ক্ষেত্ৰৰ বহিৰ্ভাগত অষ্ট-শূলৰ দ্বাৰা আবৃত চতুষ্কোণ ধৰা বা ক্ষিতিমণ্ডল অৱস্থিত। ই অব্যক্তা প্ৰকৃতিৰ চৰম পৰিণতি। গন্ধ ইয়াৰ তত্ত্ব। মেৰুদণ্ডৰ নিম্নভাগত ইয়াৰ স্থান। সেই চক্ৰৰ মধ্যভাগত 'লং' এই ক্ষিতিবীজ অৱস্থিত। মন্ত্ৰ-চৈতন্য কৰি গুৰুপদিষ্ট উপায়ৰ দ্বাৰা উক্ত বীজৰ ধ্যান কৰিলে বিশিষ্ট বিশিষ্ট দৰ্শন বা অনুভূতি লাভ হয়। কিছুদিন এই ৰূপ অভ্যাসৰ ফলত ইচ্ছামাত্ৰে মনটোক এই ক্ষিতিমণ্ডললৈ নি নিৰুদ্ধ কৰি ৰখা যায়। যোগাভ্যাসী সাধকসকলৰ প্ৰথম প্ৰথম স্বভাবতঃ অঙ্গবিক্ষেপ উপস্থিত হয়, সেইটো মূলাধাৰৰ বিশিষ্ট ক্ৰিয়াৰ দ্বাৰা দূৰীভূত হয়। পাৰ্থিৱ দেহ স্থিৰভাৱে অবস্থান কৰে। ইয়াত বাদেও দুটি-এটি সিদ্ধিও লাভ হয়। এয়ে ক্ষিতিমণ্ডলৰ আধিপত্য।

**তস্য পালয়তঃ সম্যক্ প্ৰজাঃ পুত্ৰানিবৌৰসান্।**
**বভূবুঃ শত্ৰবো ভূপাঃ কোলাবিধ্বংসিনস্তদা।। ৪।।**

**অন্বয় ঃ** ঔৰসান্ পুত্ৰান্ ইব প্ৰজাঃ সম্যক্ পালয়তঃ তস্য তদা কোলাবিধ্বংসিনঃ ভূপাঃ শত্ৰবঃ বুভূবুঃ।।

**অনুবাদ ঃ** তেওঁ ঔৰসজাত পুত্ৰৰ ন্যায় প্ৰজাবৃন্দক পালন কৰিছিল; কিন্তু সিহঁতেই শত্ৰু হৈ স্বাধীনতা অৱলম্বন পূৰ্বক কোলা নাম্নী ৰাজধানী বিধ্বস্ত কৰিবলৈ উদ্যত হৈছিল।

**ব্যাখ্যা ঃ** প্ৰকৰ্ষেণ জায়ন্তে আবিৰ্ভৱন্তি বা ইতি প্ৰজা শব্দৰ অৰ্থ বৃত্তি বা ভাৱ। নানা যোনি ভ্ৰমণ কৰি জীৱ যেতিয়া সুৰথ হয়, যেতিয়া পাৰ্থিৱ দেহ বা স্থূল পদাৰ্থসমূহৰ ওপৰত আধিপত্য লাভ কৰে অৰ্থাৎ যেতিয়া জীৱ-ভাৱীয় অহং জ্ঞানৰ শেষ সীমাত উপনীত হয়, তেতিয়া সেই সমুদয় মনোবৃত্তি বা ভাৱসমূহক ঔৰস পুত্ৰৰ নিচিনা আত্মজবোধে প্ৰতিপালন কৰি থাকে। কি অন্তৰত, কি বাহিৰত যিমান ৰকম ভাৱ ফুটি উঠে, 'সবেইতো' মোৰেই ভাৱ, 'সবেইতো' মোৰ আত্মজ, 'সবেইতো' মোৰপৰা উদ্ভূত; গতিকে ইহঁতক ময়েই পোষণ কৰিব লাগিব—এইৰূপ একান্ত কৰ্তব্যবোধত ভাৱ-বৃন্দৰ পৰিপোষণত যত্নবান হয়; কাৰণ জীৱে তেতিয়াও বুজিব নোৱাৰে যে ভাৱ মাত্ৰেই মহামায়াৰ অনুভাৱ। যেতিয়া বুজিব পাৰিব সিতো মনু হ'ব।

সাধাৰণতঃ এই ভাৱ-সমষ্টিৰ নামেই মই। এইবোৰ ভাৱ পৰিত্যাগ কৰিলেও যে 'মই' থাকিব পাৰে, এই কথা আমি প্ৰথমতে বুজিব নোৱাৰোঁ, গতিকে 'মোৰ' তৃপ্তি বিধান কৰিবলৈ গৈ ভাৱবৃন্দৰ পৰিপোষণ কৰোঁ। এয়ে সুৰথ ৰজাৰ পুত্ৰৰ ন্যায়, অৰ্থাৎ অপত্য নিৰ্ব্বিশেষে প্ৰজাপালন।

কেনেকৈ আমি ভাৱসমূহক পৰিপোষণ কৰোঁ আৰু কেনেকৈ সিহঁত আমাৰ শত্ৰু হয় ব্যাখ্যাৰ দৰকাৰ। অধিকাংশ লোকেই স্ত্ৰী-পুত্ৰ, ধন-যশ আৰু দেহাদিৰ পৰিপোষণত বিব্ৰত। (এইবিলাকো ভাৱহে মাথোন।) সিহঁতৰ বাবে জীৱে নিজক পৰ্যন্ত পাহৰি যায়। "কিৰূপে মোৰ পৰিজন সুখত থাকিব, কেনেকৈ মোৰ প্ৰচুৰ ধন হ'ব, কেনেকৈ মোৰ

দেহটো সুন্দৰ আৰু সুস্থ হ'ব, কেনেকৈ মই যশস্বী হ'ম, কিৰূপে মই জগতৰ উপকাৰ কৰিম" ইত্যাদি ভাৱৰাশিক বহুদিন ধৰি পৰিপুষ্ট কৰিও, যেতিয়া প্ৰাণৰ যথাৰ্থ পৰিতৃপ্তি নহয়, তেতিয়া জীৱে দেখা পায় (যিদিনা দেখে সেই দিনটো জীৱনৰ পৰম শুভ দিন) যে যিবিলাকৰ বাবে মই নিয়ত বিব্ৰত, বস্তুতঃ সিহঁতেই মোৰ শত্ৰু—আত্মীয় নহয়। আৰু সিহঁতেইতো 'ভূপ' অৰ্থাৎ ৰজা হৈ বহিছে; কাৰণ এতিয়াতো ভাৱসমূহৰ দ্বাৰাই মই পৰিচালিত হ'ব লাগিছোঁ। সিহঁতৰ ইঙ্গিতত, সিহঁতৰ ইচ্ছাত মই চলিছোঁ। সিহঁতৰ আদেশ ব্যতীত মোৰ একপদো অগ্ৰসৰ হ'বৰ উপায় নাই। এইদৰে যিমানেই চক্ষু মেল খাব ধৰে, সিমানেই দেখা যায় যে ভাৱসমূহে মোক আত্মৰাজ্যৰপৰা বিচ্যুত কৰিবলৈ উদ্যত হৈছে। পূৰ্বে মই ভাৱৰ প্ৰতিপালক ৰজা আছিলোঁ; এতিয়া দেখিছোঁ ভাৱসমূহেই মোৰ ৰজা। সিহঁতে কোলা নামক ৰাজধানীত--চিত্তক্ষেত্ৰত প্ৰৱেশ কৰি—সমূলে বিধ্বস্ত কৰিবলৈ আৰম্ভ কৰিছে।

ক্ষুধা, তৃষ্ণা, নিদ্ৰা প্ৰভৃতি দৈহিক, স্ত্ৰী-পুত্ৰাদি সাংসাৰিক, ধন-যশ প্ৰভৃতি জাগতিক আৰু দয়া, ক্ষমা, সন্ধ্যা, বন্দনা, উপাসনা প্ৰভৃতি পাৰমাৰ্থিক ভাৱৰাশি প্ৰতিনিয়ত আমাক বিচঞ্চল কৰি ৰাখিছে। এই ভাৱ-চাঞ্চল্য বা প্ৰজাবৰ্গৰ বিৰোধিতা গুৰু-কৃপাত যাৰ হৃদয়ত বিষজ্বালা বিস্তাৰ কৰে, সেয়ে প্ৰকৃত বিষাদ-যোগী। গীতাৰ বিষাদ-যোগ দেৱী-মাহাত্ম্যত চৰমত উঠিছে। পাছৰ শ্লোকৰ ব্যাখ্যাত পৰিব্যক্ত হ'ব।

জীৱ এইদৰে ভাৱৰাশিৰ অধীন হৈ পৰে। স্ত্ৰী-পুত্ৰ-পৰিবাৰৰ, বিষয়-বাসনাৰ উদ্বিগ্নতাই নিজৰ চিত্তক্ষেত্ৰ অধিকাৰ কৰি বহে। অতুল ঐশ্বৰ্যৰ অধিকাৰী হ'লেও, সৰ্ববিধ পাৰ্থিৱ সুখত সুখী হ'লেও চিত্তক্ষেত্ৰৰ স্বীয় ৰাজধানীৰ দুৰৱস্থাৰ অন্ত নাই। এটাৰ পাছত এটা ভাৱ আহি চিত্তক্ষেত্ৰক অনবৰত বিক্ষুব্ধ কৰি ৰাখিছে। এইদৰে যিবিলাকে মোৰ স্থিৰত্বৰ ব্যাঘাত জন্মাইছে, যিবিলাক মোৰ নিত্য শান্তি লাভৰ অন্তৰায়, সিহঁতৰ লগত মোৰ কি সম্বন্ধ? মইতো ৰজা, ময়েইতো প্ৰতিপালক; কিন্তু আজি সিহঁতেই মোৰ শত্ৰু ৰজা (শত্ৰবো ভূপাঃ)। কেৱল শত্ৰু আৰু স্বাধীন হৈও নিৰস্ত হোৱা নাই। মোৰ ৰাজধানী কোলা নগৰী, অৰ্থাৎ চিত্তক্ষেত্ৰটোও বিধ্বস্ত কৰিছে। হায়! সুৰথৰ কি দুৰ্দশা!

**তস্য তৈৰভবদ্ যুদ্ধমতি প্ৰবলদণ্ডিনঃ।**
**ন্যূনৈৰপি স তৈৰ্যুদ্ধে কোলা বিধ্বংসিভিৰ্জিতঃ।। ৫।।**

**অন্বয় ঃ** তৈঃ অতি-প্ৰবলদণ্ডিনঃ তস্য যুদ্ধং অভৱৎ। ন্যূনৈঃ অপি তৈঃ কোলাবিধ্বংসিভিঃ যুদ্ধে স জিতঃ।

অতি প্ৰবল দণ্ডিনঃ—অতি প্ৰবল শত্ৰুবিলাকৰ দণ্ড-দাতা। ন্যূনৈঃঅপি—অল্প সংখ্যক হ'লেও; হীনবল হ'লেও।

**অনুবাদ ঃ** সেই কোলা বিধ্বংসী যৱনবিলাকৰ লগত অতি প্ৰবল শত্ৰুবিলাকৰো দণ্ডদাতা ৰজা সুৰথৰ যুদ্ধ হৈছিল। সংখ্যাত অল্প হ'লেও যুদ্ধত সুৰথ ৰজা সিহঁতৰ দ্বাৰা পৰাজিত হয়।

**ব্যাখ্যা ঃ** জীৱ স্বীয় ভাৱৰাশিৰ দ্বাৰা শৃঙ্খলিত—আবদ্ধ। তেতিয়া স্বাধীনতা লাভৰ কাৰণে ব্যাকুল হয়। প্ৰথমতে আত্মবল পৰ্যবেক্ষণ কৰি নিজকে অতি প্ৰবল দণ্ডধাৰী বুলি ভাবি সেই ভাৱৰাশিৰ বিৰুদ্ধে দণ্ডায়মান হৈ গুৰুদণ্ডেৰে দণ্ডিত কৰিবৰ প্ৰয়াস পায়, অৰ্থাৎ চিত্তক্ষেত্ৰৰপৰা ভাৱৰাশি বহিষ্কৃত কৰি নাইবা সমূলে উন্মূলিত কৰি দিবৰ প্ৰয়াস পায়। নিজৰ ভাৱৰাশি উন্মূলন কৰা সহজ বুলি ভাবি ভাৱৰাশিৰ বিৰুদ্ধে সমৰ আয়োজন চলে। নিজৰে ভাৱৰাশি বুলি ভাবি সিহঁতক হীনবল বুলি ভৱা হয়। নানাৰূপ যোগ, হঠক্ৰিয়া, জ্যোতিৰ্ধাৰণা, নিৰামিষাহাৰ, ব্ৰহ্মচৰ্য, সংসাৰ ত্যাগ, সন্ন্যাস অৱলম্বন ইত্যাদি কত কি আয়োজন উদ্যোগৰ দ্বাৰা ভাৱবৃন্দক নিৰ্মূল কৰিবলৈ উদ্যত হয়। সকলো বৃথা হয়। হায়! মুগ্ধ জীৱে বুজিব নোৱাৰে যে ভাৱৰাশি মহামায়াৰ অনুভাৱ মাত্ৰ; মহামায়াৰ কৃপা নহ'লে এই ভীষণ ভাৱ-সমৰত বিজয়ী হ'ব নোৱাৰি।

যি হওক, যুদ্ধ অৱশ্যম্ভাৱী। যেতিয়া ঔৰস পুত্ৰৰ ন্যায় প্ৰতিপালিত প্ৰজাবিলাকে সুৰথক ৰাজ্যচ্যুত কৰিবলৈ উদ্যত হৈছে, তেতিয়া যুদ্ধ অনিবাৰ্য। সুৰথে এবাৰ শেষ চেষ্টা কৰিলে। ভাৱৰাশিক চিৰকালৰ কাৰণে বিধ্বস্ত কৰিবলৈ উদ্যত হ'ল; কিন্তু সকলো নিষ্ফল হ'ল। ভাৱবৃন্দ জয়ী হ'ল। জীৱ ভাৱ-সমৰত পৰাজিত হ'ল। ভাৱসমূহক হীনবল বুলি ভাবি জীৱ সমৰাঙ্গনত অৱতীৰ্ণ হৈ বৃত্তি-নিৰোধৰ চেষ্টা কৰিছিল; কিন্তু "ন্যূনৈৰপি স তৈৰ্জিতঃ"। কিয় এই পৰাজয় হ'ল? প্ৰবল পৰাক্ৰান্ত সুৰথৰ লগত তদধীনস্থ দুৰ্বল ক্ষুদ্ৰ ভাৱবৃন্দ কিৰূপে জয়লাভ কৰিলে—শ্লোকত "কোলাবিধ্বংসিভিঃ" এই হেতু-গৰ্ভ বিশেষণৰ দ্বাৰা সেইটো ব্যক্ত হৈছে। ভাৱবৃন্দ যে পূৰ্বেই কোলা নগৰী সুৰথৰ ৰাজধানী অধিকাৰ কৰিছে। বহু জন্ম-জন্মান্তৰৰপৰা এটাৰ পাছত এটা আহি ভাৱৰ অংকুৰবিলাক চিত্তক্ষেত্ৰত গজিব ধৰিছিল, তেতিয়াতো সিহঁতক বিনাশ কৰা হোৱা নাই; তেতিয়া বৰং জলসিঞ্চন কৰি সেই ক্ষুদ্ৰ অঙ্কুৰবিলাকক অপত্য নিৰ্বিশেষে পৰিপোষণ কৰা হৈছে। এতিয়া সিহঁত পৰিপুষ্ট, বলবান আৰু বহুসংখ্যক হৈ পৰিছে, চিত্তক্ষেত্ৰত বাস্তু নিৰ্মাণ কৰি বহিছে। এতিয়া সিহঁতক নিৰ্জিত কৰা সম্ভৱনে? গতিকে সুৰথ পৰাজিত হ'ল।

**ততঃ স্বপুৰমায়াতো নিজদেশাধিপোঽভৱৎ।**
**আক্ৰান্তঃ স মহাভাগস্তৈস্তদা প্ৰবলাৰিভিঃ।। ৬।।**

**অন্বয় ঃ** ততঃ সঃ মহাভাগঃ তৈঃ প্ৰবল-অৰিভিঃ আক্ৰান্তঃ স্ব-পুৰম্ আয়াতঃ তদা নিজদেশ-অধিপঃ অভৱৎ।। ৬।।

**অনুবাদ ঃ** তাৰ পাছত (ভাৱ-সমৰত পৰাজিত হৈ) সুৰথ স্বপুৰলৈ (নিজৰ ৰাজধানীলৈ) ঘূৰি আহি নিজৰ দেশৰ অধিপতি হ'ল; কিন্তু তেওঁ মহা সৌভাগ্যবান; সুতৰাং তেতিয়াও পূৰ্বোক্ত প্ৰবল শত্ৰুবিলাকৰ দ্বাৰা আক্ৰান্ত হ'ল।

**ব্যাখ্যা ঃ** পূৰ্বে (ক্ষিতিমণ্ডল সম্পৰ্কে ব্যাখ্যা কৰোঁতে) কোৱা হৈছে যে ক্ষিতিমণ্ডল শব্দৰ দ্বাৰা মূলাধাৰ চক্ৰ বুজা যায়। জীৱে এই মূলাধাৰ চক্ৰত চিত্ত স্থিৰ

কৰিবলৈ যাওঁতে শাৰীৰিক চঞ্চলতাৰ পৰা কিঞ্চিৎ নিষ্কৃতি লাভ কৰে সঁচা, কিন্তু ভাৱ-চাঞ্চল্য বিদূৰিত নহয়। তেতিয়া ক্ৰমে স্বাধিষ্ঠানত আৰু মণিপুৰত চিত্ত স্থিৰ ৰাখিবলৈ যত্নবান হয়; কিন্তু ইয়াতো ভাৱৰ সহিত বিৰোধিতাত পৰাজিত হ'ব লাগে। তেতিয়া অগত্যা স্ব-পুৰত-হৃদয়ত আশ্ৰয় ল'ব লাগে। হৃদয়েই জীৱাত্মাৰ বাসস্থান। বেদান্তত হৃদয় শব্দৰ অৰ্থ কৰিছে—হৃদি অয়ং ইতি হৃদয়। হৃদয়েই আত্মাৰ বিশিষ্ট অনুভূতি স্থান। এই হৃদয়েই সুৰথৰ স্ব-পুৰ। পূৰ্বে তেওঁ ইয়াৰপৰা ৰাজ্য বিস্তাৰ কৰি ক্ৰমে মণিপুৰ আৰু স্বাধিষ্ঠান অতিক্ৰম কৰি ক্ষিতিমণ্ডল-মূলাধাৰ পৰ্যন্ত গৈছিল। স্বভাৱতে জীৱৰ মন নিম্নস্থ এই তিনি কেন্দ্ৰতে বিচৰণ কৰে। ইয়াতেই জীৱভাৱৰ পূৰ্ণ বিকাশতাৰ পাছত মহামায়াৰ কৃপাত ভাৱ-বিদ্ৰোহ উপস্থিত হয়; ভাৱ-সমৰত পৰাজিত হৈ, জীৱ পুনৰায় স্ব-স্থানৰ ফালে আগুৱাই যাব ধৰে; ক্ৰমে সৰ্বত্ৰ পৰাজিত হয়; তেতিয়া অনন্যোপায় হৈ স্ব-পুৰত আশ্ৰয় লয়।

বহু সুকৃতিৰ ফলত জগন্ময়ী মাতৃৰ কৃপাত জীৱে এই স্ব-পুৰৰ সন্ধান পায়। সাধাৰণতে জীৱ ইমানেই আত্ম-বিস্মৃত হৈ পৰে যে 'স্ব' বোলা বস্তুটোকে পাহৰি যায়। জগতৰ মোহ—বহুত্বৰ আনন্দ-ক্ৰীড়াই জীৱক স্ব-পুৰৰপৰা বিচ্যুত কৰি বহুদূৰলৈ লৈ যায়। সংসাৰৰ ভাৱৰাশিবিলাকে যেতিয়া দস্যুৰূপে, বিদ্ৰোহীৰূপে সৰ্বস্ব অপহৰণ কৰি লৈ যায়, যেতিয়া আত্মশক্তি, আত্মৰাজ্য, আত্মস্মৃতি পৰ্য্যন্ত বিস্মৃত হয়, তেতিয়া জীৱে আকৌ ধীৰে ধীৰে সেই লুপ্ত স্মৃতিৰ পুনৰায় উদ্বোধনৰ কাৰণে যত্নবান হয়। সেই সময়ত এবাৰ ভাৱবৃন্দৰ অত্যাচাৰৰপৰা পৰিত্ৰাণ পাবৰ কাৰণে স্ব-পুৰত আশ্ৰয় লয়। 'মই কোন' তাকে স্মৰণ কৰিবৰ বাবে প্ৰাণপনে চেষ্টা কৰে।

সংসাৰ ক্ষেত্ৰতো দেখা যায় যে পুৰুষকাৰৰ নিষ্ফলতা দেখি পুনঃ পুনঃ আশাভঙ্গ আৰু অচিন্তিত ঘটনাৰ উৎপীড়নত উৎপীড়িত হৈ, পুনঃ পুনঃ জন্ম-মৃত্যুৰ কশাঘাতত ব্যথিত হৈ জীৱ ভগৱৎমুখী হয়—ঈশ্বৰত বিশ্বাসবান হয়। ঈশ্বৰত বিশ্বাসবান হোৱা আৰু আত্মাক (নিজক) অন্বেষণ কৰা একে কথা।

আক্ৰান্তঃ স মহাভাগঃ—যিহেতুকে সুৰথ মহাভাগ্যবান সেই কাৰণে স্বপুৰতো শত্ৰুৰ আক্ৰমণ। এইদৰে শত্ৰুকৰ্তৃক স্বপুৰত আক্ৰান্ত জীৱ অতিশয় ভাগ্যবান। সাধকমাত্ৰেই এইৰূপ ভাৱৰাশিৰ দ্বাৰা আক্ৰান্ত হ'বই লাগিব আৰু এই আক্ৰমণেই সৌভাগ্যৰ সূচনা কৰি দিয়ে। ক'তা। ঋষিয়েতো মহাৰাজ সুৰথক দুৰ্ভাগ্য বুলি ঘোষণা কৰা নাই। সাধাৰণ দৃষ্টিত দেখা যায়—সুৰথ অতি ভাগ্যহীন; কাৰণ ৰাজ্য-ভ্ৰষ্ট, শত্ৰুৰ অত্যাচাৰত উপদ্ৰুত; স্বপুৰতো সুস্থ হৈ থাকিবৰ উপায় নাই, তাতো অপত্যনিৰ্বিশেষে পালিত প্ৰজাবিলাকৰ অযথা আক্ৰমণ; ইয়াতকৈ দুৰ্ভাগ্য আৰু কি হ'ব পাৰে? কিন্তু তথাপি সুৰথক 'মহাভাগ' বোলা হৈছে।

জীৱ ভগৱৎমুখী হ'লে নানাপ্ৰকাৰ বাধা-বিঘিনি উপস্থিত হয়। কিয় হয়? *কোনোৱে কয়—ই ভগৱতীৰ পৰীক্ষা। আমি কিমান আন্তৰিকতাৰে, কিমানখিনি প্ৰাণ দি মাতৃক লাভ কৰিব বিচাৰিছোঁ সেই পৰীক্ষাৰ বাবে মাতৃয়ে আমাক নানাভাৱে*

উৎপীড়িত কৰে। কোনোৱে কয়—কৰ্মফল ভোগ। কিন্তু আমি যেন বুজোঁ যে জীৱ মাতৃমুখী হ'লেই, তাৰ পূৰ্ব পূৰ্ব জন্মৰ সংস্কাৰবিলাক পুঞ্জীভূত হ'বলৈ ধৰে। যিবোৰ সংস্কাৰ ক্ষয় কৰিবৰ বাবে বহু জন্ম স্বীকাৰ কৰিব লাগিব বা লাগিলহেঁতেন, ভগৱতীয়ে দয়া কৰি সেই সংস্কাৰবিলাক দুই-এক জন্মতেই ক্ষয় কৰি দিয়ে। সেই কাৰণে বহুজন্মত বিনাশ হ'বলগীয়া কৰ্মবোৰ একেলগে ফলোন্মুখ হৈ পৰে। লক্ষ জীৱনৰ কৰ্মফল এক জন্মতেই ভোগ কৰিবলৈ গ'লে, যুগপৎ বহু বাধা-বিঘিনি সহ্য কৰিবই লাগিব। জীৱ মাতৃমুখী হ'লে, মাতৃস্নেহ অনুভৱ কৰিলে জন্মস্ৰোত হ্ৰাস বা বন্ধ হৈ যায়। এয়ে সাধকৰ প্ৰতি মাতৃৰ অনুগ্ৰহ।

**অমাত্যৈৰ্বলিভিৰ্দুষ্টৈৰ্দুৰ্বলস্য দুৰাত্মভিঃ।**
**কোষো বলঞ্চাপহৃতং তত্ৰাপি স্বপুৰে ততঃ।। ৭।।**

**(ততঃ = সতঃ ইতি বা পাঠঃ)**

**অন্বয় ঃ** ততঃ তত্ৰ স্বপুৰে অপি দুষ্টৈঃ দুৰাত্মভিঃ বলিভিঃ অমাত্যৈঃ দুৰ্বলস্য কোষঃ বলঞ্চ অপহৃতম্।

দুৰ্বলস্য = (সুৰথৰ) দুৰ্বলৰ; বলং = সৈন্যাদি।

**অনুবাদ ঃ** তাৰ পাছত নিজৰ ৰাজধানীতো দুষ্ট, দুৰাশয় আৰু বলবান অমাত্যসকলে বলহীন হৃত ৰাজ্য, ৰজা সুৰথৰ ধন-ভাণ্ডাৰ আৰু সৈন্যাদি অধিকাৰ কৰিলে।

**ব্যাখ্যা ঃ** জীৱ যেতিয়া ভাৱ-সমৰত পৰাজিত হৈ স্বপুৰত আশ্ৰয় গ্ৰহণ কৰে, যেতিয়া জগতৰ সকলোবিলাক সংস্কাৰকে, সকলোপ্ৰকাৰ ভাবৰাশিকে বিস্মৃতিৰ গৰ্ভত ডুবাই দি পৰম শান্তি-পদৰ সন্ধানত হৃদয় গুহাত প্ৰৱেশ কৰে, তেতিয়াও দেখিবলৈ পায় যে তাতো অত্যাচাৰৰ বিৰাম নাই। তাতো প্ৰবল বিৰোধী অমাত্যবৰ্গ আছে। এই অমাত্যবৰ্গ কোন? শাস্ত্ৰীয় আদেশসমূহ। যি বিধি-নিষেধ বাক্যসমূহৰ অনুপালন কৰি নিজ নিজ বৰ্ণোচিত আশ্ৰম ধৰ্মৰ অনুষ্ঠান কৰি জীৱে হৃদয়-গুহাৰ সন্ধান পায়, সেই কৰ্মকাণ্ড, সেই আনুষ্ঠানিক ধৰ্মই জীৱৰ আত্মলাভৰ প্ৰবল আৰু চৰম অন্তৰায়। ("ত্ৰৈগুণ্যবিষয়া বেদা নৈস্ত্ৰৈগুণ্যো ভবাৰ্জ্জুন"—গীতাৰ ২।৪৫ শ্লোক প্ৰণিধেয়)।

ক'ত জন্ম ধৰি, জপ, পূজা, ব্ৰত, উপবাস আদি শাস্ত্ৰোপদিষ্ট আদেশসমূহৰ অনুপালন কৰাৰ ফলত—ভাৱ-বিদ্ৰোহ উপস্থিত হয়। শাস্ত্ৰীয় বিধি-নিষেধবোৰ প্ৰতিপালন কৰোঁতে কৰোঁতে মানুহৰ প্ৰাণত আত্মলাভৰ প্ৰবল বাসনা জাগে। আত্মা যে ধৰ্মৰ অতীত, অধৰ্মৰ অতীত, কৰ্মৰ অতীত, অনিৰ্বচনীয় পৰমানন্দময় অদ্বিতীয় বস্তু—এই কথা জীৱে বুজিব পাৰে বহুদিন শাস্ত্ৰৰ আদেশবিলাকৰ অনুষ্ঠান কৰি কৰিহে। বৈধ কৰ্মাদিৰ অনুষ্ঠান নকৰিও যদি কোনোবাই আত্মবস্তুৰ সন্ধান পাইছে তেতিয়া বুজিব লাগিব যে পূৰ্ব পূৰ্ব জন্মত তেওঁৰ কৰ্ম-কাণ্ডাদিৰ সম্যক অনুষ্ঠান শেষ হৈছে। আগে ধৰ্মৰাজ্য—পাছতহে আত্মৰাজ্য। ধৰ্মক মুক্তিৰ সোপান বোলা হয়।

স্বপুৰত প্ৰৱেশ কৰিবলৈ গৈ জীৱে দেখিবলৈ পায় অমাত্যবৰ্গ—বৈধ কৰ্মজনিত

সংস্কাৰসমূহ অতি দৃঢ়ভাৱে আবদ্ধ হৈ ৰৈছে। এইবিলাক বৰ বলী। অধৰ্ম সংস্কাৰ দূৰ কৰা সিমান কষ্টসাধ্য নহয়, কিন্তু শাস্ত্ৰ-বিধিৰ সংস্কাৰবোৰ দূৰ কৰিবলৈ জীৱে সমধিক কষ্ট ভোগ কৰিব লাগে। মদপী এজনে মদ খোৱা অভ্যাস বা সংস্কাৰ যিমান সোনকালে দূৰীভূত কৰিব পাৰে, এজন ত্ৰিসন্ধ্যান্বিত নিষ্ঠাবান ব্ৰাহ্মণৰ সন্ধ্যাবন্দনাদিৰ সংস্কাৰ দূৰীভূত কৰা তাতকৈ অধিক কষ্টকৰ। এইৰূপ অধৰ্ম সংস্কাৰতকৈ ধৰ্ম-সংস্কাৰ প্ৰবল কষ্ট-শত্ৰু; এইবিলাকৰ গতি অতি উচ্চত। কিন্তু এনে এটি দিন আহে, ভগৱতীৰ কৰুণাৰ এনে এটি প্ৰৱাহ আহে যে সেই সংস্কাৰ প্ৰবল প্লাৱনত তৃণৰ দৰে ভাহি যায়। সেইদিন জীৱৰ জীৱনৰ শুভ দিন। সেইদিনাই ধৰ্ম আৰু অধৰ্মৰ সংস্কাৰ জ্ঞান লাভৰ দ্বাৰা ছিন্ন হৈ যায়।

মন্ত্ৰত আছে—বলিভিঃ দুষ্টৈঃ আৰু দুৰাত্মভিঃ, এই তিনিটি বিশেষণ পদ প্ৰযুক্ত হৈছে। ধৰ্ম-কৰ্মৰ সংস্কাৰ বৰ প্ৰবল; কিন্তু দুষ্ট কিয়? পুণ্য ক্ষয় হোৱাৰ পাছত পুনৰাই মৰ্ত্যালোকলৈ ঘূৰি আহিব লাগে। (ক্ষীণে পুণ্যে মৰ্ত্যালোকং বিশন্তি—ই ভগৱদ্ বাক্য) এইবাবে কাম্য কৰ্মবিলাকক আৰু ধৰ্ম-সংস্কাৰবিলাকক দুষ্ট (দূষিত) বোলা হৈছে। তাৰ পাছত দুৰাত্মা—অসৎ প্ৰকৃতি। ধৰ্ম-সংস্কাৰবিলাকে সহজে এৰা নিদিয়ে। ধৰ্ম-সংস্কাৰবিলাকে আত্মৰাজ্য নিদিয়ে, মোক্ষ নিদিয়ে, তথাপি ধৰ্মকাৰ্য কাম্য-কৰ্ম কৰি থাকিব লাগে—সংস্কাৰবশতঃ। এই সংস্কাৰবিলাকে জীৱৰ স্বপুৰৰ দুৱাৰ বন্ধ কৰি বহি থাকে। অসংখ্য শাস্ত্ৰীয় বিধি-নিষেধ আত্মান্বেষণ বা আত্মলাভৰ কাৰণে প্ৰথম প্ৰথম হিতকৰ হ'লেও ইওতো বন্ধন। যেতিয়ালৈকে আত্মলাভ নহয়, এই বৈধ কৰ্মৰ সংস্কাৰে জীৱক বৰকৈ উৎপীড়ন কৰে। এইবিলাকৰ অনুষ্ঠান কৰিও আনন্দ নাপায়, অথচ এৰিবও নোৱাৰে। গতিকে এইবিলাকেই প্ৰবল শত্ৰু—নিত্যানন্দৰ বিঘাতক। পাতঞ্জল দৰ্শনতো ঠিক এই কথাটোৱেই আছে—"স্বল্প প্ৰতিপক্ষাঃ স্থূলাবৃত্তয়ঃ ক্লেশানাং সূক্ষ্মাস্তু মহাপ্ৰতিপক্ষাঃ"। ইয়াৰ অৰ্থ—স্থূলবৃত্তিবোৰ সাধাৰণ শত্ৰু আৰু সূক্ষ্ম বৃত্তিবোৰ প্ৰবল শত্ৰু। কাম-ক্ৰোধ আদি বৃত্তিবোৰ আত্মৰাজ্য লাভৰ পক্ষে সিমান অন্তৰায় বুলি ধাৰণা নহয়, যিমান অন্তৰায় এই সূক্ষ্ম বৃত্তিবোৰ—এই ধৰ্মসংস্কাৰবোৰ। এই ধৰ্ম-শত্ৰুৰ হাতৰপৰা পৰিত্ৰাণ হোৱা বৰ দুৰূহ ব্যাপাৰ, সৰ্বত্ৰেই নিৰ্জিত হ'ব লাগে। ইয়াতেই জীৱৰ চৰম বিষাদযোগ উপস্থিত হয়—ইয়াৰ পাছত আৰু বিষণ্ণ হ'ব নালাগে। গীতাত কুৰুক্ষেত্ৰ সমৰত আত্মীয় আৰু অনাত্মীয় বোধেৰে বিমূঢ় যুদ্ধবিমুখ অৰ্জুনৰ বিষাদ যোগৰ পৰিসমাপ্তি ইয়াতেই; কিন্তু স্বপুৰ প্ৰবেশত অমাত্য-বিদ্ৰোহে সুৰথৰ প্ৰাণত যি বিষাদ আনিছিল তাৰ তীব্ৰতা বহুতো বেছি; কাৰণ কুৰুক্ষেত্ৰৰ যুদ্ধ আৰু সেই বিষণ্ণতা মনোময় ক্ষেত্ৰত, কিন্তু এই অমাত্য বিদ্ৰোহ বিজ্ঞানময় ক্ষেত্ৰত।

**ততো মৃগয়াব্যাজেন হৃতস্বাম্যঃ স ভূপতিঃ।**
**একাকী হয়মাৰুহ্য জগাম গহনং বনম্।।৯।।**

**অন্বয়ঃ** ততঃ সঃ ভূপতিঃ হৃতস্বাম্যঃ মৃগয়াব্যাজেন একাকী হয়ম্ আৰুহ্য গহনং বনং জগাম।

হৃতস্বাম্যঃ = ৰাজত্ব হেৰুৱাই; মৃগয়াব্যাজেন = হৰিণ চিকাৰৰ ছল কৰি।

**অনুবাদ ঃ** তাৰ পাছত সেই ৰজাই ৰাজত্ব হেৰুৱাই হৰিণ চিকাৰৰ ছল কৰি অকলে ঘোঁৰাত উঠি গভীৰ অৰণ্যলৈ গুচি গ'ল। ৮।।

**ব্যাখ্যা ঃ** যদিও মন্ত্ৰটিত বিষাদ শব্দটোৰ উল্লেখ নাই, তথাপি 'একাকী হয়মাৰুহ্য জগাম গহনং বনম্'—এই কথাটোৱেই সুৰথৰ চৰম বিষাদযোগৰ সূচনা কৰিছে। এই বিষাদ বাহিৰত দেখুৱাবলগীয়া নহয়। এনে অৱস্থাপন্ন জীৱতো মহা সৌভাগ্যবান। সেইবাবে পূৰ্বেই সুৰথক মহাভাগ বুলি কোৱা হৈছে।

মৃগয়া শব্দটোৰ অৰ্থ হৈছে—অন্বেষণ, অৰ্থাৎ আত্মানুসন্ধান। অন্বেষণাৰ্থক মৃগ্ ধাতুৰপৰা মৃগয়া শব্দ নিষ্পন্ন হৈছে।

'হয়' শব্দৰ অৰ্থ হৈছে—ইন্দ্ৰিয়ৰূপ অশ্ব। কঠোপনিষদত উক্ত আছে—ইন্দ্ৰিয়াণি হয়ানাহুঃ।

'গহন বন' শব্দৰ অৰ্থ হৈছে—বিষয়-অৰণ্য। ৰূপ-ৰসাদি বিষয়সমূহৰ লগত গহন বনৰ সাদৃশ্য ভাগৱত আদি বহু প্ৰামাণিক গ্ৰন্থত উল্লিখিত আছে।

অতএব সমুদয় মন্ত্ৰটিৰ অৰ্থ এই যে—ভাৱ-সমৰত পৰাজিত হৈ জীৱ আত্মা-অনুসন্ধানৰ ছলত ইন্দ্ৰিয়ৰূপ অশ্বত আৰোহণ কৰি, অতি গহন বিষয়-অৰণ্যলৈ গুচি গ'ল।

জীৱে প্ৰথমতে আত্মলাভৰ কাৰণে উদ্যত হৈ, চিত্তবৃত্তিবিলাকৰ নিৰোধ কৰিবলৈ যত্নবান হয়। বাহ্য বিষয়ৰপৰা চিত্তক প্ৰত্যাহৃত কৰি, নানাবিধ যোগ-কৌশল আদিৰ অনুষ্ঠান কৰে, কিন্তু যথাৰ্থ অমৃতত্বৰ সন্ধান নাপায়; যথাৰ্থ শান্তিৰ—আনন্দৰ কেন্দ্ৰ বিচাৰি নাপায়, সৰ্বত্ৰেই সংস্কাৰ বা ভাৱৰাশিৰ দ্বাৰা উৎপীড়িত হয়। এই সময়ত মাতৃ-কৃপা (ভগৱৎ কৃপা) হয়। স্নেহময়ী মাতৃয়ে এই সময়ত আদৰৰ সন্তানক এটি সৰল পথেদি লৈ যায়। ইমানদিন সাধকে মাতৃক বিচৰা নাই, বিচাৰিছে সংযম, বিচাৰিছে যোগধ্যান, বিচাৰিছে সিদ্ধি শক্তি; সেইবাবে ইমানদিনে এই ঋষিজন সেৱিত সৰল পন্থাটি চকুত পৰা নাই। বাৰে বাৰে প্ৰতিহত হৈ, বহুবাৰ বিফলপ্ৰযত্ন হৈ, যথাৰ্থ মাতৃ-অন্বেষণ প্ৰাণত জাগি উঠিছে। সেইবাবে এইবাৰ ইন্দ্ৰিয়-অশ্বৰ পিঠিত উঠি বিষয়-অৰণ্যলৈ গমন আৰু মাতৃৰ সন্ধান আৰম্ভ হৈছে।

ইয়েই বুদ্ধি যোগ। গীতাত এই বুদ্ধিযোগৰ সূচনা হৈছে—'দদামি বুদ্ধিযোগং তে মামুপযান্তি তে'—যাৰদ্বাৰা মোক (আত্মাক) পোৱা যায় সেই বুদ্ধিযোগ মই জীৱক দান কৰোঁ। এয়ে ভগৱানৰ স্বমুখ-নিৰ্গত অভয়-বাণী। গীতাত যি মোক্ষ ফলপ্ৰদ কল্প-তৰুৰ বীজ বপন হৈছে, দেৱী মাহাত্ম্যত (শ্ৰীশ্ৰীচণ্ডীত) সি ফল-পুষ্প সমৃদ্ধ বনস্পতিৰূপে পৰিণত হৈ জীৱক ধন্য কৰিছে। জীৱে যেতিয়া গুৰু-কৃপাৰ দ্বাৰা বুদ্ধিযোগত অধিকাৰ লাভ কৰে, তেতিয়া তাৰ অধ্যৱসায় কিৰূপ ভাৱে কাৰ্যকৰী হয়, তাকে ক'বলৈ গৈ মহৰ্ষিয়ে কৈছে—মৃগয়াচ্ছলে অৰণ্যত প্ৰৱেশ।

জীৱে যেতিয়া অন্তৰ-ৰাজ্য তন্ন তন্ন কৰি অনুসন্ধান কৰিও মাতৃ-সন্ধান (আত্মাৰ সন্ধান) নাপায় (কাৰণ তেতিয়াও অন্তৰ বস্তুটো কি ঠিক বুজিব নোৱাৰে)

তেতিয়া অগত্যা আকৌ ইন্দ্ৰিয়-গ্ৰাহ্য বিষয়বোৰৰ ওচৰত হাজিৰ হয়। প্ৰথমতে এই বিষয়কে—এই ইন্দ্ৰিয়গ্ৰাহ্য ৰূপ-ৰসাদি ভোগ্যবস্তুকে নশ্বৰ আৰু মিথ্যা বুলি বিষবৎ পৰিত্যাগ পূৰ্বক অন্তৰ-ৰাজ্যত প্ৰৱেশ কৰে (বৰ্তমান যুগৰ অধিকাংশ সাধক এইৰূপ জ্ঞানৰ দ্বাৰা পৰিচালিত হৈ সাধনাৰ পথত অগ্ৰসৰ হয়)। তাৰ পাছত বহু ঘূৰি-ফুৰি আকৌ সেই বিষয়-অৰণ্যত প্ৰৱেশ কৰে; কিন্তু ইতিমধ্যে অলপ পৰিৱৰ্তন হয়; আগেয়ে বিষয়মাত্ৰ বোধ কৰি বিষয়-ভোগ কৰিছিল, এইবাৰ মৃগয়াচ্ছলে—আত্মাৰ অনুসন্ধানৰ ছলত, প্ৰথমে ছল কৰি বা নকল কৰি বিষয়ে বিষয়ে মাতৃ-অনুসন্ধান জাগি উঠে; কাৰণ বুদ্ধিযোগৰ প্ৰথম অৱস্থাত সাধকে ভাৱে যে বিষয়টো যথাৰ্থ মাতৃ (আত্মা) নহয়। বিষয়সমূহ ক্ষুদ্ৰ, মাতৃ অনন্ত; বিষয় ভাৱৰ ঘনীভূত অৱস্থা। মা হৈছে ভাবাতীতা। বিষয় অজ্ঞান মাত্ৰ, মা জ্ঞানময়ী। গতিকে বিষয়ত বিচৰণ কৰি মাতৃ-সন্ধান পোৱাৰ আশা নাই; কাৰণ বিষয় আৰু মাতৃ (আত্মা) উভয়ে বিৰুদ্ধধৰ্মী। তেন্তে উপায় কি? অন্তৰ-ৰাজ্যত যেতিয়া অমৃতৰ সন্ধান পোৱা নাযায় তেতিয়া অগত্যা বহিঃৰাজ্যত বিষয়ে বিষয়ে অনুসন্ধান কৰাত ক্ষতি কি? সেইবাবে যেন ছল কৰি, নকল কৰি ইন্দ্ৰিয়ৰ সাহায্যত মাতৃ-সন্ধান আৰম্ভ কৰে; কিন্তু কিছুদিনৰ মূৰত দেখিবলৈ পায় যে ই ছল নহয়, যথাৰ্থই অনুসন্ধান। আৰু এটা কথা এই যে মৃগয়া—আত্মানুসন্ধান। এই অনুসন্ধান বাহিৰত স্থূল বিষয়ত কৰা যেন দেখা গ'লেও ফলতঃ এই স্থানৰপৰাই আত্মলাভ সংসূচিত হয়, যিহেতু স্থূল বিষয়ে মাতৃবোধ হ'লেই যথাৰ্থ মাতৃ-লাভ আৰম্ভ হয়।

যিহকে দেখা যায়, যিহকে কৰা যায়, যিহকে ভবা যায় সকলোৱে যে মহামায়াৰ বিভিন্ন মূৰ্তি এই বুদ্ধিত উদ্বুদ্ধ হোৱাটোৱেই মাতৃ-লাভৰ সুকৌশল কৰ্ম। এই সুকৌশল কৰ্মই বুদ্ধিযোগ, মোক্ষ পন্থাৰ আৱিষ্কাৰক। ভগৱান যে সৰ্বব্যাপী, এই কথা শাস্ত্ৰই সৰ্বত্ৰ কৈছে, আমিও সকলোৱে পঢ়িছোঁ, শুনিছোঁও বহুবাৰ, কিন্তু আমি উপলব্ধি নকৰোঁ আমি যি শিকিছোঁ, যি জানিছোঁ, যি শুনিছোঁ যে ভগৱান সৰ্বত্ৰ আছে—এই কথা আমি উপলব্ধি কৰিব লাগিব। কাৰ্যত পৰিণত কৰিব লাগিব, সেয়েহে সাধনা।

এই বুদ্ধিযোগেই চিত্তৰ সকলো চাঞ্চল্য দূৰীভূত কৰিবৰ অব্যৰ্থ অস্ত্ৰ। সমুখত দেখা বৃক্ষ বৃক্ষ নহয়, বৃক্ষৰ ছদ্মবেশত মহামায়াৰ মূৰ্তি—এইদৰে মাতৃমূৰ্তি চিনি পোৱাৰ অভ্যাস কৰিব লাগিব। সেই কাৰণে ঋষিয়ে কৈছে—"মৃগয়াব্যাজেন"; বাস্তৱিক, কিন্তু ই ছল বা নকল নহয়। এই পৰিদৃশ্যমান জগতৰূপে একমাত্ৰ মহামায়াই বিৰাজিত। গীতাই সেইবাবে কৈছে—"যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বঞ্চময়ি পশ্যতি। তস্যাহং ন প্ৰণশ্যামি স চ মে ন প্ৰণশ্যতি"—যিজনে ভগৱানক সৰ্বত্ৰ আৰু সমগ্ৰ জগত ভগৱানতে প্ৰতিষ্ঠিত থকা দেখে, তেওঁৰ ওচৰত ভগৱান অদৃশ্য নহয় আৰু তেৰোঁ ভগৱানৰ দৃষ্টিৰ বাহিৰত নাথাকে। সৰ্বত্ৰ সৰ্বভাৱে সত্য দৰ্শন কৰিলে সত্য লাভ হয়। বুদ্ধিৰ দ্বাৰা সৰ্বত্ৰ সত্যৰ প্ৰতিষ্ঠা কৰিব লাগিব।

বুদ্ধিৰ দ্বাৰা ভগৱানত যুক্ত হোৱাৰ নামেই বুদ্ধিযোগ। বুদ্ধি বা মহৎ তত্ত্বই

চৈতন্যৰ সৰ্বপ্ৰথম অভিব্যক্তি। সুতৰাং বুদ্ধিৰ দ্বাৰা ভগৱানক যিমান সহজে পোৱা যায় (ভগৱানৰ লগত যুক্ত হোৱা যায়) প্ৰাণ, মন কিম্বা ইন্দ্ৰিয়ৰ দ্বাৰা সিমান সহজে যুক্ত হোৱা নাযায়।

এই মন্ত্ৰটোত আৰু এটা শব্দ আছে—একাকী। বুদ্ধিযোগৰ অনুষ্ঠানত দ্বিতীয় কোনো সাহায্যৰ প্ৰয়োজন নহয়। বাহিৰত কোনোপ্ৰকাৰ আয়োজন বা অনুষ্ঠান নকৰি মানুহ মাত্ৰেই উঠোঁতে-বহোঁতে, খাওঁতে-শোওঁতে সৰ্বদাই সকলো অৱস্থাতেই আপোনমনে অকলে এই সত্যৰ প্ৰতিষ্ঠা কৰিব পাৰে। যিসকল সাধক, তেওঁলোকে মৃগয়াচ্ছলে আত্মানুসন্ধানৰ উদ্দেশ্যে অকলেই এই বিষয়-অৰণ্যত বিচৰণ কৰে। অকলেহে সেই একমাত্ৰ পৰমবস্তুৰ সন্ধান পোৱা যায়। এক—অদ্বিতীয় বস্তুক পাব লাগিলে 'একাকী'হে হ'ব লাগিব।

সুৰথ কিন্তু একাকী হৈও একাকী হ'ব পৰা নাই। লগত আছে সেই হয় অশ্বটি। যেতিয়া সুৰথ এক্‌লা হ'ব পাৰিব, তেতিয়া সুৰথ মনু হ'ব। এইমাত্ৰ তাৰ সূচনা। এক্‌লা হোৱাৰ বাবেইতো সাধনা। যিবিলাকে সত্য লাভৰ কাৰণে লালায়িত, তেওঁলোকে শত শত বন্ধুজনৰ দ্বাৰা পৰিবেষ্টিত হৈও, শত শত আত্মীয় স্বজনৰ মাজত থাকিও নিজকে প্ৰতি মুহূৰ্তে 'একাকী' বুলি বুজিবৰ চেষ্টা কৰিব। এক্‌লা হ'ব লাগে মনত। মনে মনে এক্‌লা ভাব আনিবলৈ অভ্যস্ত হ'লেই বিষয়াসক্তি কমি আহিব। সুৰথ প্ৰায় একাকী হৈছিল বুলি মেধস আশ্ৰমত উপস্থিত হৈ জীৱন ধন্য কৰিব পাৰিছিল।

স তত্ৰাশ্ৰমমদ্ৰাক্ষীদ্ দ্বিজবৰ্য্যস্য মেধসঃ।
প্ৰশান্তশ্বাপদাকীৰ্ণং মুনি শিষ্যোপশোভিতম্।। ৯।।

**অন্বয় ঃ** সঃ তত্ৰ প্ৰশান্ত-শ্বাপদ-আকীৰ্ণং মুনি-শিষ্য-উপশোভিতং দ্বিজবৰ্য্যস্য মেধসঃ আশ্ৰমম্ অদ্ৰাক্ষীৎ।

**অনুবাদ ঃ** সুৰথে সেই বনত শান্ত স্বভাৱাপন্ন হিংস্ৰ পশু পৰিপূৰ্ণ আৰু মুনি-শিষ্য শোভিত দ্বিজবৰ মেধা মুনিৰ আশ্ৰম দেখা পালে। ৯।।

---

[লক্ষ্মী তন্ত্ৰমতে বশিষ্ঠ ঋষি আৰু মেধা মুনি এজনেই। দেৱী ভাগৱত মতে মেধা মুনি শাল-বৃক্ষ তলত মৃগজিন আসনত সমাসীন, সুশান্ত, তপস্যাৰ দ্বাৰা অতি কৃশ, ঋজু, শীত আৰু গ্ৰীষ্মৰ দ্বাৰা অভিভূত নহয়, শাস্ত্ৰ-অধ্যাপনৰত, বেদ-শাস্ত্ৰাৰ্থদৰ্শী, ক্ৰোধ-লোভাদি ৰহিত, বিমৎসৰ, শমযুক্ত আৰু সত্যবাদী।

দেৱী ভাগৱত মতে মেধা মুনিৰ আশ্ৰমটি বহুবৃক্ষ সমাযুক্ত, নদী-পুলিন সংযুত, নিৰ্বৈৰ-শ্বাপদাকীৰ্ণ, কোকিলাৰাৱ মণ্ডিত, শিষ্যাধ্যায়ন শব্দাঢ্য, মৃগযূথ শতাবৃত, নীবাৰান্নসুপক্কাঢ্য, সুপক্কফল পাদপ পূৰ্ণ, হোম-ধূপ-সুগন্ধেৰে আমোদিত, বেদধ্বনি সমাক্ৰান্ত আৰু স্বৰ্গাদপি সুমনোহৰা।]

ব্যাখ্যা ঃ পূৰ্বোক্ত প্ৰকাৰে মৃগয়াচ্ছলে গহনবনত বিচৰণ কৰোঁতে কৰোঁতে অৰ্থাৎ নকল কৰি কৰি বিষয়ে বিষয়ে বুদ্ধিযোগৰ সাহায্যত আত্ম-অনুসন্ধান ৰূপ সত্য-প্ৰতিষ্ঠা কৰোঁতে কৰোঁতে মাতৃৰ কৃপাত সাধকে এদিন দেখিবলৈ পায়—তেওঁৰ সমুখত এক অভিনৱ অদৃষ্ট পূৰ্ব স্নিগ্ধ চৈতন্যময় আকাশ প্ৰকাশ পাইছে। সেই আকাশ ইমান প্ৰত্যক্ষ আৰু জীৱন্ত যে তাক নকল বা কেৱল কল্পনা বুলিবৰ উপায় নাথাকে। এয়ে সুৰথৰ মেধস্ আশ্ৰম দৰ্শন।

মেধস্ শব্দৰ অৰ্থ মেধা বা স্মৃতিশক্তি। যিহে আত্মস্মৃতি উদ্বুদ্ধ কৰে, সেয়ে মেধস্ পদ-বাচ্য। বুদ্ধি তত্ত্বত আৰোহণ কৰিব পাৰিলে, অৰ্থাৎ বুদ্ধিজ্যোতি উদ্ভাসিত হ'লে আত্মস্মৃতি উপস্থিত হয়। সেইবাবে ইয়াক বুদ্ধিৰ স্থান বুলি কোৱা হয়। দ্বিজবৰ্য শব্দৰ অৰ্থ ব্ৰাহ্মণ শ্ৰেষ্ঠ।

ধী বা বুদ্ধি তত্ত্বই ব্ৰাহ্মণ। ধী আৰু মেধা প্ৰায় অভিন্ন। এই ধী যেতিয়া প্ৰথম উন্মেষ হয়, তেতিয়া সি স্মৃতিৰ আকাৰতে প্ৰকাশ পায়। সেইবাবে এই ঠাইত বুদ্ধি বা ধী নুবুলি মেধস্ বোলা হৈছে। বুদ্ধি তত্ত্বই ব্ৰহ্মৰ বা নিৰ্গুণ চৈতন্যৰ প্ৰথম অভিব্যক্তি। জীৱে এই বুদ্ধিময় ক্ষেত্ৰত আত্মবোধ উপসংহৃত কৰিব পাৰিলেই ব্ৰহ্মৰ স্বৰূপ জানিব পাৰে। সেইবাবে ধী-কেই ব্ৰাহ্মণ বোলা হয়। জগতৰ ব্ৰাহ্মণসকলে এই ধী শক্তি লাভ কৰে কাৰণে জগত-পূজ্য। প্ৰতিদিন ব্ৰাহ্মণসকলে গায়ত্ৰী মন্ত্ৰেৰে এই ধী শক্তিৰ প্ৰাৰ্থনা কৰে আৰু তাকে সমগ্ৰ জগতত বিস্তাৰ কৰি দি ধীৰে ধীৰে সকলো জীৱৰে হৃদয়ত ব্ৰহ্মজ্ঞানৰ বীজ বপন কৰি জীৱ-সত্মক মহা-সত্যৰ ফালে আকৰ্ষণ কৰে।

মেধাৰ স্থান বা বুদ্ধিময় ক্ষেত্ৰকেই মেধস্ আশ্ৰম বুলি আমি বুজিম। এই ঠাইতে ব্ৰহ্মজ্ঞানৰ দুৱাৰ মুক্ত। এই স্থানক সাংখ্য-দৰ্শনৰ ভাষাত মহত্তত্ত্ব বোলে। এই মহত্তত্ত্বৰ সাক্ষাৎকাৰ লাভ হ'লে জীৱৰ অজ্ঞান গ্ৰন্থি সম্পূৰ্ণ শিথিল হৈ যায়।

এই মেধস্ আশ্ৰমৰ দুটি বিশেষণ আছে। এটি হৈছে—'প্ৰশান্ত-শ্বাপদাকীৰ্ণ' আৰু আনটি হৈছে—'মুনি শিষ্যোপশোভিত'। তাত শ্বাপদ জন্তুবিলাকে পৰস্পৰ হিংসা পাহৰি প্ৰশান্তভাৱে আছে। বাঘে-ছাগলীয়ে, সাপে-নেউলে স্বভাৱ-বৈৰিতা এৰি মিত্ৰভাৱে অৱস্থান কৰিছে। চাৰিওফালে মুনি, মৌনভাৱাপন্ন শিষ্যসকলে ব্ৰহ্ম-ধ্যানত নিৰত আছে।

আধ্যাত্মিকভাৱে এই দুটি বিশেষণৰ ৰহস্য আলোচনাৰ বিষয়। বুদ্ধিময় ক্ষেত্ৰত বা মহত্ত্বত উপনীত হ'ব পাৰিলে দেখা যায় যে পৰস্পৰ-বিৰুদ্ধ ভাৱবোৰে স্থিৰাভাৱ অৱলম্বন কৰিছে। বৃত্তিবিলাকৰ পূৰ্বৰ পাশৱিক চঞ্চলতা অন্তৰ্হিত হৈছে কাম-ক্ৰোধাদি বৃত্তিবোৰ শ্বাপদ-স্থানীয়। বুদ্ধিতত্ত্বৰ সাক্ষাৎকাৰত ইহঁত প্ৰশান্তভাৱে থাকে।

অকল এয়ে নহয়। সেই স্থানটো মৌনভাৱাপন্ন শাসনযোগ্য শিষ্যবৃন্দৰ দ্বাৰা উপশোভিত। আগেয়ে কোৱা হৈছে যে বুদ্ধিজ্যোতিৰ প্ৰকাশত ভাৱ বা বৃত্তিবোৰ প্ৰশান্ত হয়। সেই ভাৱসমূহৰ মূল হৈছে—শব্দ। বেদান্তৰ ভাষাত ভাৱৰ সংজ্ঞা—নাম আৰু ৰূপ। শব্দ নাই অথচ নাম আছে—সেইটো হ'ব নোৱাৰে। সকলোপ্ৰকাৰৰ ভাৱেই শব্দ-

সমষ্টি মাত্ৰ। শব্দৰূপৰাই ভাৱৰ উৎপত্তি। শব্দবোৰ যদিও ধ্বনিৰ আকাৰত বাহিৰলৈ নাহে, তথাপি সেইবোৰ যে নীৰৱতাৰ শব্দ সেই বিষয়ে কোনো সংশয় নাই।

ভাৱ স্থিৰ হ'লেই, ভাৱৰ উৎপাদক শব্দৰাশি আপোনা-আপুনি স্থিৰ হৈ যায়। সেইকাৰণে মন্ত্ৰত মুনি শব্দ প্ৰযুক্ত হৈছে। আমাৰ মন দিন-ৰাতি কেৱল পাগলৰ দৰে বকে। সেইবাবে আমি ইমান চঞ্চল। বুদ্ধিতত্ত্বৰ সাক্ষাৎকাৰ হ'লে সেই বকনি থামি যায়; তেতিয়া মনত কোনো ৰূপ শব্দ বা চঞ্চলতা পৰিলক্ষিত নহয়।

শিষ্য শব্দৰ অৰ্থ শাসনযোগ্য। ভাৱসমূহ স্থিৰ হোৱাত ভাৱৰ উৎপাদক শব্দসমূহ আৰু শুনিব পোৱা নাযায়, অৰ্থাৎ সেইবোৰ সম্পূৰ্ণ শাসনযোগ্য অৰ্থাৎ আয়ত্তৰ ভিতৰত আহিছে। জীৱ পূৰ্বে এই বৃত্তিসমূহৰ দ্বাৰা—এই ভাৱৰাশিৰদ্বাৰা কিমান যে উৎপীড়িত হৈছে; কিন্তু এতিয়া ভাৱ-সমৰত নিৰ্জিত হৈ সি মৃগয়াচ্ছলে গহন অৰণ্যত প্ৰৱেশ কৰি মেধস্ আশ্ৰমত উপস্থিত হৈ দেখিবলৈ পালে যে ভাৱবৃন্দ সৰ্ববিধ চাঞ্চল্য পৰিত্যাগ কৰিছে। সেই বুদ্ধিময় ক্ষেত্ৰ বা মেধস্ আশ্ৰম এনেকুৱা মনোৰম।

নকল কৰি জগতময় সত্য প্ৰতিষ্ঠা কৰোঁতে কৰোঁতে প্ৰত্যেক পদাৰ্থত সত্যবোধ ঘনীভূত হৈ আহিব। তেতিয়া এটা জীৱন্ত স্থিৰ সত্তাৰ ভিতৰত যেন জগতখন ছায়াৰ দৰে অৱস্থান কৰিছে। পুনঃ পুনঃ ইয়াত অৱস্থান কৰা অভ্যাস কৰি ল'লে শেষত ইচ্ছামাত্ৰেই এই মহৎ তত্ত্ব পৰ্যন্ত একেবাৰে যোৱা যায়। এয়ে সুৰথৰ মেধস্ আশ্ৰমত অৱস্থিতি।

এইৰূপ দৰ্শনক মেধসাশ্ৰম বুলিবৰ তাৎপৰ্য কি? গীতা ভাষ্যত ভগৱান শঙ্কৰাচাৰ্যই কৈছে— "ব্ৰহ্মাহমস্মি ইতি স্মৃতিৰেব মেধা"—'মই ব্ৰহ্ম' এইৰূপ যে স্মৃতি, তাৰেই নাম মেধা। বুদ্ধিময় ক্ষেত্ৰত উপনীত হ'লে জীৱ আৰু ব্ৰহ্মৰ অভেদবোধক স্মৃতি উদ্বুদ্ধ হয়। মহত্তত্ত্বত উপস্থিত হোৱাৰ পূৰ্বে জীৱ আৰু ব্ৰহ্মৰ অভেদৰ বিষয়ে পৰোক্ষ জ্ঞানো নহয়। এই পৰোক্ষ জ্ঞানেই সাধন সাপেক্ষ। অপৰোক্ষ অনুভূতি সাধনাৰ চৰম ফলস্বৰূপে স্বয়ং উপস্থিত হয়; অথবা সি সাধনাৰ ফল নহয়—ভগৱৎ কৃপা মাথোন।

জীৱনৰ লক্ষ্য স্থিৰ কৰি, সত্য প্ৰতিষ্ঠা ৰূপ, সৰল পন্থা অৱলম্বন কৰি গুৰুৰ উপদেশ অনুসাৰে অগ্ৰসৰ হ'লে অনায়াসে এই আশ্ৰমত উপস্থিত হোৱা যায়। ইয়াত উপস্থিত হৈ জীৱে বুজিব পাৰে যে যাৰ সাধনা কৰিছে, যাৰ কাৰণে ব্যাকুল হৈ ছুটাছুটি কৰিছে সেই বস্তু নিজেই—নিজৰেই আত্মা। নিজৰ সন্ধানতে ইমান ছুটাছুটি। এই যে অনুভৱ—ইয়াৰ নামেই মেধা আৰু য'ত উপস্থিত হ'লে এই ৰূপ স্মৃতি জাগি উঠে সেই স্থানৰ নাম মেধসাশ্ৰম। এয়ে বুদ্ধিক্ষেত্ৰ বা মহত্তত্ত্ব। বুদ্ধিযোগৰ মহত্ত্ব কীৰ্তনতে গীতাৰ অষ্টাদশ অধ্যায় শেষ হৈছে। এই স্থানত তাৰ ফল আৰম্ভ হৈছে। সেইবাবে—গীতা ভিত্তি আৰু চণ্ডী তাৰ ওপৰত অতুলনীয় প্ৰাসাদ। গীতা—সাধনা; চণ্ডী—সিদ্ধি।

[চণ্ডীৰ উপাখ্যানভাগ ৰূপক মাত্ৰ নহয়, ই সম্পূৰ্ণ সত্য ঘটনা। সেইটো হ'লেও জীৱৰ শিক্ষাৰ কাৰণে স্থূলত—ভৌতিক ৰাজ্যত যি অনুষ্ঠিত হয়, সেয়ে চৈতন্য ক্ষেত্ৰত

বা আত্ম-ৰাজ্যত তুল্যৰূপে প্ৰতি জীৱৰ হৃদয়ত সংঘটিত হয়। জীৱজগতত স্থূল, সূক্ষ্ম আৰু কাৰণৰ মাজত এনে এটি শৃঙ্খলা, এনে এটি অলঙ্ঘ্য নিয়ম বিৰাজিত। এনে কোনো জীৱন্মুক্ত সাধকৰ নাম আজি পৰ্যন্ত শুনিবলৈ পোৱা যোৱা নাই অথবা হ'বই নোৱাৰে যাৰ হৃদয়ত কুৰুক্ষেত্ৰৰ সমৰ গীতাতত্ত্ব কিম্বা চণ্ডীতত্ত্ব বিকাশপ্ৰাপ্ত হোৱা নাই। কথা ইমানেই যে কোনো কোনো সাধকে সেইবিলাক লক্ষ্য কৰি কৰি অগ্ৰসৰ হয়, আকৌ কোনোবাই বা লক্ষ্যস্থানত উপস্থিত হৈ জীৱনৰ অতীত ঘটনাবোৰৰ প্ৰতি দৃষ্টিপাত কৰি দেখিবলৈ পায় যে তেওঁ তেওঁৰ অজ্ঞাতসাৰে গীতাতত্ত্ব আৰু চণ্ডীতত্ত্বৰ ভিতৰেদি আগবাঢ়ি আহিছে।]

**তস্থৌ কঞ্চিৎ সকালঞ্চ মুনিনা তেন সৎকৃতঃ।**
**ইতশ্চেতশ্চ বিচৰংস্তস্মিন্ মুনিবৰাশ্ৰমে।। ১০।।**

**অন্বয় ঃ** সঃ চ তেন মুনিনা সৎকৃতঃ তস্মিন্ মুনিবৰ-আশ্ৰমে ইতঃ চ ইতঃ চ বিচৰন্ কঞ্চিৎ কালং তস্থৌ।

সৎকৃতঃ—সমাদৃত হৈ।

**অনুবাদ ঃ** সেই মুনিৰ দ্বাৰা সমাদৃত হৈ মুনিবৰৰ আশ্ৰমত সুৰথে ইতস্ততঃ ভ্ৰমণ কৰি কিছু সময় কটালে।

**ব্যাখ্যা ঃ** জীৱ বুদ্ধিযোগৰ সাহায্যত সত্য প্ৰতিষ্ঠাৰ ফলত এবাৰ বুদ্ধিময় ক্ষেত্ৰত বা মেধস্ আশ্ৰমত উপনীত হ'লে, কিছুকাল তাত অৱস্থান কৰিবলৈ বাধ্য হয়; কাৰণ মেধস্ তাক সৎকৃত কৰে—সৎ স্বৰূপৰ স্মৃতি উদ্‌বোধিত কৰি দিয়ে। পূৰ্বে এই 'সৎ' বোধটো থাকিও যেন নাছিল; কিন্তু ইয়াত বুদ্ধি-জ্যোতিৰ পোহৰত—ধ্ৰুবাস্মৃতিৰূপ মেধস্‌ৰ কৃপাত জীৱে বুজিব পাৰে "মই তিনিও কালতে সৎ বা সত্য"। সেইবাবে মন্ত্ৰত 'সৎকৃতঃ' পদটোত অভূততদ্ভাব অৰ্থত লুপ্ত চ্বি-প্ৰত্যয়ৰ প্ৰয়োগ হৈছে।

ভগৱতীৰ অনুগ্ৰহত জীৱৰ হৃদয়ত যেতিয়া 'ব্ৰহ্মাহমস্মি' ময়েই ব্ৰহ্ম—এইৰূপ ধ্ৰুবা স্মৃতিৰ উদ্‌বোধ হয়, তেতিয়া জীৱে ইমান আনন্দ লাভ কৰে যে তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি। বহু জন্মব্যাপী জীৱত্বৰ ভাৰ বহন আৰু পৰিচ্ছিন্ন বিষয়ানন্দ ভোগ কৰাৰ পাছত জীৱে যেতিয়া এই আশ্ৰমত—এই ব্ৰহ্মত্ববোধ ৰূপ স্মৃতিৰ ওচৰত উপস্থিত হয়—য'ত জীৱত্ব বোধ নাই, জ্ঞানত ক্ষুদ্ৰত্ব নাই, আনন্দত সীমা নাই, মৃত্যুৰ নামত ভয় নাই, প্ৰিয় বিৰহৰ নামত শোক নাই, অনিষ্টপ্ৰাপ্তিৰ নামত দুখ নাই, আছে কেৱল সত্তা, আছে সুদা জ্ঞান, আছে সুদা আনন্দ আৰু আছে অখণ্ড পূৰ্ণ আত্মবোধ। সেই স্থানত যদি জীৱে কোনোপ্ৰকাৰে উপস্থিত হ'ব পাৰে, তেন্তে কি সি সেই স্থান সহজে এৰি আহিবৰ ইচ্ছা কৰিব পাৰে? সুৰথৰ কি[redacted]এতিয়াও ঠিক এই অৱস্থা উপস্থিত হোৱা নাই। এই অৱস্থাৰ এটি স্মৃতি মাত্ৰ চিৰ অন্ধকাৰেৰে আগুৰি ৰখা চিত্তৰ আকাশত মুহূৰ্তৰ কাৰণে নক্ষত্ৰৰ আলোকৰ নিচিনা ফুটি উঠিছে। এই সুখময়ী

স্মৃতিটিয়ে জীৱক কিছুকালৰ নিমিত্তে আনন্দমুগ্ধ কৰি ৰাখে। সেয়েহে মন্ত্ৰত 'কঞ্চিৎ কালং তস্থৌ' বোলা হৈছে।

জীৱ ইয়ালৈ আহিলে কিয় ইমান মুগ্ধ হয়। মেধস্ আশ্ৰম সহজে কিয় এৰি যাব নোৱাৰে? কাৰণ জীৱ ইয়ালৈ আহিলে সৎ-কৃত হয়। ইয়াতে জীৱে বুজিব পাৰে যে 'মই', 'সৎ'অৰ পৰা জন্মিছোঁ, 'সৎ'তেই মই সদায় আছোঁ আৰু 'সৎ' এই মোৰ আবাস ঠাই। মই নিত্য বৰ্তমান সৎ স্বৰূপে তিনিও কালতে আছোঁ।

প্ৰথমে সত্য প্ৰতিষ্ঠা বা সৎ উপলব্ধিৰ কাৰণে জীৱে চেষ্টা কৰে (মৃগয়াচ্ছলে অশ্বাৰোহনত বন গমন)—এয়ে সাধনাৰ প্ৰথম সূত্ৰপাত—নকল কৰি 'সৎ'ৰ অনুসন্ধান মাত্ৰ। এই নকল অনুসন্ধানেই আজি সাধকক ধ্ৰুবা-স্মৃতিৰ ওচৰত উপস্থিত কৰাইছে। সৎ বস্তুটো যে সকলো প্ৰকাৰ পৰিবৰ্তনৰ মাজেদি নিত্যভাৱে আৰু অপৰিবৰ্তনীয়ভাৱে থাকে, তাৰেই উপলব্ধি বা প্ৰত্যক্ষতা লাভ হয় জীৱৰ—এই ঠাইতে। এই মেধস্ আশ্ৰমত, জীৱ নিত্য-সত্যত চিৰ অধিষ্ঠিত হৈ থাকে। জীৱৰ জন্ম নাই, মৰণ নাই, বাল্য, যৌৱন, বাৰ্দ্ধক্য নাই। জাতি নাই, বৰ্ণ নাই, ধৰ্ম বা অধৰ্ম নাই, কোনো পৰিবৰ্তন, কোনো বিবৰ্তন, কোনো বিকাৰ বা কোনো ভ্ৰান্তি নাই। এই স্থানত প্ৰথমতে এই সৎ বস্তুটোৰ স্বৰূপ উপলব্ধি হয়। এয়ে সত্য প্ৰতিষ্ঠা।

সুৰথে কিঞ্চিৎকাল এই আশ্ৰমত অৱস্থান কৰিছিল। মেধস্ আশ্ৰমত উপস্থিত হৈ সুৰথে ইফালে-সিফালে বিচৰণ কৰি ফুৰিছিল। বহু সৌভাগ্যৰ গুণে আৰু বহু প্ৰাণপাত তপস্যাৰ বলত জীৱে মহত্তত্ত্বৰ (বুদ্ধি তত্ত্বৰ) সন্ধান পায়, সৎকৃৎ হয় আৰু অখণ্ড ৰস-সত্তাৰ সন্ধান পায়। যিমানদিন দেহ থাকে সিমানদিন অকল বুদ্ধিতত্ত্বতে অৱস্থান কৰি থাকিব নোৱাৰে। বহু জন্মৰ সংস্কাৰৰ বশত আকৌ দেহাত্ম বুদ্ধিত প্ৰত্যাবৰ্তন কৰিবলগা হয়। বহু জন্ম ধৰি আমি স্থূল বিষয়ক অৱলম্বন কৰি আত্মবোধ জগাই ৰখাত অভ্যস্ত হৈ আছোঁ। এই স্থূল ভাববিলাক পৰিত্যাগ কৰি অপেক্ষাকৃত সূক্ষ্মতৰ স্তৰত আৰোহণ কৰিলে প্ৰথম প্ৰথম অস্বস্তিভাব আহি উপস্থিত হয়। যেতিয়ালৈকে পুনৰায় স্থূলৰ আশ্ৰয় লোৱা নাযায় তেতিয়ালৈকে যেন দম বন্ধ হৈ যায়। সেইবাবে এবাৰ সূক্ষ্মতত্ত্বত উঠিলেও পুনঃ পুনঃ স্থূল কোষবিলাকত বিচৰণ কৰিব লাগে। সেইবাবে জীৱ মেধস্ আশ্ৰমত (বুদ্ধিতত্ত্বত) স্থিৰভাৱে থাকিব নোৱাৰে আৰু সেইবাবে ইতস্ততঃ বিচৰণ কৰিবৰ আৱশ্যক হৈ পৰে।

সোঽচিন্তয়ত্তদা তত্ৰ মমত্বাকৃষ্টচেতনঃ।।
মৎপূৰ্বৈঃ পালিতং পূৰ্বং ময়া হীনং পুৰং হি তৎ।
মদ্ভৃত্যৈস্তৈৰসদ্বৃত্তৈৰ্ধৰ্মতঃ পাল্যতে ন বা।। ১১।।

অন্বয় ঃ সঃ তদা তত্ৰ মমত্ব-আকৃষ্ট-চেতনঃ অচিন্তয়ৎ। পূৰ্বং মৎপূৰ্বৈঃ পালিতং (অধুনা) ময়া হি হীনং তৎপুৰং অসদ্ বৃত্তৈঃ মৎ-ভৃত্যৈঃ ধৰ্মতঃ পাল্যতে ন বা। ১১।।

মমত্ব-আকৃষ্ট চেতনঃ—মমতাভিভূত চিত্তে, মৎপূৰ্বৈঃ—মোৰ পূৰ্বপুৰুষ চৈত্ৰাদিসকলৰ দ্বাৰা, ময়াহীনং—মোৰ দ্বাৰা পৰিত্যক্ত।

অনুবাদ ঃ সেই ঠাইত তেতিয়া তেওঁ মমতাভিভূত চিত্তে চিন্তা কৰিব ধৰিলে— অতীত কালত মোৰ পূৰ্বপুৰুষসকলে (চৈত্ৰাদিসকলে) যি ৰাজধানী সুৰক্ষিত কৰি ৰাখিছিল আৰু যি ৰাজধানীক মই পৰিত্যাগ কৰি আহিছোঁ সেই ৰাজধানী মোৰ অসচ্চৰিত্ৰ অমাত্যসকলে ধৰ্মানুসাৰে ৰক্ষা কৰিছে নে নাই?

ব্যাখ্যা ঃ পুনঃ পুনঃ অভ্যাসৰ বলত জীৱৰ যেতিয়া এনে এটা অৱস্থা হয় যে জীৱে কিছুসময় বুদ্ধিময় ক্ষেত্ৰত অৱস্থান কৰিবলৈ সমৰ্থ হয়, তেতিয়াও আকৌ মমত্ববোধৰ দ্বাৰা আকৃষ্ট হৈ, প্ৰাৰব্ধ সংস্কাৰৰ প্ৰবল আকৰ্ষণত বাধ্য হৈ নানাৰূপ স্থূল বিষয়ক চিন্তা কৰিবলৈ আৰম্ভ কৰে। বিষয়ৰ স্মৃতিৰ দ্বাৰা উৎপীড়িত হয়। প্ৰথমে বুদ্ধিতত্ত্বত আৰোহণ কৰি, বিষয় পাহৰি সেই মোহন বুদ্ধি-জ্যোতিত মুগ্ধ হৈ পৰে; ক্ৰমে সেই সূক্ষ্মতত্ত্বত অৱস্থানৰ সময় যিমান দীৰ্ঘ হয়, সিমানেই তাত থাকিও স্থূল দেহাদি বিষয়ক চিন্তা যেন আপোনা-আপুনি আহি উপস্থিত হয়। যেনেকৈ বহুদিন পিঞ্জৰাত আবদ্ধ হৈ থকা পখী যদি হঠাতে মুক্ত আকাশত বিচৰণ কৰিবৰ সুযোগ পায়, তথাপি সেই পখী বেছি দূৰলৈ নগৈ আকৌ সেই চিৰাভ্যস্ত বাসস্থান পিঞ্জৰাটোলৈ ঘূৰি আহে; সেইদৰে বহুদিন দেহাত্মবোধত আবদ্ধ জীৱে যদিও ভগৱতীৰ কৃপাত সূক্ষ্ম তত্ত্বসমূহৰ সন্ধান পায় তথাপি তাত সি বেছি সময় থাকিব নোৱাৰে। চিৰ-চঞ্চল, চিৰ-মলিন জীৱে বুদ্ধিময় ক্ষেত্ৰৰ সেই বিশালতা, সেই নিৰ্মলতা, সেই উদাসীন ভাৱ, সেই বজ্ৰবৎ কঠোৰতা অধিকক্ষণ সহ্য কৰিব নোৱাৰে। আকৌ দেহাদি বিষয়ক স্মৃতি উদ্‌বোধিত হ'বলৈ ধৰে।

মেধস্ আশ্ৰমত অৱস্থান কৰাৰ সময়ত সুৰথে প্ৰাৰব্ধ সংস্কাৰবশতঃ দেহাদিৰ প্ৰতি প্ৰবল মমত্ব বুদ্ধিৰ আকৰ্ষণত বাধ্য হৈ যিবিলাক চিন্তাৰ দ্বাৰা উৎপীড়িত হৈছিল সেই চিন্তাবোৰ এই চাৰিটি মন্ত্ৰৰ দ্বাৰা পৰিব্যক্ত হৈছে—(১) মৎ পূৰ্বৈঃ পালিতং পূৰ্বং, (২) ময়া হীনং পুৰং হি তৎ (৩) মদ্‌ভৃত্যৈস্তৈৰসদ্বৃত্তৈঃ (৪) ধৰ্মতঃ পাল্যতে ন বা। সকলো মানুহে তেনে ধৰণে চিন্তা কৰা স্বাভাৱিক।

নিৰ্মল বুদ্ধি জ্যোতিত অৱস্থানৰ সময়ত অপেক্ষাকৃত কিছু দীৰ্ঘকাল হ'লেই সৰ্বপ্ৰথমে পুৰবিষয়ক চিন্তা হয়। পুৰ শব্দৰ অৰ্থ দেহ। এই নৱদ্বাৰ-বিশিষ্ট পুৰত জীৱাত্মা অৱস্থান কৰা কাৰণে জীৱাত্মাক পুৰুষ বোলে। জীৱাত্মা এই দেহপুৰ পৰিত্যাগ কৰি বুদ্ধিময় ক্ষেত্ৰত উপস্থিত হৈছে। প্ৰশান্ত উদাৰ বুদ্ধিজ্যোতি দৰ্শন কৰি সকলো প্ৰকাৰ সংকোচ কিছুকালৰ বাবে দূৰীভূত হৈছে; কিন্তু বহু জন্ম-সঞ্চিত দেহাদিৰ প্ৰতি মমত্ববোধ বিদূৰিত হোৱা নাই। যিমানদিনলৈকে চণ্ডীতত্ত্ব হৃদয়ত সম্যকভাৱে উদ্ভাসিত নহয় যিমানদিনলৈকে শুম্ভবধ পৰিসমাপ্ত নহয়—যিমানদিন ত্ৰিবিধ কৰ্মফল (সঞ্চিত কৰ্মফল, ভবিষ্যত কৰ্মফল আৰু প্ৰাৰব্ধ কৰ্মফল—আবদ্ধ, অনাবদ্ধ আৰু প্ৰাৰব্ধ কৰ্মফল) সমূলে বিধ্বস্ত নহয়, তেতিয়ালৈকে মমতাৰ উচ্ছেদ সম্পূৰ্ণ নহয়। যিমানদিন

দেহ আছে সিমানদিন মমতা নিশ্চয় আছে—বুজিব লাগিব। জীৱৰ যেতিয়া এই মমতাৰ প্ৰতি দোষ দৰ্শন উপস্থিত হয়, তেতিয়াই বুজিব পৰা যায় যে মমতাৰ মূল বিধ্বস্ত হ'ব। মানুহে যেতিয়া নিজৰ দোষ নিজে ঠিক ধৰিব পাৰে, তেতিয়াই বুজা যায় যে তাৰ দোষ সংশোধনৰ উপযুক্ত সময় উপস্থিত হৈছে।

জীৱ বুদ্ধিযোগৰ অব্যৰ্থ ফল অনুসাৰে দেহৰপৰা আত্মবোধ উপসংহৃত কৰি বুদ্ধিত বিন্যস্ত কৰিও দেহাদি বিষয়ক স্মৃতিৰ দ্বাৰা বিব্ৰত হয়। সেয়েহে সুৰথে মেধস্ আশ্ৰমত অৱস্থান কৰিও চিন্তা কৰিব ধৰিছে—মৎপূৰ্বৈঃ পালিতং পূৰ্বং ময়া হীনং পুৰং হি তৎ। বুদ্ধিময় ক্ষেত্ৰত আৰোহণ কৰিও জীৱে অনাদি জন্ম সঞ্চিত মমতাত বাধ্য হৈ অতি যত্নেৰে প্ৰতিপালিত দেহৰ প্ৰতি আকৃষ্ট হৈ থাকে আৰু সেই অৱস্থাত কিছুকালৰ বাবে দেহৰপৰা আত্মবোধ বিলুপ্তপ্ৰায় হয় বুলি ভাবে। 'ময়া হীনং পুৰং হি তৎ'—মই সেই দেহ-পুৰ পৰিত্যাগ কৰিলোঁ। মোৰ অসদ্বৃত্ত ইন্দ্ৰিয়সমূহে এতিয়া মোৰ দ্বাৰা পৰিত্যক্ত দেহপুৰক যথাৰীতি প্ৰতিপালন কৰিব ধৰিছে নে নাই? ইন্দ্ৰিয়সমূহে ৰূপ-ৰস আদি বিষয়সমূহ বৈ লৈ আহি প্ৰতি মুহূৰ্তত্তে দেহৰ পুষ্টি সাধন কৰে। আমাৰ চকু-কাণ আদি ইন্দ্ৰিয়বোৰ যে প্ৰতি মুহূৰ্ততে বিষয়ৰপৰা বিষয়ান্তৰত বিচৰণ কৰে, তাতে আমাৰ অসৎ ভাৱ পৰিপুষ্ট হয়। বিষয়সমূহ অসৎ। যেতিয়ালৈকে আমাৰ ইন্দ্ৰিয়বোৰে বিষয়ক বিষয়মাত্ৰ বোধে গ্ৰহণ কৰে তেতিয়ালৈকে এই দেহ ধৰ্মানুসাৰে প্ৰতিপালিত নহয়।

এই ৰূপে বিষয়-মুগ্ধ ইন্দ্ৰিয়ৰূপী ভৃত্যসকল অসদ্‌বৃত্ত। সিহঁতে ধৰ্মতঃ দেহৰ পৰিপোষণ নকৰে, প্ৰতি ক্ষণতেই অসদ্ ভাৱৰ পোষণ কৰে আৰু দেহ ধ্বংসৰ ফালে গতি কৰায়। বুদ্ধিতত্ত্বত আৰূঢ় জীৱই ইচ্ছা—মই যেনেকৈ সৎ বস্তুৰ সন্ধান পাই আনন্দিত হৈছোঁ, মোৰ ইন্দ্ৰিয়বিলাক তেনে হওক। অসদ্‌বৃত্ত হৈ কিয় থাকিব? সিহঁতে কিয় বিষয়ক বিষয় বুলি গ্ৰহণ কৰি থাকি মোৰ অতি প্ৰিয়তম ভোগায়তন ক্ষেত্ৰ দেহটোক অসদ্ ভাৱে পৰিপুষ্ট আৰু অপবিত্ৰ কৰিব? 'সৎ'ৰ সন্ধান পালেই—এইবোৰ চিন্তা জীৱৰ মানস ক্ষেত্ৰত স্বভাৱতঃ উদয় হয়।

**ন জানে স প্ৰধানো মে শূৰহস্তী সদামদঃ।**
**মম বৈৰিবশং যাতঃ কান্ ভোগানুপলপ্স্যতে।। ১২।।**

**অন্বয় ঃ** মে সঃ প্ৰধানঃ সদামদঃ শূৰ-হস্তী মম বৈৰিবশং যাতঃ কান্ ভোগান্ উপলপ্স্যতে (ইতি) ন জানে।

**অনুবাদ ঃ** মোৰ সেই প্ৰসিদ্ধ সৰ্বপ্ৰধান মদস্ৰাৱী (সৰ্বদা গৰ্বিত) মহাবল (অতি বিক্ৰমশালী) হাতীটো এতিয়া মোৰ শত্ৰুৰ বশতাপন্ন হৈ কিৰূপ ভোগ্যবস্তু লাভ কৰিব সেইটো মই নাজানোঁ। ১২।।

**ব্যাখ্যা ঃ** দেহ-বিষয়ক চিন্তাৰ লগে লগে 'অহং' বৃত্তি বিষয়ক চিন্তা উপস্থিত হয়। অভিমান সকলো বৃত্তিৰ প্ৰধান কাৰণ, অভিমান নাথাকিলে দেহ নাথাকে। আমি

সৰ্বদাই 'মই দেহী' এইৰূপ অভিমান কৰি থাকোঁ বুলি দেহটি ক্ৰিয়াশীল হৈ থাকে। যি মুহূৰ্ততে এই দেহাভিমান ৰুদ্ধ (একেবাৰে লোপ নাপায়) সেই মুহূৰ্ততে দেহ নিশ্চল হয়। এই কাৰণে অহংকাৰৰ প্ৰাধান্য, সেইবাবে মন্ত্ৰত 'প্ৰধান' বোলা হৈছে। তাৰ পিছত এই দেহাভিমান কেতিয়াও একেবাৰে বিদূৰিত নহয়, আপোন ভাৱতে মত্ত থাকে। এইদৰে সেই দেহাত্মবোধ সততে আনন্দ আৰু গৰ্ব অনুভৱ কৰে বুলি মন্ত্ৰত 'সদা-মদ' শব্দটো উক্ত হৈছে। এই দেহাভিমানক বলি দিয়া বা নিৰ্জিত কৰা বৰ দুৰূহ কাৰ্য; সেয়ে ইয়াক 'শূৰ' বুলি কোৱা হৈছে। এই অহংকাৰ অজ্ঞান মাথোন। সেইবাবে 'হস্তী' নামে অভিহিত হৈছে। হস্তী যেনেকৈ অমিত বলসম্পন্ন হৈও দুৰ্বল মানুহৰ দাসত্ব কৰে, নিজৰ বল কিমান বুজিব নোৱাৰে, সেইদৰে এই মই বা অহংও এদিন অমিত বলসম্পন্ন আছিল যিদিনা বিৰাট 'মই' ৰূপে, পৰমেশ্বৰ ৰূপে সৃষ্টি-স্থিতি-প্ৰলয়ৰ কৰ্তৃত্ব লৈ আছিল—যিদিনা স্বাধীন ইচ্ছাত বহুত্বলীলাৰ অভিলাষ কৰিছিল। সেই মহান 'মই' আজি অতি ক্ষুদ্ৰ অকিঞ্চিৎকৰ, মাংসপিণ্ডময় দেহমাত্ৰত আবদ্ধ হৈ সমস্ত বল, সমস্ত শক্তি পাহৰি গৈছে। দেহৰ দাসত্ব—বিষয়ৰ সেৱা কৰি পৰিতৃপ্ত আছে। সেইবাবে ইয়াক 'হস্তী-মূৰ্খ' বুলি কোৱা হৈছে।

জীৱ বুদ্ধিময় ক্ষেত্ৰত উপস্থিত হ'লেও বা তাত অৱস্থান কৰিলেও প্ৰথম প্ৰথম এইৰূপ দেহাভিমান বিষয়ক চিন্তাৰ দ্বাৰা আকৃষ্ট হৈ পৰে। বহুজন্মৰ সংস্কাৰ সহজে যাব নোখোজে। এনে স্থূলত জীৱৰ প্ৰধান চিন্তা সেই হাতীটোৰ কাৰণে—হাতীৰ ভোগৰ কাৰণে—'কান্ ভোগানুপলপ্স্যাতে'; কাৰণ জীৱে জানে—এই 'অহং'ৰ ভোগ বৰ বেছি; কিছুতেই ইয়াৰ ভোগ নিবৃত্তি নহয়। সমুখত দেখিলে—অতি উচ্চ ৰাজ অট্টালিকা; আৰু সেই 'শূৰহস্তী'য়ে কৈ উঠিল যে সেইটো লাগে। হয়তো সেই ক্ষুধা নিবৃত্তিৰ বাবে দহবাৰ জন্ম-মৃত্যুৰ যন্ত্ৰণা সহ্য কৰিবলগা হ'ল। এইদৰে স্বৰ্গসুখ, অণিমাদি অষ্ট সিদ্ধি, কাম-কাঞ্চন, যশ প্ৰতিষ্ঠা ইত্যাদি কিমান যে সেই শূৰ হস্তীৰ খাদ্য আছে। এই সৰ্বগ্ৰাসী 'মইটোক' আৰু নালাগে—এই কথা স্বীকাৰ কৰোৱা বৰ সহজ কথা নহয়। যিমানদিন ঈশ্বৰৰ চিদ্‌ঘন মোহন অনিন্দ্য-সুন্দৰ মূৰ্তিটো দেখিবলৈ নাপায়, যিমানদিন সেই স্নেহময়ী মাতৃ মূৰ্তিৰ দৃষ্টিগোচৰ নহয়, সিমানদিন কিছুতেই এই ক্ষুধাৰ নিবৃত্তি নহয়। 'যাং লব্ধা চাপৰং লাভং মন্যতে নাধিকং ততঃ'—যাক পালে আৰু একো পাবৰ ইচ্ছা নাথাকে, একমাত্ৰ তেওঁকে দেখিবলৈ পালে ইয়াৰ ভোগৰ অৱসান হয়। এই হাতীটোৰ ভোগ নিষ্পন্ন কৰিবৰ কাৰণেই জীৱৰ যত কিছু আয়োজন—যত কিছু উৎপীড়ন। সেয়েহে বুদ্ধিময় ক্ষেত্ৰত আৰোহণ কৰিও এই হাতীটোৰ ভোগ সম্পন্ন হ'ল নে নাই এই চিন্তাৰ দ্বাৰা জীৱ আকুল হয়।

**যে মমানুগতা নিত্যং প্ৰসাদধনভোজনৈঃ।**
**অনুবৃত্তিং ধ্ৰুবং তেঽদ্য কুৰ্বন্ত্যন্য মহীভৃতাম্।। ১৩।।**

**অন্বয় ঃ** যে প্ৰসাদ-ধন-ভোজনৈঃ নিত্যং মম অনুগতাঃ, তে অদ্য ধ্ৰুবং অন্য মহীভৃতাং অনুবৃত্তিং কুৰ্বন্তি।

প্ৰসাদ ধন ভোজনৈঃ = পাৰিতোষিক, বেতন, ভোজ-দ্ৰব্যাদি লাভত; অন্য মহীভৃতাং = আন আন ভূস্বামীসকলৰ; অনুবৃত্তিং = দাসত্ব, আনুগত্য।

**অনুবাদ ঃ** যিবিলাকে পূৰ্বে পাৰিতোষিক, বেতন আৰু ভোজ-দ্ৰব্যাদি পাই মোৰ অনুগত আছিল, এতিয়া সিহঁতে নিশ্চয় অন্য নৰপতিসকলৰ দাসত্ব কৰিব ধৰিছে। ১৩।।

**ব্যাখ্যা ঃ** (যে = যিবিলাকে, ইয়াত কৰ্মকাণ্ডবিলাকৰ কথা কৈছে।) দেহাভিমান বিষয়ক চিন্তাৰ লগে লগে কৰ্মকাণ্ড বিষয়ক চিন্তা উপস্থিত হয়। জ্ঞানৰ উন্মেষ হ'লেই কৰ্মকাণ্ডৰ প্ৰতি আসক্তিৰ মূল শিথিল হয়, অথচ বহুজন্ম সঞ্চিত সেই অনুৰাগ একেবাৰে দূৰীভূত নহয়। সেইবাবে উদাসীন বুদ্ধি-জ্যোতিত অৱস্থান কৰিও বৈধ কৰ্ম বিষযক চিত্ত-চাঞ্চল্য উপস্থিত হয়—প্ৰকাশ পায়।

প্ৰসাদ, ধন আৰু ভোজন এই তিনিটাৰ দ্বাৰা পৰিপুষ্ট হয় কাৰণে শাস্ত্ৰীয় আদেশবিলাক আমাৰ বিশেষ অনুগত বা অনুকূল। প্ৰসাদ শব্দৰ অৰ্থ চিত্তৰ প্ৰসন্নতা। ব্ৰত-নিয়ম, উপবাস, পূজা, হোম, জপ প্ৰভৃতি কৰ্মকাণ্ডৰ অনুষ্ঠানত এটা অসাধাৰণ চিত্ত-প্ৰসাদ লাভ হয়। কাম-কাঞ্চনৰ সেৱা কৰি জীৱে যি তৃপ্তি ভোগ কৰে তাতকৈ অলপ বিশিষ্ট তৃপ্তিৰ সন্ধান পায় বুলি মানুহে শাস্ত্ৰীয আদেশবিলাক যথাসাধ্য পালন কৰিবলৈ উদ্যত হয়। ধন শব্দৰ অৰ্থ—সিদ্ধিশক্তি প্ৰভৃতি মাতৃ-বিভূতি—ঐহিক উন্নতি, অনভিষ্টৰ অপ্ৰাপ্তি, পাৰত্ৰিক স্বৰ্গাদি সুখ কিম্বা মাতৃ-প্ৰীতি অথবা মুক্তি। ইয়াৰ এটা নহয় এটা কিবা ফল অৰ্থাৎ ধন লাভৰ আশা থাকে বুলি মানুহে বৈধ কৰ্মৰ অনুষ্ঠান কৰে। ভোজন শব্দৰ অৰ্থ মাতৃ-সঙ্গ ভোগ আৰু পঞ্চকোষৰ আহাৰ। প্ৰথম প্ৰথম বিশিষ্ট কৰ্মৰ সহায়ত মাতৃ-সম্ভোগৰ (ঈশ্বৰ সম্ভোগৰ) অভ্যাস কৰিব লাগে। যিমানদিন 'সৰ্বতঃ সংপ্লুতোদক' নহয়, যিমানদিন সৰ্বভাৱে সৰ্ববস্তুতে সৰ্বেশ্বৰী মূৰ্তিৰ দৰ্শন নহয়, যিমানদিন মাতৃ-কৰুণাৰ (ভগৱৎ কৰুণাৰ) মহাসাগৰত পূৰ্ণভাৱে অৱগাহন কৰিব পৰা নাযায়, সিমানদিনলৈকে বিশেষ বিশেষ কৰ্মৰ অনুষ্ঠান (কুৱা-পুখুৰী আদি খন্দাৰ নিচিনা) কৰিব লাগিব আৰু সেইবাবে আমাৰ পূৰ্ববৰ্তী আচাৰ্যসকলে মাহে মাহে নানাপ্ৰকাৰ পূজা-পাৰ্বণৰ ব্যৱস্থা কৰিছে। জ্ঞানে আৰু অজ্ঞানে ক্ৰিয়মান কৰ্মসমূহৰ দ্বাৰা দেহ, মন, জ্ঞান আৰু আনন্দ পৰিপুষ্ট হয়। শাস্ত্ৰীয় আদেশবিলাক যথাশক্তি প্ৰতিপালন কৰিলে স্বাস্থ্য অক্ষুন্ন থাকে আৰু দীৰ্ঘায়ু হোৱা যায়। এয়ে অন্নময় আৰু প্ৰাণময় কোষৰ আহাৰ। এইবিলাক কৰ্মই মানসিক প্ৰসন্নতা আৰু স্থৈৰ্যৰ বিশেষ অনুকূল হয় আৰু চিন্তাশক্তিৰ সহায়তা কৰে আৰু সেইবাবে জ্ঞান লাভৰ পথ উন্মুক্ত কৰে। যি পৰিমাণে জ্ঞান লাভ হয়, সেই পৰিমাণে আনন্দ আৰু শান্তিৰ সন্ধান পোৱা যায়।

শাস্ত্ৰীয় কৰ্মবিলাকৰ প্ৰৱৰ্তক বেদ। বেদ অপৌৰুষেয়। ই ভ্ৰম-প্ৰমাদ শূন্য ঋষিবিলাকৰ আত্ম-সংবেদনৰপৰা সঞ্জাত; গতিকে কৰ্মকাণ্ড নিষ্ফল বা অল্প ফলপ্ৰদ বুলি কোৱাটো অজ্ঞতাৰ পৰিচায়ক। পিছে এনে এটি দিন জীৱনত উপস্থিত হয়,

যেতিয়া আৰু কৰ্মকাণ্ডৰ কোনো প্ৰয়োজনীয়তা নাথাকে। তেতিয়াও কোনো কোনোজনে লোক-শিক্ষাৰ কাৰণে কৰ্মৰ অনুষ্ঠান কৰে; আকৌ কিছুমানে পৰিত্যাগ কৰে। সেই অৱস্থাত ভেকুলীৰ পোনাৰ নেজ আপুনি খঁহি যোৱাৰ নিচিনাকৈ কৰ্ম খঁহি যায়। কিন্তু সেই পুচ্ছ-স্খলনৰ পূৰ্বে যদি তাক কোনোবাই ছিঙি দিয়ে তেন্তে সেই ভেকুলী-পোনাৰ মৃত্যু অনিবাৰ্য। আমাৰ বেদোক্ত কৰ্ম-কাণ্ডবোৰ ইমান মধুৰ আৰু ইমান আনন্দপ্ৰদ যে কৰ্মকাণ্ডৰ অনুষ্ঠাতাৰ কথাই নাই, দৰ্শকসকলৰ মনো বিপুল আনন্দত আৰু সাত্বিক ভাৱত আপ্লুত হৈ পৰে।

বৈধ কৰ্মবিলাক যিমানদিনলৈকে জ্ঞানময় হৈ নুঠে আৰু জ্ঞান যিমানদিন ভক্তিময় হৈ নুঠে সিমানদিন সেই কৰ্মবোৰে সাধকক চৰিতাৰ্থ কৰিব নোৱাৰে। কৰ্মৰ প্ৰত্যেক অঙ্গ—ভগবদ্ময় কৰি ল'ব পাৰিলেহে কৰ্ম সাৰ্থক হয়। "ব্ৰহ্মাৰ্পণং ব্ৰহ্মহবিঃ ব্ৰহ্মাগ্নৌ ব্ৰহ্মণাহুতং" এনে ভাৱৰ দ্বাৰা কৰ্মৰ অনুষ্ঠান কৰিব লাগে। কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান আৰু অপাদান—সকলোটি কাৰকেই ব্ৰহ্ম। কৰ্ম অজ্ঞান নহয়। জ্ঞান আৰু কৰ্ম একেই বস্তু। কৰ্ম জ্ঞানৰ ঘনীভূত বিকাশ মাথোন। যেতিয়া কৰ্মৰ সকলো উপচাৰ, যজ্ঞৰ কৰ্তা, যজ্ঞৰ অগ্নি, যজ্ঞৰ হবি, যজ্ঞত আহুতি দান সকলো উপচাৰেই, পূজাৰ ফুল-চন্দন-বেলপাত-নৈবেদ্য আদি সকলো উপচাৰেই ব্ৰহ্মৰ ৰূপ মাথোন। এই জ্ঞান যেতিয়া কৰ্ম-কৰ্তাৰ উদয় হয় তেতিয়া ব্ৰহ্মাৰ্পনং মন্ত্ৰটো সিদ্ধ হয়, চৈতন্যময় হয়, তেতিয়া কি হয়? 'ব্ৰহ্মৈব তেন গন্তব্যম্'—সাধক ব্ৰহ্মত উপনীত হ'ব পাৰিব, জীৱত্বৰ অব্যয় গ্ৰন্থি ছিন্ন হ'ব, যিমানদিনলৈকে কৰ্মৰ মাজত এই শাশ্বত জ্ঞান দেখা পোৱা নাযায়, সিমানদিন কৰ্মই কেৱল পাৰ্থিৱ ভাৱৰেই আনুগত্য কৰে।

মহীভৃৎ শব্দৰ অৰ্থ—ক্ষিতিতত্ত্ব পোষণকাৰী স্থূলাভিমানী ইন্দ্ৰিয় বৃত্তিবিলাক, বৈধ কৰ্মসমূহে মাত্ৰ স্থূল পাৰ্থিৱ ভাৱবোৰৰহে সেৱা কৰে—আনুগত্য কৰে। প্ৰথমতে জীৱে কৰ্মকাণ্ডৰ এই দোষ উপলব্ধি কৰিব নোৱাৰে। মনে মনে ভাৱে যে ঠিকেই হৈছে। সন্ধ্যা বন্দন যি কৰা হয়, ঠিকমতেই কৰি আছোঁ, কিন্তু তেতিয়া বুজিব নোৱাৰো যে সি কেৱল পাৰ্থিৱ ভাৱৰেই পৰিপুষ্টি সাধন কৰিছে। মন আৰু ইন্দ্ৰিয়ৰ সেৱাৰ বাবেই অনুষ্ঠিত হ'ব ধৰিছে। এবাৰ চৈতন্যৰ সন্ধান পালে, প্ৰজ্ঞাৰ অৰুণমান আলোক-ৰেখা দৃষ্টিগোচৰ হ'লে কৰ্মৰ এই দোষ পৰিলক্ষিত হয়। তেতিয়া জীৱে কৰ্মকাণ্ডৰ এই স্থূলাভিমুখী দোষ দেখি নিতান্ত চঞ্চল হৈ পৰে আৰু কেনেকৈ এই কৰ্মবিলাক জ্ঞানময়, মধুময় আৰু আত্মানুসন্ধানী হ'ব পাৰে, তাৰ বাবে যত্ন কৰে।

সুৰথৰ শুভদিন সমাগত; সেইবাবে কৰ্মৰ দোষৰ অংশত দৃষ্টি পৰিছে। কৰ্মবিলাকে অন্য মহীপালসকলৰ সেৱা কৰিছে; নিজৰ আত্মাৰ বা জ্ঞানৰ, অৰ্থাৎ সচ্চিদানন্দৰ সেৱাতো কৰা নাই! কৰ্মৰ যি লক্ষ্য, কৰ্মকৰী মধু—সেই সকলো যে অন্য উদ্দেশ্যত পৰিব্যয়িত হ'ব ধৰিছে। এই পৰ্যন্ত কৰ্মবিলাক জ্ঞানময় হোৱা নাই। যি আত্মজ্ঞান লাভ জীৱৰ চৰম আৰু পৰম উদ্দেশ্য সেই উদ্দেশ্য সাধনৰ বাবে বৈধ

কৰ্মসমূহ অনুষ্ঠিত হোৱা নাই। যাক লক্ষ্য কৰি, যাৰ প্ৰেমত আসক্ত হৈ কৰ্ম কৰিব লাগে, তেওঁৰ সন্ধান পোৱাই নাই। এতিয়া মেধস্ আশ্ৰমত (বুদ্ধিময় ক্ষেত্ৰত) উপস্থিত হৈ সুৰথৰ এইবোৰ কথা ভাবিবৰ সময় উপস্থিত হৈছে। ১৪।।

**অসম্যগ্ ব্যয়শীলৈস্তৈঃ কুৰ্বদ্ভিঃ সততং ব্যয়ম্।**
**সঞ্চিতঃ সোঽতিদুঃখেন ক্ষয়ং কোষো গমিষ্যতি।। ১৪।।**

**অন্বয় ঃ** অসম্যক্ ব্যয়শীলৈঃ সততং ব্যয়ম্ কুৰ্বদ্ভিঃ অতি দুঃখেন (ময়া) সঞ্চিতঃ স কোষঃ ক্ষয়ং গমিষ্যতি।

**অনুবাদ ঃ** যি ধনৰাশি মই অতি দুখে সঞ্চয় কৰিছিলোঁ, সেই ধন মোৰ সেই অমিতব্যয়ী অমাত্যসকলৰ অনিয়মিত ব্যয়ৰ দ্বাৰা শীঘ্ৰে ক্ষয় হ'ব। ১৪।।

**ব্যাখ্যা ঃ** বৈধ কৰ্মবিলাকৰ মাধ্যমত পৰমাৰ্থ চিন্তাৰ উদ্দেশ্যৰপৰা পথভ্ৰষ্ট হ'লে কৰ্ম জ্ঞানময় হোৱাৰ আশা নাথাকে। জীৱৰ জ্ঞানচক্ষু ধীৰে ধীৰেহে খুলিবলৈ ধৰে। যিবিলাক বৈধ কৰ্ম আৰু যিবিলাক ধৰ্মীয় কৰ্ম সেই সকলোবিলাক, আনকি সকলো কৰ্মই যেতিয়ালৈকে অহং বুদ্ধিত অনুষ্ঠিত হয়, তেতিয়ালৈকে সেই কৰ্মবিলাক জ্ঞানময় হৈ নুঠে। একমাত্ৰ জ্ঞানেই কৰ্মৰ আকাৰত প্ৰকাশ পাইছে, এই বোধ যেতিয়ালৈকে বিকাশপ্ৰাপ্ত নহয়, তেতিয়ালৈকে কৰ্মবোৰ অহং বুদ্ধিতে অনুষ্ঠিত হৈ থাকে। অহং বুদ্ধিত কৰ্ম অনুষ্ঠিত হ'লে প্ৰাণ ক্ষয় কৰিবই; কাৰণ জীৱ ক্ষয় পুৰুষ। ক্ষৰণ বা অপচয় জীৱৰ নিয়ত ধৰ্ম।

অতি দুঃখেন সঞ্চিতঃ—বহুজন্মৰ পাছত বহু সাধনাৰ বলত বহু দুখ-যন্ত্ৰণাৰ পাছত আমি মনুষ্যৰ প্ৰাণ আৰু দেহ লাভ কৰিছোঁ। বহু লক্ষ জন্ম-মৃত্যু প্ৰবাহ অতিক্ৰম কৰি, অগনিত ঘাত-প্ৰতিঘাত সহ্য কৰি এই প্ৰাণময় কোষ, অৰ্থাৎ মানৱ দেহটি গঠন কৰি ল'ব লগা হৈছে—সেই বিষয়ে বিন্দুমাত্ৰ সন্দেহ নাই। সেইবাবে সুৰথে কৈছে— সঞ্চিতঃ সঃ অতিদুঃখেন।

ক্ষয়ং কোষো গমিষ্যতি—প্ৰাণময় কোষৰ অযথা অপচয়। মাতৃগৰ্ভৰপৰা ভূমিষ্ঠ হোৱা দিনৰপৰা এই কোষৰ ক্ষয় আৰম্ভ হয় আৰু সম্পূৰ্ণ ক্ষয় হ'লেই মৃত্যু উপস্থিত হয়। কেৱল ইন্দ্ৰিয়বৃত্তিৰ সেৱাত, মনৰ আদেশ প্ৰতিপালনত যদি এই কোষৰ ক্ষয় হয়, তাতকৈ দুখৰ কথা আৰু কি আছে?

নৈষ্কৰ্ম অৱলম্বন কৰিও বা প্ৰাণায়াম কৰিও যেতিয়ালৈকে অক্ষৰ পুৰুষৰ সন্ধান পোৱা নাযায় তেতিয়ালৈকে এই ক্ষয় নিৰোধৰ কোনো উপায় নাই।

জীৱ যেতিয়া সৌভাগ্যবান হয়—সুৰথ হয়, তেতিয়াই নিজৰ দেহ-প্ৰাণ-মন-ইন্দ্ৰিয় প্ৰভৃতিৰ মাজত দিবা-ৰাত্ৰি কি ৰূপ ব্যাপাৰ সংঘটিত হ'ব ধৰিছে তাক লক্ষ্য কৰিবলৈ ধৰে। তেতিয়াই সি আত্মলাভৰ প্ৰতিকূল ঘটনাসমূহ প্ৰতিৰুদ্ধ কৰিবলৈ প্ৰয়াস পায়; কিন্তু দেখে যে মোৰ সবেই বিনাশমুখী, সকলো যায়, অতি যত্নেৰে পালিত

বৃত্তিবোৰ অসদ্‌বৃত্ত হৈছে। মন সৰ্বদাই পৰিচ্ছিন্ন বিষয়-সুখত মুগ্ধ। দেহপুৰ বিলুণ্ঠিত। প্ৰাণশক্তি ইন্দ্ৰিয় চৰিতাৰ্থত ক্ষয়প্ৰাপ্ত। শত্ৰু-মিত্ৰ উভয়েই প্ৰতিকূল। তেন্তে আৰু মোৰ কি আছে? কাক আশ্ৰয় কৰি আত্মাৰ অনুসন্ধান কৰিম?

যিবিলাক সাধকে ব্ৰহ্মচৰ্যৰ দ্বাৰা মন বিশুদ্ধ ৰাখিব পাৰিছে, প্ৰত্যাহাৰৰ দ্বাৰা ইন্দ্ৰিয় সংযম কৰিব পাৰিছে, প্ৰাণায়ামৰ দ্বাৰা প্ৰাণৰ অপচয় নিৰোধ কৰিছে— তেওঁলোকে ভগৱৎ শক্তিৰ সন্ধান, আত্মাৰ সন্ধান সহজেই পায়; কিন্তু যাৰ মনে বিচাৰে ভোগ, ইন্দ্ৰিয়ই বিচাৰে বিষয়, প্ৰাণে বিচাৰে দেহ—সেইলোকে ভগৱৎ শক্তিৰ সন্ধান কেনেকৈ পাব? একমাত্ৰ ভগৱৎ কৃপাৰ দ্বাৰাহে পাব পাৰে, যেতিয়া সুৰথৰ দৰে চিন্তান্বিত হ'ব পাৰে।

এই চাৰিটি শ্লোকত সুৰথৰ যিবিলাক চিন্তাৰ বিষয় সেইকেইটি হৈছে, প্ৰথম— দেহপুৰ বিষয়ক চিন্তা, দ্বিতীয়—দেহাভিমানৰ বিপুল ভোগ-বাসনা বিষয়ক চিন্তা, তৃতীয়—কৰ্মকাণ্ডৰ বহিৰ্মুখতা আৰু চতুৰ্থ—বহুকষ্টে সঞ্চিত প্ৰাণময় কোষৰ অযথা ক্ষয় বিষয়ক চিন্তা। যিবিলাকে বুদ্ধিময় ক্ষেত্ৰত উপনীত হোৱাৰ সৌভাগ্য লাভ কৰিছে, সেইবিলাক সাধকৰ পক্ষে এনেবোৰ চিন্তা একান্ত স্বাভাৱিক।

**এতচ্চান্যচ্চ সততং চিন্তয়ামাস পাৰ্থিবঃ।**
**তত্ৰ বিপ্ৰাশ্ৰমাভ্যাসে বৈশ্যমেকং দদৰ্শ সঃ।। ১৫।।**

সততং = বহুক্ষণ; আশ্ৰম-অভ্যাসে = আশ্ৰমৰ সমীপত।

**অন্বয় ঃ** সঃ পাৰ্থিবঃ এতৎ অন্যৎ চ সততং চিন্তয়ামাস, চ বিপ্ৰ, তত্ৰ আশ্ৰম-অভ্যাসে একং বৈশ্যং দদৰ্শ।

**অনুবাদ ঃ** হে বিপ্ৰ! সেই ৰজা (সুৰথে) বহুক্ষণ এইৰূপ আৰু নানাবিধ চিন্তা কৰি আছিল, এনেতে তাত আশ্ৰমৰ সমীপত এজন বৈশ্যক দেখিবলৈ পালে। ১৫।।

**ব্যাখ্যা ঃ** এইদৰে নানাবিধ চিন্তাৰ দ্বাৰা জীৱ যেতিয়া একান্ত ব্যাকুল হৈ পৰে— কি উপায়েনো দেহ আৰু ইন্দ্ৰিয়ৰ প্ৰতিকূলতাৰপৰা পৰিত্ৰাণ পাই অভয় মাতৃ-কোলাত চিৰদিনলৈ আশ্ৰয় ল'ব—এনে ধৰণৰ চিন্তাত অতিশয় উদ্বিগ্ন (উৎকণ্ঠিত) হৈ পৰে তেতিয়াই ভগৱতীয়ে এজন বৈশ্যৰ লগত সাক্ষাৎকাৰ ঘটাই দিয়ে। প্ৰবেশাৰ্থক বিশ্ ধাতুৰপৰা বৈশ্য শব্দ নিষ্পন্ন হৈছে। বুদ্ধিৰ ৰাজ্য অতিক্ৰম কৰি যি ব্যক্তি আত্ম-ৰাজ্যত—মাতৃৰ কোলাত প্ৰৱেশ কৰিবলৈ উদ্যত, তাকে বৈশ্য বোলে। প্ৰৱেশ ধৰ্মশীল ব্যক্তিয়েই বৈশ্য।

ইয়াত জাতি ৰহস্য সম্বন্ধে কিঞ্চিৎ আলোচনা নিতান্ত অপ্ৰাসঙ্গিক নহ'ব। আত্মাৰ জাতি নাই, দেহৰো জাতি নাই; দেহাত্মবোধ বিশিষ্ট জীৱৰ জাতি সৰ্বজন প্ৰসিদ্ধ। গুণ আৰু কৰ্মভেদে জাতিৰ ভেদ হয়। গুণ আৰু কৰ্ম অনাদি; সুতৰাং জাতিও অনাদি। ই মানুহে কৰা এটা সামাজিক শৃঙ্খলা বিধান নহয়। সূক্ষ্মদেহৰ বৰ্ণ-বৈচিত্ৰই বিভিন্ন জাতি বা বৰ্ণৰ প্ৰৱৰ্তক। সাধন জগতত অধিকাৰৰ স্তৰভেদে চাৰি বৰ্ণ

নিৰূপিত হৈছে। যিমানদিন জীৱে ভগৱানক আত্মভেদে বিশিষ্ট মূৰ্ত্তি বা ভাৱ অৱলম্বন কৰি সেৱা পৰিচৰ্যা আদি কৰি পৰিতৃপ্ত থাকে সিমানদিন সি শূদ্ৰ-স্তৰীয় সাধক; যেতিয়া জীৱে নিজাকে ভগৱানৰ অংশ বুলি বুজিব পাৰে আৰু অভীষ্ট ফল লাভৰ আশাত সৰ্বশক্তি সমন্বিত কোনো বিশিষ্ট মূৰ্তি বা ভাৱৰ সমীপস্থ হৈ, তাতে প্ৰৱেশ কৰিবলৈ উদ্যত হয়, তেতিয়া তেওঁক বৈশ্যস্তৰীয় সাধক বোলা যায়। যেতিয়া ভগৱানক একান্ত আত্মীয় বোধ কৰি জীৱত্ব মোচনৰ আকাঙ্ক্ষাত জীৱে সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিবলৈ সমৰ্থ হয়, তেতিয়া সি ক্ষত্ৰিয় স্তৰৰ সাধক আৰু যেতিয়া ব্ৰহ্মাক আত্মাৰূপে জানে, অৰ্থাৎ যেতিয়া চিন্ময়ী মহাশক্তিৰ চৰণত জীৱ-ভাৱৰ কৰ্তৃত্ব সম্যকভাৱে উছৰ্গা কৰি, নিত্যানন্দ ভোগ কৰি কৰি জগতৰ মঙ্গল বিধানত ৰত থাকে, তেনে জীৱ ব্ৰাহ্মণ।

শাৰীৰক ভাষ্যত শূদ্ৰ শব্দৰ অৰ্থ কৰিছে—শুচা দ্ৰৱতি ইতি শূদ্ৰঃ। যি ব্যক্তি শোক-দুখত অভিভূত হৈ পৰে তেৱেঁই শূদ্ৰ; যিবিলাকে এই শূদ্ৰত্ববপৰা বিমুক্ত হৈ আত্মৰাজ্যত প্ৰৱেশ কৰিবলৈ আৰম্ভ কৰে, তেওঁলোক বৈশ্য, যিবিলাকে আত্মলাভত, অৰ্থাৎ আত্মসমৰ্পণত উদ্যত, তেওঁলোক ক্ষত্ৰিয়। যিবিলাক আত্মলাভত কৃত-কৃতাৰ্থ তেওঁলোক ব্ৰাহ্মণ।

আধ্যাত্মিক জগতৰ এই তাৰতম্য আৰু বিভাগ অনুসাৰেই ব্যৱহাৰিক জগতত ব্ৰাহ্মণাদি বৰ্ণৰ বিভাগ হৈছে। একে মহান উদ্দেশ্য—একমাত্ৰ আনন্দময় পৰমাত্ম বস্তু লাভৰ উদ্দেশ্যে ধাৱমান এই বিৰাট জনসংঘৰ যিবিলাক সকলোৰে আগত তেওঁলোক ব্ৰাহ্মণ। তাৰ পাছত ক্ষত্ৰিয়, তাৰ পাছত বৈশ্য আৰু তাৰ পাছত শূদ্ৰ। ইয়াত বিদ্বেষ নাই, হিংসা নাই, পৰস্পৰ সহানুভূতি আছে। শূদ্ৰ বা বৈশ্য জাতিৰ কোনো লোকে ব্ৰাহ্মণোচিত গুণ অৰ্জন কৰিবলৈ সমৰ্থ হ'লেও এই জন্মতে ব্ৰাহ্মণ হোৱাৰ অভিলাষ কৰিলে সমাজ স্থিতিৰ বিশৃঙ্খলা হোৱাৰ নিশ্চিত সম্ভাৱনা জানি গীতাত শ্ৰীকৃষ্ণই বৰ্ণসংকৰৰ অনিষ্টকাৰিতা বিশেষভাৱে উল্লেখ কৰিছে। যি ব্যক্তি যিভাৱে যি কাৰ্যত নিযুক্ত আছে সেই কাৰ্যৰ মাধ্যমতে ভগবানৰ শৰণাপন্ন হোৱা উচিত। ১৬

**স স্পৃষ্টস্তেন কস্ত্বং ভো হেতুশ্চা গমনেঽত্র কঃ।**
**স শোক ইব কস্মাত্ত্বং দুৰ্মনা ইব লক্ষ্যসে।। ১৬।।**

**অন্বয় ঃ** তেন সঃ পৃষ্টঃ-ভোঃ ত্বম্ কঃ? ত্বং কস্মাৎ স-শোকঃ ইব দুঃমনাঃ ইব লক্ষ্যসে।

প্ৰিয়বস্তু বা ব্যক্তিৰ বিয়োগত হোৱা দুখ = শোক; দুখৰ কাৰণে চিত্তৰ হোৱা অৱসাদ = দৌৰ্মনস্য।

**অনুবাদ ঃ ৰজাই বৈশ্যক সুধিলে—আপুনি কোন? ইয়ালৈ অহাৰ প্ৰয়োজন কি? কিয় বা আপোনাক শোকাকুল আৰু দুৰ্মনা যেন দেখা গৈছে? ১৬।।**

**ব্যাখ্যা ঃ বুদ্ধিময় ক্ষেত্ৰত পুনঃ পুনঃ কিছুদিন যাতায়াত কৰাৰ পাছত ধীৰে**

ধীৰে এটা তন্ময়তা আহে। প্ৰাণ-প্ৰিয় বুদ্ধি-জ্যোতিৰ ওপৰত আত্ম-প্ৰতিবিম্বৰ অলপ অলপ আভাস পাই তাতে ক্ষন্তেকৰ কাৰণে সাধকৰ মুগ্ধতা উপস্থিত হয়, এই মুগ্ধ ভাৱৰপৰাই অলপ অলপ তন্ময়তা আহে। তেতিয়া এই তন্ময়তাৰ স্বৰূপ কি তাকে জানিবৰ বাবে সাধক আগ্ৰহান্বিত হয়। যি তন্ময়তা লাভৰ কাৰণে সাধকবিলাক কত প্ৰকাৰ যৌগিক কৌশল অৱলম্বন কৰিও, কঠোৰ অধ্যৱসায় প্ৰয়োগ কৰিও বিফল মনোৰথ হয়। সেই তন্ময়তা যে স্বয়ং অনাহূতভাৱে উপস্থিত হয় জীৱে প্ৰথমে সেইটো ধাৰণাই কৰিব নোৱাৰে। সেইবাবে তাৰ পৰিচয় জানিবৰ বাবে আগ্ৰহ কৰে। সেই অৱস্থাটো পৰম আনন্দপ্ৰদ হ'লেও তেতিয়ালৈকে বিষয়-মালিন্য আৰু জীৱ-ভাৱীয় পৰিচ্ছিন্নতা থাকে। সেইকাৰণে মন্ত্ৰত বৈশ্যক সশোক আৰু দুৰ্মনা বুলি কোৱা হৈছে। অন্ততঃ সুৰথৰ ওচৰত বৈশ্য সেইদৰে প্ৰতীয়মান হৈছিল। সুৰথৰ প্ৰথম কথাখিনি আগন্তুকৰ প্ৰতি প্ৰণয় ভাৱৰ সূচনা কৰিছে। এই বৈশ্য যে জীৱৰ অতি প্ৰিয় আৰু একান্ত বাঞ্ছিত—সেইটো ক্ৰমে ক্ৰমে প্ৰকাশ পাব।

**ইত্যাকৰ্ণ্য বচস্তস্য ভূপতেঃ প্ৰণয়োদিতম্।**
**প্ৰত্যুবাচ স তং বৈশ্যঃ প্ৰশ্ৰয়াবনতো নৃপম্।। ১৭।।**

**অন্বয় ঃ** সঃ বৈশ্যঃ ভূপতেঃ প্ৰণয়-উদিতম্ ইতি বচঃ আকৰ্ণ্য প্ৰশ্ৰয়-অৱনতঃ তৎ নৃপম্ প্ৰত্যুবাচ।

**অনুবাদ ঃ** সেই বৈশ্য ভূপতিৰ প্ৰণয় গৰ্ভ বাক্য শুনি বিনয়াবনত হৈ ৰজাক প্ৰত্যুত্তৰ দিলে। ১৭।।

**ব্যাখ্যা ঃ** আগন্তুকৰ পৰিচয় জানিবৰ চেষ্টা হ'লেই জীৱে বুজিব পাৰে যে এই অৱস্থাটো কি? কাৰণ ভগৱতীয়ে নিজেই জীৱৰ সকলো সংশয় দূৰ কৰি দিয়ে। প্ৰথমে যেতিয়া তন্ময়তা উপস্থিত হয়, তেতিয়া জীৱে ইয়াৰ প্ৰকৃত স্বৰূপ কি নাজানে; অথচ সেই অৱস্থা অতি সুখদায়ক বুলি পুনঃ পুনঃ তাৰ সঙ্গলাভৰ বাসনা হয়। প্ৰথম দৰ্শনতে এটা পৰমাত্মীয় ভাৱ হৃদয়ত ফুটি উঠে। সাধকৰ এই প্ৰণয়-বচনৰ ভাৱৰ উদ্বেলনবশতঃ আগন্তুকে অসংকুচিতভাৱে নিজৰ পৰিচয় দিয়ে।

**বৈশ্য উবাচ।**
**সমাৰ্ধিনাম বৈশ্যোঽহমুৎপন্নো ধনিনাং কুলে।**
**পুত্ৰদাৰৈৰ্নিৰস্তশ্চ ধনলোভাদসাধুভিঃ।। ১৮।।**

**অন্বয় ঃ** বৈশ্যঃ উবাচ—অহম্ সমাধিঃ নাম বৈশ্যঃ চ ধনিনাং কুলে উৎপন্নঃ। ধনলোভাৎ অসাধুভিঃ পুত্ৰদাৰৈঃ নিৰস্তঃ (পৰিত্যক্তঃ)।

**অনুবাদ ঃ** বৈশ্যই উত্তৰ দিলে—মই সমাধি নামে বৈশ্য, ধনীৰ কুলত মোৰ জন্ম। মোৰ অসাধু স্ত্ৰী-পুত্ৰসকলে ধনৰ লোভত মোক পৰিত্যাগ কৰিছে। ১৮।।

**ব্যাখ্যা ঃ** বহুজন্ম সুকৃতিৰ ফলত জীৱে সমাধিৰ সন্ধান পায়। জাগ্ৰত, স্বপ্ন,

সুষুপ্তি—সাধাৰণ জীৱে এই তিনিওটা অৱস্থা সৰ্বদাই ভোগ কৰে। এই তিনিটাত বাদে আৰু এটি অৱস্থা আছে, তাৰ নাম তুৰীয় বা সমাধি। কোনো কোনো জীৱে কেতিয়াবাহে সমাধি অৱস্থাৰ সাক্ষাৎ লাভ কৰে। সমাধি অৱস্থাত জগৎ-জ্ঞান নাথাকে, অথচ আত্মসত্তাটো প্ৰবুদ্ধ থাকে। ইয়াকে 'জাগি টোপনি যোৱা' বোলে। জগৎ ভাৱত সম্পূৰ্ণ নিদ্ৰিত কিন্তু আত্ম-ভাৱত প্ৰবুদ্ধ। (স্বপ্ন অৱস্থাত মন, বুদ্ধি, চিত্ত, অহংকাৰ—এই অন্তঃকৰণ চতুষ্টয় ক্ৰিয়াশীল থাকে আৰু পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু পঞ্চ কৰ্মেন্দ্ৰিয় নিষ্ক্ৰিয় থাকে আৰু সুষুপ্তি অৱস্থাত এই চৈধ্যটি কৰণেই নিষ্ক্ৰিয় হয়। সুপ্ত অৱস্থাত আমি নিজকো পাহৰি যাওঁ—জগৎ-জ্ঞান নাথাকে।)

বুদ্ধিযোগৰ ফলত চৈতন্যময় মহাব্যোম মণ্ডলত অৱস্থান কৰিবৰ অভ্যস্ত হোৱাৰ পাছত সমাধি অৱস্থা আপোনা-আপুনি উপস্থিত হয়। এয়ে আত্মৰাজ্য আৰু মাতৃ-অঙ্ক লাভৰ প্ৰৱেশদ্বাৰ। সেইবাবে এওঁ বৈশ্য বা আত্মৰাজ্যত প্ৰথম প্ৰৱেশক বুলি পৰিচয় দিলে। ধনীৰ বংশতে এওঁৰ জন্ম। যিবিলাকে ভগৱতীৰ কৃপা লাভ কৰিছে, ভক্তি-ধনত ধনবান, যিবিলাকে সদ্ গুৰুৰ কৃপা পাই জ্ঞানবান হৈছে, যিবিলাকে সত্য প্ৰতিষ্ঠাৰ অসীম শক্তিত শক্তিমান হৈছে, যিবিলাকে বুদ্ধিযুক্ত কৰ্মফলত—চিন্ময় জ্যোতিৰূপ ধনত ধনবান হয়—সেই ধনীসকলৰ বংশতেই সমাধিৰ আবিৰ্ভাৱ হয়।

সমাধি—অষ্টাঙ্গ যোগৰ চৰম অঙ্গ। যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি—যোগশাস্ত্ৰত এই আঠোটাকে যোগাঙ্গ বুলি কোৱা হৈছে। এইবোৰ যে কেৱল ভগৱৎ লাভৰ কাৰণেহে মাথোন উপযোগী সেইটো নহয়, যোগব্যতীত জগতৰ কোনো কাৰ্যই নিষ্পন্ন হ'ব নোৱাৰে। যোগ শব্দৰ অৰ্থ মিলন। ইন্দ্ৰিয়ৰ লগত বিষয়ৰ মিলনেই হওক, মনৰ লগত বুদ্ধিৰ মিলনেই হওক, বুদ্ধিৰ সহিত আত্মাৰ মিলনেই হওক, জীৱাত্মাৰ সহিত পৰমাত্মাৰ মিলনেই হওক, ভক্তৰ সহিত ভগৱানৰ মিলনেই হওক নাইবা মাতৃৰ সহিত পুত্ৰৰ মিলন—সকলো প্ৰকাৰ মিলনেই যোগ শব্দবাচ্য। এই মিলন বা যোগ আগতে কৈ অহা যম, নিয়ম আদি অষ্টাঙ্গৰ সমষ্টি মাত্ৰ। বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগৰ নাম কৰ্ম; সেইবাবে কৰ্ম মাত্ৰেই যোগ আৰু জীৱ মাত্ৰেই যোগী। এটা উদাহৰণ লোৱা যাওক—ভোজন কৰ্ম। ভোজনৰ সময়ত চিত্তক আন আন কৰ্মৰপৰা, কথঞ্চিৎ সংযত কৰিব লাগে—এয়ে যম। ভোজনৰ পূৰ্বে হাত-ভৰি ধোৱা, অন্নাদিৰ যথাস্থানত সংস্থাপন ইত্যাদি ধৰণে কিছুমান নিয়ম পালন কৰিব লাগে—এয়ে নিয়ম। ভোজনৰ বাবে যথাৰীতি উপবেশন কৰিব লাগে—এয়ে আসন। আহাৰৰ সময়ত স্বাভাৱিক শ্বাস-প্ৰশ্বাসৰ তাৰতম্য সদায় উপলব্ধি কৰা যায়—ই নিত্য সিদ্ধ, এয়ে প্ৰাণায়াম। ইন্দ্ৰিয় বৃত্তিবোৰক অন্যান্য কাৰ্যৰপৰা প্ৰত্যাহাৰ কৰি আনি আহাৰৰূপ অভীষ্ট কাৰ্যত বিনিয়োগ কৰাই হৈছে—প্ৰত্যাহাৰ। ভোজনৰ সময়ত ক্ষুধা-নিবৃত্তি আৰু তৃপ্তিৰ ধাৰণা থাকে—সেয়ে ধাৰণা। এইৰূপে ভোজনৰ বিষয়ে কিছু ধ্যান বা চিন্তা স্বাভাৱিক আৰু সেই ধ্যান চিন্তাৰ বাবে

অতি অল্প ক্ষণস্থায়ী সমাধি হয়। এইদৰে সৰ্বত্ৰ আমাৰ সমস্ত কাৰ্যৰ ভিতৰেদি আমাৰ অজ্ঞাতসাৰে এই অষ্টাঙ্গ যোগ সাধিত হয়।

সমাধিব্যতীত কোনো কাৰ্যই নিষ্পন্ন হ'ব নোৱাৰে। মন যেতিয়া বুদ্ধিত বা নিশ্চয়াত্মিকা বুদ্ধিত সমাহিত বা সম্যকভাৱে স্থাপিত হয় তেতিয়াই সমাধি হয়।

এই প্ৰসঙ্গত জাতি ৰহস্য সম্বন্ধে কিঞ্চিৎ আলোচনা অপ্ৰাসঙ্গিক নহ'ব। আত্মাৰ জাতি নাই, দেহৰো জাতি নাই, কিন্তু দেহ আৰু আত্মাৰ বোধ থকা জীৱৰ জাতি সৰ্বজন প্ৰসিদ্ধ। গুণ (সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনি গুণ) আৰু কৰ্মভেদে জাতিৰ ভেদ হয়। গুণ আৰু কৰ্ম অনাদি; সেইবাবে জাতিও অনাদি। ই মানুহে কৰা এটা সামাজিক বিধান নহয়। সূক্ষ্মদেহৰ বৰ্ণ-বৈচিত্ৰই বিভিন্ন জাতি বা বৰ্ণৰ প্ৰৱৰ্তক। সাধন জগতত অধিকাৰৰ স্তৰভেদে চাৰিবৰ্ণ নিৰূপিত হৈছে। জীৱাত্মা আৰু পৰমাত্মাৰ ভেদ যিমানদিন সাধকৰ ভাৱ-ৰাজ্যত থাকে, সিমানদিন জীৱে কোনো এটি বিশিষ্ট মূৰ্তি বা ভাৱক আশ্ৰয় কৰি সেৱা-পৰিচৰ্যাদি কৰি তৃপ্ত থাকে। সিমানদিন তেওঁ শূদ্ৰ-স্তৰীয় সাধক; যেতিয়া জীৱে নিজক ভগৱানৰ অংশ বুলি বুজিব পাৰে আৰু নানাবিধ অভীষ্ট ফল লাভৰ আশাত সৰ্বশক্তিময় কোনো বিশিষ্ট মূৰ্তি বা ভাৱৰ সমীপস্থ হৈ, তাত প্ৰৱেশ কৰিবলৈ উদ্যত হয়, তেতিয়া তেওঁ বৈশ্যস্তৰীয় সাধক। যেতিয়া জীৱে নিজক ভগৱানৰ লগত একান্ত আত্মীয়বোধত উদ্বুদ্ধ হয় তেতিয়া নিজৰ জীৱত্ব বিসৰ্জন দি পৰিত্ৰাণ লাভৰ বাবে সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিবলৈ সমৰ্থ হয়, তেতিয়া তেওঁ ক্ষত্ৰিয় স্তৰৰ সাধক। আৰু যিবিলাকে ব্ৰহ্মক আত্মাৰূপে জানে, অৰ্থাৎ চিন্ময়ী মহাশক্তিৰ চৰণত জীৱ-ভাৱৰ কৰ্তৃত্ব সম্যকভাৱে উৎসৰ্গ কৰি নিত্যানন্দ ভোগ কৰি কৰি জগতৰ মঙ্গল বিধানত নিৰত থাকে তেওঁলোকেই ব্ৰাহ্মণ।

শাৰীৰক ভাষ্যত শূদ্ৰ শব্দৰ অৰ্থ এইদৰে কৰিছে—'শুচা দ্ৰৱতি ইতি শূদ্ৰঃ'। যি ব্যক্তিয়ে শোক-দুখত অভিভূত হৈ পৰে তেৱেঁই শূদ্ৰ; যিবিলাকে এই শূদ্ৰত্বৰপৰা বিমুক্ত হৈ আত্ম-ৰাজ্যত প্ৰৱেশ কৰিব আৰম্ভ কৰে, তেওঁলোকেই বৈশ্য। বেদ-শাস্ত্ৰত বা মাতৃ-সম্বেদনত প্ৰথম প্ৰবিষ্ট সাধকসকলেই বৈশ্য জাতি। যিবিলাক আত্মলাভত, অৰ্থাৎ আত্মসমৰ্পণত উদ্যত—তেওঁলোকেই ক্ষত্ৰিয় জাতি। যিবিলাক আত্মলাভত কৃতকৃতাৰ্থ তেওঁলোকেই ব্ৰাহ্মণ। আধ্যাত্মিক জগতৰ এই তাৰতম্য আৰু বিভাগ অনুসাৰেই ব্যৱহাৰিক জগতত ব্ৰাহ্মণ আদি বৰ্ণৰ বিভাগ হৈছে। একে মহান উদ্দেশ্যত—একমাত্ৰ আনন্দময় পৰমাত্ম বস্তু লাভৰ উদ্দেশ্যত ধাবমান এই বিৰাট জন-সঙ্ঘৰ সকলোৰে অগ্ৰবৰ্তী যিসকল তেওঁলোকেই ব্ৰাহ্মণ, তাৰ পশ্চাদ্‌বৰ্তীসকল ক্ষত্ৰিয় আৰু ক্ৰমে বৈশ্য আৰু শূদ্ৰ নামে অভিহিত হয়। ইয়াত বিদ্বেষ নাই, হিংসা নাই, পৰস্পৰ সহানুভূতি আছে। যিবিলাকে শূদ্ৰ অথবা বৈশ্য জাতীয় হৈও ব্ৰাহ্মণোচিত গুণ অৰ্জন কৰিবলৈ সমৰ্থ হৈছে, তেওঁলোকে কিছুদিন পাছত (পৰজন্মত) নিশ্চয় ব্ৰাহ্মণ হৈ জন্মগ্ৰহণ কৰিব বুলি জানিও এই জন্মতে ব্ৰাহ্মণ হোৱাৰ অভিলাষৰ দ্বাৰা সমাজস্থিতিৰ যাতে বিশৃঙ্খলা উৎপাদন নকৰে সেয়ে ভগৱান শ্ৰীকৃষ্ণৰ অভিপ্ৰায় আছিল। সেইবাবে তেওঁ

গীতাত বৰ্ণ-সংকৰৰ অনিষ্টকাৰিতা বিশেষভাৱে উল্লেখ কৰিছে। যি ব্যক্তি, যি ভাৱত, যি কাৰ্যত নিযুক্ত আছে, সেই কাৰ্য নিন্দিতই হওক অথবা প্ৰশংসিতই হওক, যি যি অৱস্থাত আছে ঠিক তেনেকৈ থাকি ভগৱানৰ শৰণাপন্ন হ'ব লাগে।

**বিহীনশ্চ ধনৈৰ্দাৰৈঃ পুত্ৰৈৰাদায় মে ধনম্।**
**বনমভ্যাগতো দুঃখী নিৰস্তশ্চাপ্তবন্ধুভিঃ।। ১৯।।**

**অন্বয় ঃ** [ন কেবলং নিৰস্তঃ] [পৰন্তু], দাৰৈঃ পুত্ৰৈঃ চ মে ধনম্ আদায় [অহং] ধনৈঃ বিহীনঃ আপ্তবন্ধুভিঃ নিৰস্তশ্চ [ততঃ] দুঃখী [সন্] বনম্ আগতঃ।

**অনুবাদ ঃ** [কেৱল যে পৰিত্যক্ত আৰু বহিষ্কৃত হৈছোঁ—তেনে নহয়, অধিকন্তু] স্ত্ৰী-পুত্ৰসকলে ধনলোভত মোৰ ধন আদি আত্মসাৎ কৰি মোক ধনহীন কৰিছে। বিশ্বস্ত বন্ধু মিত্ৰবিলাকৰ দ্বাৰা বিতাড়িত হৈ, মই বৰ দুখেৰে অৰণ্যত আহি উপস্থিত হৈছোঁ। ১৯।।

**ব্যাখ্যা ঃ** আনন্দই সমাধিৰ ধন। পুত্ৰ, ভাৰ্যা আৰু অন্যান্য বন্ধু-বান্ধৱসকলে সেই ধন হৰণ কৰিছে, অৰ্থাৎ ধ্যান-ধাৰণা আৰু অন্যান্য যোগাঙ্গবোৰে সেই ধন হৰণ কৰিছে।

সমাধিৰ পুত্ৰ আৰু ভাৰ্যা হৈছে—ধ্যান-ধাৰণা—ধন-লোলুপ, গতিকে অসাধু বৃত্তি। ধন শব্দৰ অৰ্থ হৈছে ৰূপ-ৰসাদি বিষয়গত ঐশ্বৰ্য বা বিষয়ত্ব।

ঈশোপনিষদত আছে—মা গৃধঃ কস্যস্বিদ্ ধনম্—বিষয়গত ধন গ্ৰহণ নকৰিবা, অৰ্থাৎ বিষয়ত্বত মুগ্ধ নহ'বা। ধাৰণা-ধ্যান প্ৰভৃতি যোগাঙ্গবোৰ সদায় বিষয়াভিমুখী। সমাধি সদায় অখণ্ড জ্ঞানত—প্ৰজ্ঞাত প্ৰতিষ্ঠিত হ'বলৈ বিচাৰে; কিন্তু ধাৰণা-ধ্যান আদি বিষয়-অভিমুখী আকৰ্ষণ, অৰ্থাৎ ধনৰ লোভ পৰিত্যাগ কৰিব নোৱাৰে।

ইয়াৰ আগতে কোৱা হৈছে যে প্ৰত্যেক কাৰ্যতে সমাধি বা অষ্টাঙ্গ যোগ নিষ্পন্ন হয়। সুৰথে যি সমাধিৰ সাক্ষাৎ পাইছে সেই সমাধি হৈছে নিত্যসিদ্ধ, দিনে-ৰাতিয়ে প্ৰকাশ পাই থকা সমাধি; গতিকে ধনলোলুপ অসাধু পুত্ৰ-ভাৰ্যাৰ দ্বাৰা বিতাড়িত। মানুহে দিবা-ৰাত্ৰি বিষয়ৰ ধ্যান কৰে, বিষয়ৰ ধাৰণাতে অভ্যস্ত, বিষয় আহৰণৰ কাৰণেই ইন্দ্ৰিয়ৰ প্ৰত্যাহাৰ কৰে; যি কিবা সাধনা কৰে, সেই সকলো সেই ৰূপ-ৰসাদি বিষয়গত ধনৰ লোভতেই কৰে। গতিকে সেইবোৰ অসাধু; কিন্তু সমাধি স্বভাৱতঃ নিৰ্মল। যি সদায় প্ৰজ্ঞাৰ লগত মিলিব পাৰিলেহে সুখী হয়। যিমানদিন সমাধিৰ এই স্বাভাৱিক উচ্চভাৱ নাহে সিমানদিন সি স্ত্ৰী-পুত্ৰাদিৰ পৰিতৃপ্তিৰ বাবে লালায়িত থাকে। যোগাঙ্গসমূহে যে ৰূপ-ৰসাদি বিষয় আনি উপস্থিত কৰে, সমাধিয়ে তাকেই প্ৰকাশ কৰি দিয়ে। সমাধি নহ'লে বিষয়েই প্ৰকাশ নাপায়। সি যি নহওক, বহুদিন এইদৰে পৰিয়াল বৰ্গৰ পৰিপোষণ কৰিও যেতিয়া সমাধিৰ অতৃপ্তি বিদূৰ নহয়, তেতিয়া সি বিষয়ৰ প্ৰতি বিমুখ হৈ অকলে প্ৰজ্ঞাৰ লগত মিলিব খোজে, কিন্তু ধ্যান-ধাৰণা আদিৰ পূৰ্ববৎ ধনলোলুপতা দূৰ নোহোৱাত সিহঁতে সমাধিক নিৰ্জিত কৰিব খোজে। সিহঁতে বিচাৰে

যে আমাৰ প্ৰভু সমাধি আমাৰ অনুগত হৈ থাকক, কিন্তু সমাধিয়ে বিচাৰে যে ধ্যান-ধাৰণা মোৰ অনুকূল হৈ ভূমা সুখৰ অনুগামী হওক। এই পৰস্পৰৰ বিৰুদ্ধ ভাৱৰ কাৰণে ধ্যান-ধাৰণাদিৰ দ্বাৰা সমাধি নিৰ্জিত হ'বলগীয়া হয়। যদিও সিহঁত সমাধিৰেই অঙ্গমাত্ৰ, তথাপি এতিয়া যেন সকলোৱে স্বাধীন আৰু বলবান হৈ উঠিছে। বহুদিন অহং বুদ্ধিবিশিষ্ট জীৱ ভাৱৰ মাজত থাকি প্ৰত্যেকেই একোটি অহং হৈ উঠিছে। এতিয়া প্ৰত্যেকেই স্বাধীন হ'বলৈ ইচ্ছা কৰে, সেইবাবে সমাধিক বিতাড়িত কৰিছে। সেইবাবে সমাধিৰ সশোক আৰু দুৰ্মনা ভাৱ পৰিলক্ষিত হৈছে। আচল কথা এই যে বুদ্ধিময় ক্ষেত্ৰত থাকি যেতিয়া অলপ অলপ তন্ময়তা আহে তেতিয়াও বিষয় সংস্কাৰসমূহ দূৰীভূত নহয়। সেইবাবে সমাধি নিৰ্মল আৰু দীৰ্ঘকাল স্থায়ী নহয়।

মন্ত্ৰত আছে—'আদায় মে ধনম্', মোৰ ধন অপহৰণ কৰি মোক বিতাড়িত কৰিছে।

সমাধি আনন্দৰ বাবে লালায়িত। পূৰ্ণ আনন্দ উপভোগ কৰিবলৈ ব্যগ্ৰ; কিন্তু আনন্দৰ অভাৱ ক'তো নাই। আনন্দৰপৰা জীৱসকল সৃষ্ট হৈছে, আনন্দতে সঞ্জীৱিত হৈ আছে আৰু আনন্দতেই জীৱৰ অৱসান হৈছে। এই কথা ঋষিসকলে পুনঃ পুনঃ কৈছে। শোকাৰ্তৰ কৰুণ ক্ৰন্দন, ৰোগাৰ্তৰ হতাশ-ব্যঞ্জক দীৰ্ঘ নিশ্বাস, ক্ষুধাৰ্তৰ কাতৰ চিৎকাৰ—এই সকলো আনন্দৰ অভিব্যঞ্জক। সেইদৰে কান্দি, সেইদৰে হা-হুতাশ পেলাই মানুহে আনন্দ পায়, সেইবাবে তেনে কৰে। সেই ৰোদনৰ ভিতৰত আনন্দৰ উচ্ছ্বাস আছে। 'ৰসো বৈ সঃ'—তেওঁ ৰসময়, আৰু কৰুণো এটা ৰস। সেই ৰস বা আনন্দ প্ৰৱাহ যেতিয়া কৰুণ আকাৰত প্ৰকাশ পায় তেতিয়া আমি তাৰ নাম দিওঁ দুখ। ৰস-স্বৰূপ সেই আনন্দময় প্ৰভু বা ৰসময়ী জননী ভগৱতী (তেওঁক ভগৱান বা ভগৱতী যিয়ে যেনেদৰে ভাৱে) শৃঙ্গাৰ, হাস্য, বীৰ, ৰৌদ্ৰ, বীভৎস প্ৰভৃতি বহুভাৱে প্ৰকটিত হয়। সেই আনন্দময়ী মাতৃয়ে নিজৰ স্বৰূপ লুকাই ৰাখি লীলাৰ ছলেৰে বিষয়ৰ ছদ্মবেশত নিজক আচ্ছাদিত ৰাখি জীৱ-জগতত বিন্দু বিন্দু আনন্দ দিছে। সেই যে বিষয়ৰপৰা পোৱা আনন্দৰ কণা, তাকো সমাধিৰপৰাই পোৱা যায়। যোগাঙ্গবিলাক সেই পূৰ্ণ আনন্দৰ ওচৰত যাব নোৱাৰে; সেই কাৰণে মন যেতিয়া আজ্ঞা-চক্ৰত (ভ্ৰূমধ্যত) সংস্থিত হৈ সেই আনন্দৰ আস্বাদ লয়, তেতিয়া তাৰ পৰিজনবৰ্গই (যোগাঙ্গবিলাকে) তাক খণ্ড খণ্ড কৰি পেলায়। যদিও আত্মজ্ঞান লাভৰ উদ্দেশ্যে ক্ৰিয়মান শাস্ত্ৰীয় যোগাঙ্গবিলাকে জীৱক আত্মজ্ঞান লাভৰ উপযোগী কৰি তোলে, তথাপি যিমানদিন জীৱে যম, নিয়ম আদিৰ সহায়ত আত্মাক জানিব খোজে—মাত্ৰ যোগাঙ্গৰ সহায়ত অখণ্ড আনন্দৰ স্বৰূপ উপলব্ধি কৰিব খোজে—সিমানদিনেই জীৱে প্ৰকৃত আনন্দৰ সন্ধান নাপায়; কিন্তু সমাধিৰ ইচ্ছা যে সি যেন সদায় অখণ্ড আনন্দৰ আস্বাদনত মুগ্ধ হৈ থাকে, কিন্তু পৰিজনবৰ্গই সেই সাধনা-সিদ্ধিৰ বাটত বিৰোধিতা কৰিছে। তাক খণ্ড-আনন্দত (সীমাবদ্ধ বৈষয়িক আনন্দত) মুগ্ধ কৰি ৰাখিব খোজে। সেইবাবে কৈছে যে সমাধি পুত্ৰ-ভাৰ্যাদিৰদ্বাৰা বিতাড়িত হৈছে।

সোঽহং ন বেদ্মি পুত্ৰাণাং কুশলাকুশলাত্মিকাম্।
প্ৰবৃত্তিং স্বজনানাঞ্চ দাৰানাঞ্চাত্ৰ সংস্থিতঃ।। ২০।।

অন্বয় ঃ সঃ অহম্ অত্ৰ সংস্থিতঃ পুত্ৰাণাং স্ব-জনানাং চ দাৰাণাম্ চ কুশল-অকুশল-আত্মিকাম্ প্ৰবৃত্তিং ন বেদ্মি।

কুশল-অকুশল-অত্মিকাম্—শুভাশুভ সূচক।

অনুবাদ ঃ মই ইয়াতে থাকি (অৰ্থাৎ বনবাসী হৈ, এই মেধস্ আশ্ৰমত থাকি) স্ত্ৰী-পুত্ৰ প্ৰভৃতি স্বজনবৰ্গৰ শুভাশুভসূচক কোনো খবৰ জানিব পৰা নাই। ২০।।

ব্যাখ্যা ঃ সাধক মাত্ৰেই এনে এটি অবস্থা পায়। জীৱে যেতিয়া প্ৰথম সমাধিৰ সাক্ষাৎ পায়, তেতিয়া সমাধিয়ে আত্মপৰিচয় দিবৰ সময়ত 'সোঽহং' বুলি কয়। 'সোঽহং' জ্ঞানৰ নামেই সমাধি—'সেই পৰমাত্মাই মই', এনে প্ৰজ্ঞাৰ নামেই সমাধি। পুথিগত বিদ্যা লাভৰ দ্বাৰা 'সোঽহং' জ্ঞানৰ উৎপত্তি নহয়। ভগৱদনুগ্ৰহত যেতিয়া সাধকে বুজি পায় যে জীৱ আৰু ঈশ্বৰৰ ভিতৰত কোনো প্ৰভেদ নাই। জীৱাত্মা আৰু পৰমাত্মাৰ ভিতৰত ভেদ-ভাব অন্তৰ্হিত হ'লে জীৱই উপলব্ধি কৰে যে সেই 'পৰমাত্মাই মই' আৰু উপলব্ধি কৰা মাত্ৰেই 'সমাধি' হয়। সমাহি যেতিয়া হয় তেতিয়া চকুৱে জগতৰ ৰূপ নেদেখে, জগন্মাতৃৰ (পৰমাত্মাৰ) 'ৰূপহীন অনন্ত ৰূপ'ত চক্ষু নিমজ্জিত হৈ যায়, কাণেৰে জগতৰ শব্দ শুনিবলৈ নাপায়, শব্দহীন 'মাতৃৰ আহ্বান' শুনি মুগ্ধ হৈ যায়। জিভা অখণ্ড ৰসৰ আস্বাদনত জড় হৈ যায়। নাকে শ্বাস-প্ৰশ্বাস গ্ৰহণৰ অৱসৰ নাপায়। মাতৃ-অঙ্গৰ স্বৰ্গীয় সৌৰভত স্তব্ধ হৈ যায়। ত্বক্ মাতৃ-আলিঙ্গনৰ মধুৰ স্নেহময় স্পৰ্শত যে কি হৈ যায়—শৰীৰৰ প্ৰত্যেক পৰমাণু যে কি আনন্দ-ৰসত অভিসিঞ্চিত হয়, সি অবৰ্ণনীয়।

হৃৎপিণ্ডৰ ক্ৰিয়া বন্ধ হৈ যায়, চক্ষু দুটি মৃত ব্যক্তিৰ চকুৰ নিচিনা জ্যোতিহীন হয়, অঙ্গ-প্ৰত্যঙ্গ নিথৰ হৈ যায়। জগতৰ বিভিন্ন নামৰূপ নাথাকে। এক কথাত দেহবোধ বা জগতবোধ একেবাৰে বিলুপ্ত হৈ যায়। থাকে কেৱল অনন্ত আনন্দময় 'চিৎ-সমুদ্ৰ'। প্ৰথম প্ৰথম 'সৌ যে তেৱেঁইতো মই' এই ৰূপ বোধ প্ৰবাহ চলি থাকে। সেয়ে 'সোঽহং' ভাৱৰ সমাধি। এনেধৰণৰ সমাধিত কিছুদিন অভ্যস্ত হ'লে, তেতিয়া তেওঁ, মই, তুমি একো নাথাকে। তেতিয়া কি থাকে সেইটো কোৱা নাযায়, ভাবিব পৰা নাযায়, কিন্তু যি থাকে সেয়ে হৈছে মহতী সত্তা। মহান্ চৈতন্য আৰু অসীম আনন্দ সেই বিষয়ে কোনো সন্দেহ নাই।

ভগৱতী যেতিয়া দয়া কৰি জীৱক 'সোঽহং'বোধত উপনীত কৰায়, জীৱ আৰু ব্ৰহ্মৰ একত্ব যেতিয়া জীৱে বুজিব পাৰে, তেতিয়া ধীৰে ধীৰে তাৰ জীৱত্ব বন্ধন, কৰ্ম-সংস্কাৰ, দেহাত্মবোধ প্ৰভৃতি স্খলিত হৈ যাবলৈ আৰম্ভ কৰে। যিমানদিন পৰিপক্ক অৱস্থাত উপস্থিত নহয়, অৰ্থাৎ জ্ঞান যেতিয়ালৈকে সংশয়-শূন্য নহয় আৰু বিপৰ্যয়-প্ৰতীতি ৰহিত নহয়, তেতিয়ালৈকে সংসাৰৰ সংস্কাৰসমূহৰ হাত সাৰিব নোৱাৰি। সাধক যেতিয়া সোঽহং ভাৱত অৱস্থান কৰে, তেতিয়া সকলো পাহৰি থাকিব পাৰে; কিন্তু সেই অৱস্থা কিমানপৰ? আকৌ ব্যুত্থান হয়। তেতিয়া পুনৰায় (প্ৰবৃত্তিং স্বজনানাঞ্চ) স্ত্ৰী-পুত্ৰ পৰিবাৰৰ খবৰ পাবৰ কাৰণে ব্যাকুল হয়।

**কিন্নু তেষাং গৃহে ক্ষেমমক্ষেমং কিন্নু সাম্প্রতম্।**
**কথং তে কিন্নু সদ্বৃত্তাঃ দুর্বৃত্তাঃ কিন্নু মে সুতাঃ।। ২১।।**

**অন্বয় ঃ** সাম্প্রতং তেষাং গৃহে কিন্নু ক্ষেমম্ কিংনু অক্ষেমম্। মে তে সুতাঃ কথং কিংনু সৎ-বৃত্তাঃ কিংনু দুঃ-বৃত্তাঃ (অহং ন জানে)।

**অনুবাদ ঃ** সম্প্রতি সিহঁতৰ ঘৰত মঙ্গল নে অমঙ্গল, মোৰ সেই পুত্ৰবিলাক কেনে আছে আৰু এতিয়া সৎ পথত নে অসৎ পথত চলিব ধৰিছে—সেইটো মই জনা নাই। সেইবাবে মই উৎকণ্ঠিত হৈ আছোঁ। ২১।।

**ব্যাখ্যা ঃ** ধ্যান-ধাৰণা আদিৰ গৃহ মন। সমাধি এতিয়া মনোৰাজ্যৰপৰা বিতাড়িত হৈ বুদ্ধিময় ক্ষেত্ৰত উপস্থিত হৈছে; সেইকাৰণে মনৰ সঙ্গ-বিচ্যুতি ঘটিছে কাৰণে মনৰ বৰ্তমান অৱস্থা পৰিজ্ঞাত হ'ব পৰা নাই, অথচ মনৰ প্ৰতি সেই যে পূৰ্ব-সঞ্চিত আসক্তি তাকো পৰিত্যাগ কৰিব পৰা নাই।

মন হৈছে মোৰ বা আত্মাৰ চঞ্চলতাময় সংস্কাৰাত্মক অৱস্থা, যেতিয়া প্ৰত্যেক পদাৰ্থতে, প্ৰত্যেক ভাৱতে মাতৃ-দৰ্শন (ভগৱত দৰ্শন) হয় আৰু তাৰ ফলত সত্য প্ৰতিষ্ঠা প্ৰকৃতিগত হৈ যায়, সৰ্বভাবে মাতৃ-সত্তাই প্ৰকটিত হৈ যায়। তেতিয়াই বুজিব লাগিব যে মনোময় ক্ষেত্ৰত ক্ষেমঙ্কৰীৰ পাদস্পৰ্শ হৈছে; আৰু যিমান দিনলৈকে সেইটো নহয় পৰিচ্ছিন্ন বিষয়-বাসনাই মনৰ স্বাভাৱিক চঞ্চলতাক আৰু বেছি চঞ্চল কৰি তুলিব ধৰে, যিমানদিন কামনাৰ জুইত পুৰি পুৰি মই অতিশয় সন্তপ্ত হৈ থাকো সিমানদিনে মনত অক্ষেম (অমঙ্গল) বিৰাজ কৰে। এই দুটাৰ ভিতৰত এতিয়া কোনোটোৱে মনৰ ওপৰত আধিপত্য কৰিছে তাকে জানিবৰ বাবে সমাধিৰ এই উৎকণ্ঠা।

সম নিয়ম আদি যোগাঙ্গবিলাক পূৰ্ণভাৱে মাতৃ-লাভৰ উদ্দেশ্যে সম্যক অনুষ্ঠিত নহৈ কেৱল মাত্ৰ শাৰীৰিক স্বাস্থ্য, চিত্ত স্থিৰ কিম্বা বিশিষ্ট কোনো শক্তি লাভৰ বাবে অনুষ্ঠিত হয়। তেতিয়াও মনোময় ক্ষেত্ৰত কেৱল অক্ষেমেই বিৰাজ কৰে। তাৰ বাহিৰেও পুত্ৰবিলাক, অৰ্থাৎ ধ্যান আদি যোগাঙ্গসমূহ এতিয়া সদ্বৃত্ত হৈছে নে দুৰ্বৃত্ত, অৰ্থাৎ অসৎ আচৰণশীল হৈছে। ইও সমাধিৰ উৎকণ্ঠাৰ কাৰণ। সৎ একমাত্ৰ আত্মা—মা। তাতে বৰ্তমান থকাৰ নাম সদ্‌বৃত্ততা আৰু মাতৃভাৱ শূন্য কেৱল বিষয়-ভাৱত বিচৰণ কৰাৰ নাম দুৰ্বৃত্ততা। যোগাঙ্গবিলাক আত্মলাভৰ উদ্দেশ্যে অনুষ্ঠিত হয় নে মাত্ৰ চিত্ত স্থিৰ কৰাৰ উদ্দেশ্যে বা বিষয় মাত্ৰত বিমুগ্ধ এয়ে সংশয়। সমাধিৰ এনেকুৱা সংশয় প্ৰথম অৱস্থাত একান্ত স্বাভাৱিক।

**ৰাজোবাচ।**
**যৈৰ্নিৰস্তো ভবাঁল্লুব্ধৈঃ পুত্ৰদাৰাদিভিৰ্ধনৈঃ।**
**তেষু কিং ভবতঃ স্নেহমনুবধ্নাতি মানসম্।। ২২।।**

**অন্বয় ঃ ৰাজা উবাচ—ধনৈঃ লুব্ধৈঃ যৈঃ পুত্ৰ-দাৰা-আদিভিঃ ভবান্ নিৰস্তঃ তেষু কিং ভবতঃ মানসং স্নেহং অনুবধ্নাতি?**

**অনুবাদ ঃ** ৰজা সুৰথে সুধিছে—যি ধনলোভী আত্মীয় আৰু স্ত্ৰী-পুত্ৰসকলে আপোনাক পৰিত্যাগ কৰিছে, আপোনাৰ চিত্ত সিহঁতৰ প্ৰতি কিয় স্নেহানুৰক্ত হৈছে?

**ব্যাখ্যা ঃ** সমাধিৰ এইৰূপ পৰ্যাকুল অৱস্থা দেখা পাই ৰজা সুৰথে সুধিলে—কি আশ্চৰ্য! বিষয়লোলুপ হৈ যিবিলাক স্ত্ৰী-পুত্ৰাদিয়ে আপোনাক পৰিত্যাগ কৰিছে। সেইবিলাকৰে প্ৰতি আপোনাৰ চিত্ত স্নেহাসক্ত হৈছে।

সমাধিৰ ধৰ্ম—আত্মানুসন্ধান, মনৰ ধৰ্ম—চঞ্চলতা, বিষয়-অন্বেষণ। এইৰূপ পৰস্পৰ বিৰুদ্ধ অৱস্থাৰ কাৰণে বলবান মনৰ দ্বাৰা সমাধি প্ৰথম প্ৰথম নিৰ্জিত হয়, তথাপি সমাধিয়ে মনৰ প্ৰতি পূৰ্বৰ অনুৰাগ বৰ্জন কৰিব নোৱাৰে; কাৰণ সেই চঞ্চলতা, সেই পৰিচ্ছিন্নতাৰ সহায়তেইতো আত্মবোধ উদ্বুদ্ধ হৈছে। যেতিয়ালৈকে জীৱ সম্যক মাতৃভাৱত বিভোৰ হ'ব নোৱাৰে, অৰ্থাৎ যেতিয়ালৈকে দেহৰ ওপৰত আত্মবোধ সম্পূৰ্ণ শিথিল নহয়, তেতিয়ালৈকে কি সাধনাৰ অঙ্গ, কি যোগাঙ্গ, কি ইন্দ্ৰিয় ধৰ্ম, একোকে জীৱে পৰিত্যাগ কৰিব নোৱাৰে। যিবিলাক যোগাঙ্গ, সাধনাৰ অঙ্গ বা যিবিলাক ইন্দ্ৰিয়ধৰ্ম আত্মবোধত উদ্বুদ্ধ হোৱাৰ প্ৰধান সহায়, সেইবিলাকক সাধনাৰ অন্তৰায় বুলি জানিলেও নিতান্ত নিৰ্দয়ভাৱে প্ৰথম অৱস্থাত সেইবিলাকক ত্যাগ কৰা সমাধিৰ পক্ষে সহজ নহয়। যেতিয়া ইন্দ্ৰিয়াদিৰ ধৰ্ম পৰিত্যাগ কৰিও জীৱে 'আমিত্ব'ক (আত্মবোধক) উদ্বুদ্ধ ৰাখিবলৈ সমৰ্থ হয়, তেতিয়াহে সিহঁতৰ মায়া পৰিত্যাগ কৰিব পাৰে।

**বৈশ্য উবাচ।**
**এবমেতদ্ যথা প্ৰাহ ভৱানস্মদ্‌গতং বচঃ।**
**কিং কৰোমি ন বধ্নাতি মম নিষ্ঠুৰতাং মনঃ।। ২৩।।**

**অন্বয় ঃ** বৈশ্যঃ উবাচ—ভৱান্ অস্মদ্‌গতং বচঃ যথাপ্ৰাহ এতৎ এবম্। কিন্তু কিং কৰোমি মম মনঃ নিষ্ঠুৰতাং ন বধ্নাতি।

অস্মদ্‌গতং—মোৰ সম্বন্ধে, এতৎ এবং—এইটো সত্য।

**অনুবাদ ঃ** বৈশ্য সমাধিয়ে উত্তৰ দিলে—আপুনি মোৰ সম্বন্ধে যি কৈছে—সেইটো সত্য কথা। কিন্তু মই কি কৰিম, মোৰ মন নিষ্ঠুৰ হৈ নুঠে। (এইটো সত্য, অৰ্থাৎ যিবিলাকৰ দ্বাৰা মই বিতাড়িত হৈছোঁ সিহঁতৰে মঙ্গলামঙ্গলৰ বাবে মই উৎকণ্ঠিত হৈছোঁ।)। ২৩।।

**ব্যাখ্যা ঃ** যোগাঙ্গসমূহ বিষয়াসক্ত সমাধিক বিতাড়িত কৰি নিষ্ঠুৰতাৰ পৰিচয় দিলেও সমাধি কিছুতেই তেনে নিষ্ঠুৰ হ'ব নোৱাৰে। সমাধি সত্বগুণৰূপৰা সঞ্জাত; গতিকে দয়াই তাৰ স্বভাব। অপৰৰ দ্বাৰা শত প্ৰকাৰে উৎপীড়িত হ'লেও তাৰ ওপৰত এটা বিদ্বেষ ভাব পোষণ কৰা সমাধিৰ পক্ষে অসম্ভৱ। সমাধিৰেই অন্য পৰ্যায় প্ৰেম। বিশ্বব্যাপী প্ৰেমময় আত্মদৰ্শন যাৰ উদ্দেশ্য, তাৰ পক্ষে প্ৰেমহীনতা একান্ত অসম্ভৱ।

**যৈঃ সন্ত্যজ্য পিতৃস্নেহং ধনলুব্ধৈর্নিৰাকৃতঃ।**
**পতি-স্বজন হাৰ্দঞ্চ হাৰ্দি তেম্বেব মে মনঃ।। ২৪।।**

**অন্বয় ঃ** যৈঃ ধনলুব্ধৈঃ পিতৃস্নেহং পতি-স্বজন-হাৰ্দং চ সন্ত্যজ্য (অহম্) নিৰাকৃতঃ তেষু এব মে মনঃ হাৰ্দি।

পতি-স্বজন-হাৰ্দং—পতিপ্ৰেম আৰু স্বজন স্নেহ; হাৰ্দি—অনুৰক্ত, আসক্ত।

**অনুবাদ ঃ** পুত্ৰ-পত্নী প্ৰভৃতি যিবিলাক স্বজনে, পিতৃস্নেহ, পত্নীপ্ৰেম আৰু স্বজন-প্ৰীতি পৰিত্যাগ কৰি মোক বিতাড়িত কৰিছে, মোৰ মন সিহঁতৰ প্ৰতিয়েই একান্ত অনুৰক্ত। ২৪।।

**ব্যাখ্যা ঃ** ধ্যানৰ পিতৃস্থানীয়, ধাৰণাৰ পতিস্থানীয় আৰু সম-নিয়ম আদিৰ স্বজন-স্থানীয়—সমাধিৰ প্ৰতি যি স্বাভাৱিক প্ৰীতি, সেইটো সিহঁতে সম্পূৰ্ণ পৰিত্যাগ কৰিছে। সিহঁতে সমাধিক চিৰদিন ক্ষুদ্ৰত্বতে মুগ্ধ কৰি ৰাখিবৰ যত্ন কৰিছিল; কিন্তু সি আত্মসন্ধানত আগবাঢ়ি সিহঁতৰ স্বাভাৱিক আকৰ্ষণ পৰিত্যাগ কৰিছে। এতিয়া অলপ অলপ প্ৰজ্ঞাৰ সন্ধান পালেও সিহঁতৰ প্ৰতি আসক্তিৰ মূল উৎপাদিত হোৱা নাই। এই ধৰণৰ বিৰুদ্ধ ভাৱৰ দ্বাৰা উৎকণ্ঠিত হোৱা, মলিন ভাবাপন্ন আৰু অল্প ক্ষণস্থায়ী সমাধিৰ পক্ষে একান্ত স্বাভাৱিক; কিয়নো এতিয়াও সি বুদ্ধিময় ক্ষেত্ৰত অৱস্থান কৰি আছে, ব্ৰহ্মক্ষেত্ৰত এতিয়াও সম্যকভাৱে প্ৰৱেশ কৰিব পৰা নাই। যদিওবা কেতিয়াবা ক্ষন্তেকৰ কাৰণে পৰমাত্মাৰ সান্নিধ্য লাভ কৰে, তথাপি আকৌ তৎক্ষণাত মনোময় ক্ষেত্ৰত অৱতৰণ কৰিবলৈ বাধ্য হয়; গতিকে পূৰ্বোক্ত ৰূপ চিত্ত-চাঞ্চল্য বৈশ্য সমাধিৰ একান্ত স্বাভাৱিক।

**কিমেতন্নাভিজানামি জানন্নপি মহামতে।**
**যৎ প্ৰেমপ্ৰৱণং চিত্তং বিগুণেষ্মপি বন্ধুষু।। ২৫।।**

**অন্বয় ঃ** মহামতে! বিগুণেষু বন্ধুষু চিত্তং যৎ প্ৰেম-প্ৰৱণং এতৎ জানন্ অপি কিং ন অভি জানামি।

বিগুণেষু—গুণহীন, কিং ন অভিজানামি—কিয় মই বুজিব নোৱাৰোঁ।

**অনুবাদ ঃ** হে মহামতে সুৰথ! গুণহীন (বিৰুদ্ধ ভাবাপন্ন) স্বজনবিলাকৰ প্ৰতি মোৰ চিত্ত যে অতিশয় প্ৰেম-প্ৰৱন (মমতাযুক্ত) হৈছে, তাক বুজিব পাৰিও ইয়াৰ কাৰণ বুজিব পৰা নাই (সেইকাৰণেই মোৰ এই দীৰ্ঘ নিশ্বাস আৰু দুৰ্মনায়মানতা উপস্থিত হৈছে। মোৰ প্ৰতি অনুৰাগ নথকা এই স্বজনবিলাকৰ প্ৰতি মোৰ মন কোনোমতে নিষ্ঠুৰ হ'ব পৰা নাই)। ২৫।।

**ব্যাখ্যা ঃ** আগতে কোৱা হৈছে যে প্ৰজা আৰু মন্ত্ৰীসকলৰ অত্যাচাৰত ৰাজ্যভ্ৰষ্ট মহাৰাজ সুৰথ বনলৈ আহিও পৰিত্যক্ত ৰাজ্য, মন্ত্ৰী, প্ৰজা, ভৃত্য আৰু ধনৰ কোষ আদিৰ কাৰণে অতিশয় উৎকণ্ঠা ভোগ কৰি আছে। সমাধিৰ অৱস্থাও ঠিক তেনে। তেওঁ বিষয়লুব্ধ স্ত্ৰী-পুত্ৰাদিৰ দ্বাৰা বিতাড়িত, অথচ সিহঁতৰ মঙ্গল-অমঙ্গলৰ চিন্তাত ব্যাকুল। উভয়ৰেই সমান অৱস্থা। গতিকে পৰস্পৰৰ প্ৰতি স্নেহ-অনুৰাগ স্বাভাৱিক।

সেইকাৰণে বৈশ্যই তেওঁৰ নিজৰ চিত্তৰ দুৰ্বলতাৰ বিষয়ে একোকে গোপন নকৰি সৰল প্ৰাণে অসংকোচে সুৰথৰ আগত প্ৰকাশ কৰিলে।

জীৱাত্মাৰ লগত বুদ্ধিময় ক্ষেত্ৰত যেতিয়া সমাধিৰ প্ৰথম সাক্ষাৎকাৰ লাভ হয়, তেতিয়া তেওঁক এইৰূপ মলিন ভাৱাপন্ন দেখা যায়; কাৰণ বুদ্ধিময় ক্ষেত্ৰত পূৰ্ণ নিৰ্মলতা প্ৰস্ফুটিত নহয়। একমাত্ৰ প্ৰজ্ঞাত প্ৰৱেশ কৰিব পাৰিলেই সৰ্ববিধ জীৱ-চঞ্চলতাৰ হাতৰপৰা পৰিত্ৰাণ পোৱা যায়। বুদ্ধি—জগতমুখী নিশ্চয়াত্মিকা বৃত্তি বিশেষ। সঁচা কথা ইন্দ্ৰিয়-মন প্ৰভৃতিতকৈ বুদ্ধি অপেক্ষাকৃত স্বচ্ছ আৰু স্থিৰ উদাসীনৰ নিচিনা, কিন্তু তাৰ সমুখত মনে এটাৰ পাছত এটা সংস্কাৰ প্ৰতিক্ষণতে আনি উপস্থিত কৰে, তাতে বুদ্ধিকো চঞ্চল বুলি প্ৰতীতি হয়। বেগেৰে যোৱা কোনো গাড়ীৰে যোৱা ব্যক্তিয়ে যেনেকৈ দুয়োফালৰ নিশ্চল গছ-লতাদি পদাৰ্থক যেনেকৈ সচল বুলি ভাবে, সেই চঞ্চলতাও ঠিক তেনেকুৱা।

তেষাং কৃতে মে নিঃশ্বাসো দৌৰ্মনস্যঞ্চ জায়তে।
কৰোমি কিং যন্ন মনস্তেষ্বপ্ৰীতিষু নিষ্ঠুৰম্।। ২৬।।

অন্বয় ঃ তেষাং কৃতে মে নিঃশ্বাসঃ দৌৰ্মনস্যং চ জায়তে অপ্ৰীতিষু তেষু মনঃ যৎ নিষ্ঠুৰং ন কিং কৰোমি। ২৬।।

অনুবাদ ঃ সিহঁতৰ কাৰণে মোৰ দীৰ্ঘ নিশ্বাস পৰিব ধৰিছে আৰু দুশ্চিন্তা (দুৰ্মনায়মানতা) উপস্থিত হৈছে। মোৰ প্ৰতি প্ৰীতিহীন পুত্ৰাদি স্বজনবিলাকৰ প্ৰতি মোৰ মন নিৰ্দয় হ'ব পৰা নাই। ২৬।।

ব্যাখ্যা ঃ বহুজন্মৰ সঞ্চিত সংস্কাৰসমূহ পৰিত্যাগ কৰি জীৱে যেতিয়া বুদ্ধিময় ক্ষেত্ৰত চিদাভাসৰ নিৰ্মল জ্যোতিত আত্মহাৰা হয়, ঈষৎ সমাধিৰ আভাস পায় তেতিয়া সি পূৰ্বে অনুভৱ নকৰা এক আনন্দ ৰসৰ আস্বাদ পায়; যদিও তাত দীৰ্ঘকাল থাকিবৰ সামৰ্থ্য নথকাত পুনৰায় চিত্তক্ষেত্ৰলৈ নামি আহে। তথাপি সেই আস্বাদৰ স্মৃতিখিনিকে অৱলম্বন কৰি সংস্কাৰসমূহ উন্মূলিত কৰিবলৈ উদ্যত হয়; কিন্তু কাৰ্যত সেইটো কৰিব নোৱাৰে; তেতিয়া নিজৰ দুৰ্বলতা দেখি হতাশ হয়; দীৰ্ঘ নিশ্বাস পেলায় আৰু ভাবে যে মোৰ নিচিনা দুৰ্বল চিত্ত জীৱৰ পক্ষে ভগৱৎ কৃপা লাভ (মাতৃ লাভ) সুদূৰ পৰাহত—এইদৰে ভাবি দুৰ্মনায়মান হৈ পৰে; আনফালে কিয় এনে হয় তাৰ কাৰণ নিৰ্ণয় কৰিব নোৱাৰি অধিকতৰ অৱসাদগ্ৰস্ত হৈ পৰে।

অলপ অলপকৈ যেতিয়া সমাধিৰ আভাস আহি থাকে, তেতিয়া সাধকৰ পক্ষে সংসাৰ-সংস্কাৰ, বিষয়ৰ ক্ষুদ্ৰতা আৰু উপাসনাৰ উপায়বিলাকৰ প্ৰতি পূৰ্বে সঞ্চয় কৰা যি আসক্তি, সি অত্যন্ত মৰ্মপীড়াদায়ক হয়, সেই বিষয়ে সন্দেহ নাই; কিন্তু প্ৰত্যেক সাধকে মনত ৰাখিব লাগিব যে সেয়ে শুভ মুহূৰ্ত। বহুজন্মৰ সঞ্চিত সুকৃতিৰ ফলতহে সমাধিৰ সাক্ষাৎ পোৱা যায় আৰু জীৱত্বক অসহনীয় যন্ত্ৰণাদায়ক শৃঙ্খল বুলি ভবা যায়। শুভদিন—বৰ আনন্দৰ দিন আহিছে। সুৰথে সমাধিৰ সাক্ষাৎ লাভ কৰিছে। যদিও প্ৰথম অৱস্থাত সমাধি সিমান দৃঢ়, সিমান উজ্জ্বল, একাত্ম-প্ৰত্যয় হৈ নুঠে, তথাপি ইয়াৰ মূল্য বৰ বেছি। ই বহুজন্মৰ সাধনাৰ ফল।

সুৰথ আৰু সমাধি উভয়েই এতিয়া নিজৰ নিজৰ অভাৱ দেখা পাব লাগিছে। কি যেন এটা অজেয় শক্তি, অজেয় মোহ স্নেহহীন বন্ধুবিলাকৰ প্ৰতি, দুৰ্মতি পুত্ৰ-ভাৰ্যাসকলৰ প্ৰতি আৰু বিনশ্বৰ ধন আৰু বল আদিৰ প্ৰতি বলেৰে আকৰ্ষণ কৰিব ধৰিছে। পিছফালৰপৰা এই প্ৰবল আকৰ্ষণ কেতিয়া বুজা যায়? যেতিয়া সমুখৰ ফালৰপৰা ভগৱানৰ প্ৰতি আকৰ্ষণ (মাতৃস্নেহৰ প্ৰবল আকৰ্ষণ) অলপ অলপ অনুভৱ কৰিব পৰা যায়, যেতিয়া মাতৃস্নেহৰ (ভগৱৎ কৃপা) প্ৰবল আকৰ্ষণৰ মাধুৰ্য্য আৰু বিষয়াভিমুখী বিপৰীত আকৰ্ষণৰ ক্ষণস্থায়ী ৰসৰ তিক্ততা উপলব্ধিযোগ্য হয়, তেতিয়া জীৱমাত্ৰেই ক'বলৈ বাধ্য হয়—তেষাং কৃতে মে নিঃশ্বসো দৌৰ্মনস্যঞ্চ জায়তে। তেতিয়াই 'কৰোমি কিং' বুলি আকুল হৈ, সেই অজ্ঞেয় শক্তি—অজেয় মোহৰ উচ্ছেদ সাধনত যত্নবান হয়।

**মাৰ্কণ্ডেয় উবাচ।**
**ততস্তৌ সহিতৌ বিপ্ৰ তং মুনিং সমুপস্থিতৌ।**
**সমাধিৰ্নাম বৈশ্যোঽসৌ স চ পাৰ্থিৱ সত্তমঃ।। ২৭।।**

**অন্বয় ঃ** মাৰ্কণ্ডেয় উবাচ—বিপ্ৰ, ততঃ সমাধিঃ নাম অসৌ বৈশ্যঃ সঃ চ পাৰ্থিব সত্তমঃ তৌ সহিতৌ তং মুনিং সমুপস্থিতৌ।

**অনুবাদ ঃ** মাৰ্কণ্ডেয়ই ক'লে—হে বিপ্ৰ (ক্ৰোষ্টুকি)! বৈশ্য সমাধি আৰু ৰজা সুৰথ উভয়ে লগ লাগি মেধা মুনিৰ ওচৰত উপস্থিত হ'ল।

**কৃত্বা তু যথা ন্যায়ং যথাৰ্হং তেন সংবিদম্।**
**উপবিষ্টৌ কথাঃ কাশ্চিচ্চক্ৰতুৰ্বৈশ্য পাৰ্থিবৌ।। ২৮।।**

**অন্বয় ঃ** বৈশ্যপাৰ্থিবৌ তৌ তু যথান্যায়ং যথা-অৰ্হং তেন সংবিদম্ কৃত্বা উপবিষ্টৌ কাঃ চিৎ কথাঃ চক্ৰতুঃ।

**অনুবাদ ঃ** সমাধি আৰু সুৰথ উভয়েই মুনিক যথাবিধি আৰু যথাযোগ্য সম্ভাষণ কৰি বহি লৈ কেইটিমান প্ৰশ্ন সুধিলে। ২৮।।

**ব্যাখ্যা ঃ** জীৱে চিত্ত বিক্ষেপৰ কাৰণ নিৰ্ণয় কৰিব নোৱাৰি, সমাধিৰ সহায়ত পুনৰায় বুদ্ধিৰ নিৰ্মল জ্যোতিক আশ্ৰয় কৰি প্ৰজ্ঞাৰ শৰণাপন্ন হ'ল। পূৰ্বে সুৰথ অকলে আছিল, তেতিয়া তেওঁ মেধস্ আশ্ৰমত উপস্থিত হৈও মুনিক সাক্ষাৎ কৰা নাছিল। এতিয়া সমাধিৰ সহায়ত সেই সুযোগ উপস্থিত হৈছে। পূৰ্বে সুৰথে মেধস্‌ক স্মৃতিৰূপ একপ্ৰকাৰ বোধ-প্ৰবাহ মাত্ৰ বুলি বুজিছিল, এতিয়া তেওঁক প্ৰজ্ঞানৰূপে গুৰুৰ আসনত উপবিষ্ট যেন দেখা পালে। পূৰ্বে 'ব্ৰহ্মাহমস্মি' এই স্মৃতিৰূপ পৰোক্ষ জ্ঞান মাত্ৰ ভাবি সুৰথে মেধস্‌ৰ আশ্ৰমত অৱস্থান কৰি আছিল। এতিয়া সেই মেধস্‌কেই সমস্ত সংশয়ৰ নিৰাসক, হৃদয়ৰ সমস্ত সন্তাপহাৰক আৰু অনন্ত শান্তিদায়ক গুৰুৰূপে দেখা পালে।

উল্লিখিত এই মন্ত্ৰ দুটিত গুৰুৰ উপস্থানৰ বিষয়ে কেইটিমান অলঙ্ঘনীয় নিয়মৰ

উল্লেখ আছে। এজন বৈশ্য পৰমাত্মাৰ ক্ষেত্ৰত প্ৰৱেশ কৰিবলৈ সাজু হৈছে আৰু তেওঁৰ সাধনা আছে। 'অসৌ' শব্দটোৱে বৈশিষ্ট্য বা প্ৰসিদ্ধি বুজাইছে। সেইজন প্ৰসিদ্ধ বৈশ্যৰ নাম সমাধি। সাধনা ক্ষেত্ৰত প্ৰখ্যাত। আন এজন হৈছে 'পাৰ্থিৱ সত্তম' ৰজা সুৰথ—জীৱশ্ৰেষ্ঠ। সত্তম শব্দৰ অৰ্থ হৈছে সত্য-প্ৰতিষ্ঠ যিজনে ভগৱৎ সত্তাৰ দ্বাৰা সচ্চিদানন্দময়ী মাতৃশক্তিৰ সৎ স্বৰূপটো উপলব্ধি কৰিছে, 'মাতৃৰূপা মহাশক্তি এগৰাকী আছে' এই কথাটো যিজনে মৰ্মে মৰ্মে উপলব্ধি কৰিছে, যাৰ আস্তিক্য বুদ্ধিত কেতিয়াও কোনোপ্ৰকাৰ সন্দেহ অহা নাই—তেৱেঁই সত্তম। একমাত্ৰ আস্তিক্য বুদ্ধিয়েই হৈছে সাধনাৰ মূলধন। এই মূলধন যাৰ যিমান বেছি, তেওঁ সিমানেই লাভৱান হয়। সেই জগন্মাতাৰ সম্পৰ্কে মই একোকে নাজানোঁ। তেওঁৰ ৰূপ-গুণ সম্পৰ্কেও মোৰ কোনো জ্ঞান নাই—তথাপি এনে এগৰাকী মাতৃ আছে এই বিশ্বাস থাকিব লাগিব আৰু কোনোপ্ৰকাৰ বিৰুদ্ধ তৰ্ক বা প্ৰমাণৰ দ্বাৰা বিচলিত হ'ব নালাগিব—সেই অস্তিত্ববোধক সেই সত্যজ্ঞানত চঞ্চল নহৈ স্থিৰ থাকিব লাগিব। মাতৃৰ অস্তিত্বত, মাতৃৰ সেই সৎ স্বৰূপটোৰ ওপৰত যাৰ অবিচলিত বিশ্বাস আছে তেৱেঁই পাৰ্থিব সত্তম—জীৱশ্ৰেষ্ঠ। এনে ধৰণৰ দুজন উচ্চস্তৰৰ সাধক যেতিয়া গুৰুৰ ওচৰত উপস্থিত হ'ল, তেতিয়া তেওঁলোকে কেনে ব্যৱহাৰ কৰিছিল—মাৰ্কণ্ডেয় মহৰ্ষিয়ে সেই কথা প্ৰকাশ কৰিবলৈ গৈ কৈছে—"তেন সহ যথান্যায়ং যথাৰ্হং সংবিদং কৃত্বা উপবিষ্টৌ'। তেওঁৰ লগত যথান্যায় যথাযোগ্য আচাৰ-সম্ভাষণ জনাই উপবেশন কৰিলে।

যথান্যায় শব্দৰ অৰ্থ বিধি অনুসাৰে আৰু যথাৰ্হ শব্দৰ অৰ্থ যথাযোগ্য। সম্বিদ্ শব্দৰ অৰ্থ হৈছে সম্যক জ্ঞান। গুৰুৰ প্ৰতি যথাৰ্থ ভগৱৎ-বুদ্ধি নহ'লে প্ৰকৃত সম্বিদ্ নহয়। এই সম্বিদ্ যাৰ যিমান সৰলতাপূৰ্ণ, যিমান সত্য আৰু বিশ্বাসত প্ৰতিষ্ঠিত হয়, তেওঁ সিমান সোনকালে গুৰুকৃপা লাভত চৰিতাৰ্থ হয়। গুৰু গীতাত আছে—মোক্ষমূলং গুৰোঃ কৃপা।

উপবেশনৰো নিয়ম আছে—ধীৰ, স্থিৰ, শুশ্ৰূষু, বিনীত আৰু আদেশ পালনত উদ্যত এই পঞ্চভাৱ প্ৰকাশক উপবেশনেই শিষ্যযোগ্য।

বহুজন্মৰ সুকৃতিৰ ফলত জীৱে সমাধিৰ সাক্ষাৎ পায় আৰু উভয়ে উভয়ৰ অভাৱ বুজিব পাৰে। অভাৱ কিহৰ? জ্ঞানৰ? একবিন্দু জ্ঞান লাভ কৰিবৰ কাৰণে জীৱে কিমান প্ৰাণপাত তপস্যা কৰিব লাগে। সাধাৰণতে জীৱে যিটো শ্ৰেয় বুলি বুজিব পাৰে সেইটো শ্ৰেয় নহয় আৰু জীৱৰ যিটো শ্ৰেয় তাক শ্ৰেয়ৰূপে গ্ৰহণ কৰিব নোৱাৰে। যি জ্ঞানজ্যোতিয়ে এই শ্ৰেয় আৰু প্ৰেয়ৰ সমস্যা বিদূৰিত কৰি দিয়ে সেই জ্ঞান লাভ কৰিবৰ বাবে প্ৰজ্ঞাৰূপী বা শুদ্ধবোধৰূপী গুৰুৰ ওচৰ চাপিব লাগে। প্ৰত্যেক জীৱৰ হৃদয়তে গুৰুৰূপে তেওঁ নিত্য বিৰাজিত। তেওঁ অন্তৰ্যামী, চিন্ময় মহাপুৰুষ। যিমানদিনে জীৱে এই হৃদয়ত থকা গুৰুৰ সন্ধান নাপায়, সিমানদিনে প্ৰকৃত শান্তিৰ কেন্দ্ৰ বিচাৰি নাপায়। একমাত্ৰ অভিনিবেশৰ সহায়ত এই হৃদয়স্থ গুৰুৰ ওচৰ চাপিব লাগে। অলপ অলপকৈ সমাধি আহিলেহে জীৱে এই বোধময় গুৰু মেধসৰ ওচৰত

উপনীত হ'ব পাৰে। সেয়েহে বৈশ্য সমাধি আৰু পাৰ্থিব সুৰথ আজি বৰ আনন্দেৰে বোধময় গুৰুৰ চৰণত উপসন্ন হৈ 'কাশ্চিৎ কথা চক্ৰতুঃ'—নিজৰ কথা ক'বলৈ আৰম্ভ কৰিলে।

**ৰাজোবাচ।**
**ভগবংস্ত্বামহং প্ৰষ্টুমিচ্ছাম্যেকং বদস্ব তৎ।**
**দুঃখায় যন্মে মনসঃ স্বচিত্তায়ত্ততাং বিনা।। ২৯।।**
**মমত্বং গতৰাজ্যস্য ৰাজ্যাঙ্গেষ্বখিলেষ্বপি।**
**জানতোঽপি যথাজ্ঞস্য কিমেতন্মুনিসত্তম।। ৩০।।**

**অন্বয় ঃ** ৰাজা উবাচ—ভগবন, ত্বাং অহম্ একং প্ৰষ্টুম্ ইচ্ছামি তৎ বদস্ব। (তৎবদস্ব—সেই প্ৰশ্নৰ উত্তৰ অনুগ্ৰহ কৰি কওক)। ২৯।।

স্ব-চিত্ত আয়ত্ততাং বিনা গত-ৰাজ্যস্য অখিলেষু ৰাজ্য-অঙ্গেষু অপি মমত্বং মে মনসঃ দুঃখায় (ভবতি ইতি) জানতঃ অপি যথা অজ্ঞস্য (তথা) যৎ (মমত্বং), হে মুনি সত্তম! এতৎ কিম্। ৩০।।

ৰাজ্যাঙ্গ—স্বামী, অমাত্য, সুহৃদ, কোষ, ৰাষ্ট্ৰ, দুৰ্গ আৰু বল, এই সাতোটা ৰাজ্যাঙ্গ।

**অনুবাদ ঃ** ৰজা সুৰথে মেধা মুনিক এইবুলি কৈছে—হে ভগৱন! আপোনাক মই এটা প্ৰশ্ন সুধিব খোজোঁ। অনুগ্ৰহপূৰ্বক তাৰ যথাযথ উত্তৰ দিয়ক। ২৯।।

(প্ৰশ্ন) হে মুনিবৰ! মোৰ চিত্ত মোৰ বশীভূত নহয় বুলি মোৰ হৃত ৰাজ্যৰ প্ৰতি এতিয়াও মমতা আছে। এই মমতাই মোৰ দুখৰ কাৰণ—এই কথা মই জানোঁ। কিন্তু এই কথা জনা সত্বেও হৃত ৰাজ্যৰ আৰু সমুদায় ৰাজ্যাঙ্গসমূহৰ প্ৰতি অজ্ঞ লোকৰ দৰে মোৰ যে মমতা থাকি গৈছে ইয়াৰ কাৰণ কি? ৩০।।

**ব্যাখ্যা ঃ** গুৰু আৰু ব্ৰহ্ম অভিন্ন। ব্যৱহাৰিক জগততো যেতিয়া কোনো শিষ্য গুৰুৰ ওচৰত উপস্থিত হয় তেতিয়া গুৰুক ঈশ্বৰৰূপে দৰ্শন কৰা উচিত। সেইবাবে ভগৱন বুলি সম্বোধন কৰা হৈছে। যি লোকৰ গুৰুত ঈশ্বৰ-জ্ঞান হৈছে একমাত্ৰ তেনে লোকৰ ওচৰতহে গুৰুৱে দিয়া সাধন-ৰহস্যৰ উপদেশসমূহৰ যথাৰ্থ তত্ত্ব উদ্ভাসিত হৈ উঠে।

জীৱাত্মাই সমাধিৰ সহায়ত শুদ্ধবোধত সমাহিত হৈ চিত্ত বিক্ষেপৰ কাৰণ নিৰ্ণয় কৰিবলৈ উদ্যত হৈছে। এই মন্ত্ৰৰ এয়ে আধ্যাত্মিক অৰ্থ। ২৯।।

ইতিপূৰ্বে সমাধিৰ লগত সুৰথে যিবোৰ আলোচনা কৰিছিল, যি চিত্ত-বিক্ষেপৰ হেতু নিৰ্ণয় কৰিব নোৱাৰি গুৰু মেধসৰ ওচৰত উপস্থিত হৈছিল এই প্ৰশ্নেৰে তাকে পৰিব্যক্ত কৰিলে। বোধময় গুৰুৰ ওচৰত উপস্থিত হৈ বিষয়ৰ প্ৰতি আসক্তিৰ কেন্দ্ৰ অনুসন্ধান কৰিব ধৰিলে। ইয়াত 'জানতোঽপি যথাজ্ঞস্য'—'জ্ঞান থাকোঁতেও অজ্ঞ লোকৰ দৰে'—এই কথাটোৰ ভিতৰত এটা সুন্দৰ ৰহস্য আছে। আমি বহুতে এই কথাটো ভালদৰে বুজি পাওঁ আৰু আনকো বুজাব পাৰোঁ যে এই সংসাৰ মোৰ নহয়,

এই দেহ আৰু ইন্দ্ৰিয়বিলাক মোৰ নহয়, কিন্তু কাৰ্যক্ষেত্ৰত আমি সকলোৱে অজ্ঞৰ দৰে ব্যৱহাৰ কৰোঁ, জ্ঞানেৰে যেনেদৰে বুজোঁ। বহু সময়ত কাৰ্যক্ষেত্ৰত তাক পালন কৰিব নোৱাৰোঁ। সাধকমাত্ৰেই এনে এটি সংকটাপন্ন অৱস্থাত উপস্থিত হয়। বুদ্ধিৰ নিৰ্মল জ্যোতিত হৃদয় যিমানেই আলোকিত হয়, সংসাৰৰ সংস্কাৰসমূহ সিমানেই অকিঞ্চিৎকৰ বোধহয়, তথাপি চিত্তৰ যে চিৰ-অভ্যস্ত বিষয়-আসক্তি সেই আসক্তি কোনোমতে নিবৃত্ত নহয়। জীৱে জ্ঞানেৰে ভালদৰে বুজিব পাৰে যে এই দেহ একো নহয়, সংসাৰ মিছা, সংস্কাৰসমূহৰ কোনো সাৰ্থকতা নাই—এইবোৰ ক্ষুদ্ৰতাৰ খেলা মাথোন; কিন্তু মন যে সেই ক্ষুদ্ৰতাতে মুগ্ধ হৈ থাকে—তাক এৰুৱাবৰ কোনো উপায় নাই। ইতিপূৰ্বেও এনেবোৰ দোষ আছিল, কিন্তু তেতিয়া ইমান যন্ত্ৰণাদায়ক নাছিল; কাৰণ জীৱে তেতিয়া বিষাক্ত বায়ুপূৰ্ণ অন্ধকাৰময় স্থানতে বৰ সুখতেই আছিল, কিন্তু জীৱ যে এতিয়া মেধস্ আশ্ৰমত উপস্থিত হৈছে। সমাধিৰ সহায় লাভ কৰিছে। শুভ্ৰ আলোকেৰে ভৰা সেই উদাৰ-অনন্ত চিন্ময় আকাশ চকুত পৰিছে—এতিয়াতো আগৰ অৱস্থা সুখকৰ বোধ নহয়। এই অৱস্থাত জীৱে বিষয়ৰ আসক্তি ত্যাগ কৰিবও নোৱাৰে আৰু বিষয়ভোগৰপৰা সুখো নাপায়—এই যে উভয়প্ৰকাৰ অভাৱ বোধ কৰে সেইবাবে জীৱ অতিশয় দুখিত হৈ পৰে।" সেইবাবে মন্ত্ৰটিত প্ৰথমতে 'দুঃখায়' বুলি কৈছে। ৩০।।

অয়ঞ্চ নিকৃতঃ পুত্ৰৈৰ্দাৰৈৰ্ভৃত্যৈস্তথোজ্ঝিতঃ।
স্বজনেন চ সন্ত্যক্তস্তেষু হাৰ্দী তথাপ্যতি।। ৩১।।
এবমেষ তথাহঞ্চ দ্বাবপ্যত্যন্ত দুঃখিতৌ।
দৃষ্টদোষেঽপি বিষয়ে মমত্বাকৃষ্ট মানসৌ।। ৩২।।

**অন্বয় ঃ** অয়ং চ পুত্ৰৈঃ দাৰৈঃ নিকৃতঃ তথা ভৃত্যৈঃ উজ্ঝিতঃ স্বজনেন চ সন্ত্যক্তঃ। তথা অপি তেষু অতি হাৰ্দী।

নিকৃতঃ—নিৰাকৃতঃ, উজ্ঝিতঃ—বৰ্জিতঃ।

এবম্ এষঃ তথা চ অহং দ্বৌ অপি অত্যন্ত দুঃখিতৌ; (কথং?) বিষয়ে দৃষ্ট-দোষে অপি মমত্ব-আকৃষ্ট-মানসৌ।

**অনুবাদ ঃ** এই বৈশ্যও স্ত্ৰী-পুত্ৰসকলৰ দ্বাৰা বঞ্চিত, অমাত্যসকলৰ দ্বাৰা বৰ্জিত আৰু আত্মীয়সকলৰ দ্বাৰা পৰিত্যক্ত হৈছে। তথাপি তেওঁলোকৰ প্ৰতি তেওঁ এতিয়াও অতিশয় স্নেহাসক্ত হৈ আছে। ৩১।।

এইদৰে এওঁ আৰু মই উভয়ে অত্যন্ত দুঃখিত হৈছোঁ; কাৰণ স্ত্ৰী-পুত্ৰ-ৰাজ্য আদিৰ বিষয়ে দোষ দেখিও সিহঁতৰ প্ৰতি আমাৰ চিত্ত মমতাযুক্ত হৈ আছে। ৩২।।

**ব্যাখ্যা ঃ** ময়ে অকলে নহয়। এই যে সমাধি—এৱোঁ স্ত্ৰী-পুত্ৰ-স্বজন-ভৃত্যসকলৰ দ্বাৰা বিতাড়িত, পৰিত্যক্ত হৈও তেওঁলোকৰ প্ৰতি স্নেহশীল।

সঁচাকৈয়ে জীৱে যেতিয়া দেখা পায় যে বিষয় বিষমাত্ৰ, তেতিয়াও কি যেন অজেয় শক্তিৰ তাড়নাত সেই বিষ পান কৰিবলগা হয়—ইয়াতকৈ আৰু নৰক যন্ত্ৰণা একো হ'ব নোৱাৰে। প্ৰথম প্ৰথম এই যন্ত্ৰণা সামান্যভাৱে অনুভব হয়, কিন্তু মহামায়াৰ

কৃপাত বৃদ্ধিময় ক্ষেত্ৰত যিমান বেছি সময় থাকিবৰ সুযোগ পায়, এই যন্ত্ৰণাৰ মাত্ৰা সিমানেই বাঢ়ি যায়। সংসাৰৰ কাজ কৰিব লাগে। কৰে, কিন্তু একোতেই স্বস্তি নাপায়। এনে এটি মৰ্মপীড়া অন্তৰে অন্তৰে থাকে যে সাধক ব্যতিৰেকে অন্য লোকে তাক উপলব্ধি কৰিব নোৱাৰে।

পিছে এই দুখৰ অনুভূতিয়েই ভগৱৎ লাভৰ আগজাননী। সুৰথ আৰু সমাধিৰ এই সংসাৰখন অনিত্য বুলি বোধ হৈছে। সেইবাবে 'দৃষ্ট দোষে২পি বিষয়ে' বুলি কৈছে। অসুখবোধো যথেষ্ট হৈছে, সেইবাবে কৈছে 'অত্যন্ত দুঃখিতৌ'। দুখবোধৰ অনুভূতি যাৰ যথাৰ্থৰূপে আছে, সেই ব্যক্তিৰ দুখৰ পৰা মুক্তিও সোনকালে আছে। ভগৱতীৰ এয়ে ইচ্ছা। সাংসাৰিক দুখৰ অনুভূতি জগাই লৈ জীৱক সাধনা ক্ষেত্ৰত প্ৰৱেশ কৰায়। ৩১।।৩২।।

**তৎ কেনৈতন্মহাভাগ যন্মোহো জ্ঞানিনোৰপি।**
**মমাস্য চ ভয়ত্যেষা বিবেকান্ধস্য মূঢ়তা।। ৩৩।।**

**অন্বয় ঃ** মহাভাগ! মম অস্য চ জ্ঞানিনোঃ অপি এতৎ মোহঃ তৎ কেন যৎ বিবেক অন্ধস্য এষা মূঢ়তা ভৱতি। ৩৩।।

(বস্তুতত্ত্বৰ প্ৰকৃত জ্ঞানেই, নিত্য বস্তুৰ নিত্যত্ব জ্ঞান আৰু অনিত্য বস্তুৰ অনিত্যত্ব জ্ঞানেই বিবেক।)

**অনুবাদ ঃ** হে মহাভাগ! আমি সদ্‌সৎ বিচাৰ জ্ঞানসম্পন্ন, তথাপি এই মোহ কিয়? মই আৰু এওঁ উভয়েই বিবেকান্ধ হৈছোঁ। আমাৰ এই মূঢ়তাৰ কাৰণ কি?। ৩৩।।

**ব্যাখ্যা ঃ** ৰূপ-ৰসাদি বিষয়সমূহ দোষযুক্ত—এই কথা এওঁ আৰু মই জানোঁ। তথাপি এই মোহ আমাৰ কিয় হয়? এই মূঢ়তা বিবেকান্ধ ব্যক্তিৰহে হয়।

জীৱে সমাধিৰ সহযোগত নিত্য পৰমাত্ম স্বৰূপত অৱস্থান কৰিবলৈ প্ৰয়াস কৰে: কিন্তু মন সদায় বিষয়-ইন্দ্ৰিয়ৰ সহযোগত পৰিচ্ছিন্ন জ্ঞানতেই পৰিতৃপ্ত থাকে। সেই মনটোক কোনোপধ্যে আয়ত্ত্ব কৰিব নোৱাৰি। সাধকে নিজৰ অজ্ঞান-অন্ধতা, মোহ-মূঢ়তা সম্যকভাৱে হৃদয়ঙ্গম কৰিব পাৰিছে; সেইকাৰণে শুদ্ধ বোধৰূপী গুৰুৰ ওচৰত উপস্থিত হৈ তেওঁৰ কৃপাত এই মূঢ়তা বিদূৰিত কৰিবৰ প্ৰয়াস কৰিছে।

মোহ কি? সেই কথাটো যেতিয়ালৈকে সাধকে বুজি নাপায়, তেতিয়ালৈকে প্ৰকৃত অভাৱ কি বুজিব নোৱাৰে। কাম, ক্ৰোধ আদি ৰিপুবিলাকৰ ভিতৰত মোহেই সকলোতকৈ ডাঙৰ পাপ। যিজন ব্যক্তি মোহাচ্ছন্ন নহয়, তেওঁক অন্যবিলাক ৰিপুৱে আক্ৰমণ কৰিব নোৱাৰে। মোৰ দেহ, মোৰ গৃহ—এইপ্ৰকাৰ জ্ঞানেই মোহ।

এই মন্ত্ৰত আমি দেখিবলৈ পাওঁ যে সুৰথ আৰু সমাধি উভয়েই গুৰুৰ ওচৰত উপস্থিত হৈ নিজকে উভয়ে বিবেকান্ধ আৰু মূঢ় বুলি প্ৰতিপন্ন কৰিলে। সাধনা ক্ষেত্ৰত এইটোকে লাগে। যিমান ডাঙৰ জ্ঞানী বা অভিজাত্যসম্পন্ন নহওঁক, গুৰুৰ ওচৰত উপস্থিত হৈ নিজকে মূঢ় আৰু অজ্ঞানান্ধ বুলি কৈ জ্ঞানচক্ষু উন্মীলনৰ উপদেশ ভিক্ষা

কৰিব লাগে। এনেধৰণৰ ভাব প্ৰাণত নাথাকিলে গুৰুকৃপা লাভ নহয়। গীতাতো কৈছে—"তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেবয়া। উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনস্তত্ত্বদৰ্শিনঃ।। তত্ত্বদৰ্শী মহাপুৰুষসকলে তোমাক উপদেশ দিব। তুমি প্ৰণিপাত, পৰিপ্ৰশ্ন আৰু সেৱাৰ দ্বাৰা তাক গ্ৰহণ কৰিবা। প্ৰণিপাত শব্দই কেৱল মাত্ৰ কায়িক, বাচনিক আৰু মানসিক প্ৰণাম মাত্ৰকে নুবুজায়। প্ৰণিপাত তেতিয়াই পূৰ্ণাঙ্গ হ'ব যেতিয়া তুমি নিজৰ অহং জ্ঞান অম্লানবদনে বিনা বিচাৰে গুৰুৰ চৰণত প্ৰকৃষ্টৰূপে নিপাতিত কৰি দিব পাৰিবা। সুৰথ আৰু সমাধি তেতিয়াও প্ৰণিপাত কৰিবলৈ সমৰ্থ হোৱা নাই—কাৰণ তেওঁলোকে কৈছে—'জ্ঞানিনোৰপি'—আমি বুজোঁ, কিন্তু নোৱাৰোঁ। এই কথাটোৰ ভিতৰত জ্ঞানৰ অহঙ্কাৰ বিদ্যমান আছে। সেইবাবে মহৰ্ষিয়ে প্ৰথমতে সেই অহঙ্কাৰ সমূলে মৰিমূৰ কৰিবৰ কাৰণে যি প্ৰসঙ্গ উত্থাপন কৰিলে সি অতি সুন্দৰ আৰু অপূৰ্ব। 'বুজোঁ, কিন্তু নোৱাৰোঁ'—এই কথাটোৱে ভুল। বুজিলে নিশ্চয় পাৰা যায়। আচল কথা বুজাই নাই। সেইটো গুৰুৰ কৃপা নহ'লে নহয়। যিজনে প্ৰকৃততে বুজিব পাৰে যে সংসাৰৰ সংস্কাৰসমূহ মোৰ আত্মাৰ স্বৰূপ নহয়। সেইজননো তাত মুগ্ধ হ'ব পাৰেনে? অহঙ্কাৰ পৰিত্যাগ কৰি সৰলপ্ৰাণে প্ৰণিপাত অভ্যাস কৰিব লাগিব, গুৰুৰ চৰণত শৰণাগত হ'ব লাগিব। নিজকে বিবেকান্ধ মূঢ় বুলি পূৰ্ণভাৱে উপলব্ধি কৰিব লাগিব—তেতিয়া গুৰুৱে নিশ্চয় কৃপা কৰিব। তুমিও ধন্য হ'বা—জগৎ পৱিত্ৰ হ'ব।

**ঋষিৰুবাচ।**

**জ্ঞানমস্তি সমস্তস্য জন্তোৰ্বিষয়গোচৰে।**

**বিষয়শ্চ মহাভাগ যাতি চৈব পৃথক্ পৃথক্।। ৩৪।।**

**অন্বয় ঃ** ঋষিঃ উবাচ—মহাভাগ। সমস্তস্য জন্তোঃ বিষয়-গোচৰে জ্ঞানম্ অস্তি, বিষয়ঃ চ এবং চ পৃথক্ পৃথক্ যাতি।

বিষয়-গোচৰে—ৰূপ-ৰসাদি ইন্দ্ৰিয়গ্ৰাহ্য বিষয়ে; যাতি—জ্ঞানৰ বিষয় হয়; এবং—এইদৰে, যেনেদৰে মই ক'ম সেইদৰে।

**অনুবাদ ঃ** মেধা ঋষিয়ে ক'লে—হে মহামতে। সকলো প্ৰাণীৰেই ইন্দ্ৰিয়গ্ৰাহ্য ৰূপ-ৰসাদি বিষয়ে জ্ঞান আছে আৰু বিষয়সমূহো এইদৰে পৃথক্ পৃথকভাৱে সকলো প্ৰাণীৰে জ্ঞানৰ বিষয় হয়। ৩৪।।

**ব্যাখ্যা ঃ** ঋষি ঃ পৰমাত্মাৰ ক্ষেত্ৰত নিত্য বিচৰণকাৰী যিসকল তেওঁলোকেই ঋষি; তেওঁলোকেই সত্যদৰ্শী; তেওঁলোকেই মন্ত্ৰদ্ৰষ্টা। সত্যস্থ হৈ তেওঁলোকে যি কয়, সি প্ৰত্যক্ষ দৰ্শনৰ ফল। ঋষি সদানন্দময় মহাপুৰুষ, ব্ৰহ্মলিপ্ত ব্ৰহ্মজ্ঞ। বাহ্য লক্ষণত ঋষি চিনা কঠিন। মানুহক আত্ম-পৰিচয় দিবৰ কাৰণে কোনোৰূপ, মিথ্যা আড়ম্বৰ লৈ তেওঁলোক নাথাকে।

ঋষিয়ে ক'লে, সকলো প্ৰাণীৰে জ্ঞান আছে। কিন্তু সেই জ্ঞান বিষয়-গোচৰ। বিষয় শব্দৰ অৰ্থ—ৰূপ-ৰসাদি। 'গো' শব্দৰ অৰ্থ ইন্দ্ৰিয় আৰু চৰ্ ধাতুৰ অৰ্থ

বিচৰণ। যি জ্ঞান ইন্দ্ৰিয়ৰ পথত বিচৰণ কৰি বিষয় আকাৰে প্ৰকটিত হয়, তাকেই বিষয়-গোচৰ জ্ঞান বোলে।

বৎস সুৰথ! তুমি যে নিজকে জ্ঞানী বুলি বিবেচনা কৰিছা, সেই জ্ঞান প্ৰাণীমাত্ৰৰেই আছে। আহাৰ, নিদ্ৰা, মৈথুন, ভয় ইত্যাদি বিষয়ক জ্ঞান সকলো প্ৰাণীৰেই সাধাৰণ। এইবোৰ জ্ঞান যেনেকৈ বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগত প্ৰকাশ পায়, তেনেকৈ তোমাৰ ৰাজ্যাদি বিষয়ৰ জ্ঞান আৰু সমাধিৰ স্ত্ৰী-পুত্ৰাদিৰ বিষয়ৰ জ্ঞান বিষয়গোচৰ জ্ঞান মাথোন। যি জ্ঞান লাভ কৰিলে নিজক জ্ঞানী বুলি ভবা যায়, সেই গোচৰাতীত জ্ঞানৰ সন্ধান নোপোৱাকৈয়ে নিজক জ্ঞানী বুলি ভাবিছা—সি অজ্ঞানহে মাথোন।

সকলো প্ৰকাৰ প্ৰাণীৰে যি জ্ঞান আছে সেই জ্ঞানৰ স্বৰূপ কি? সূৰ্যোদয়ৰ পৰা আৰম্ভ কৰি পুনৰায় সূৰ্যোদয়ৰ সময়লৈকে সকলো জীৱে জাগ্ৰত, স্বপ্ন আৰু সুষুপ্তি—এই তিনি অৱস্থা ভোগ কৰে। প্ৰথমে ধৰা যাওক জাগ্ৰত অৱস্থা—এই অৱস্থাটো কিছুমান বিশিষ্ট জ্ঞানৰ সমষ্টি মাথোন। দৰ্শন, শ্ৰৱণ, আহাৰ-বিহাৰ, অৰ্থোপাৰ্জন প্ৰভৃতি যিবোৰ কাৰ্য জাগ্ৰত অৱস্থাত অনুষ্ঠিত হয়, সেই সকলোবোৰ জ্ঞান ৰূপ-বিষয়ক, ৰস-বিষয়ক, স্পৰ্শ-বিষয়ক ইত্যাদিক্ৰমে নানা বিষয়ক জ্ঞান মাথোন। একেই জ্ঞান কিছুমান বিষয়ক লৈ বিশেষণযুক্ত হৈ বিভিন্নভাৱে প্ৰকাশ পায়। সেই বিশেষণ অংশ পৰিত্যাগ কৰিলে যি অখণ্ড শুদ্ধ জ্ঞান বাকী থাকে সেই জ্ঞানেই জাগ্ৰত কালৰ জ্ঞানৰ স্বৰূপ। এইদৰে স্বপ্ন অৱস্থাতো, সেই সময়তো মন, বুদ্ধি, চিত্ত আৰু অহঙ্কাৰ—এই চাৰি প্ৰকাৰ অন্তঃকৰণ ক্ৰিয়াশীল হৈ থাকে। সেই স্বপ্নাৱস্থাতো দৰ্শনাদি কাৰ্য জাগ্ৰত অৱস্থাৰ নিচিনা বিদ্যমান থাকে; গতিকে ৰূপ-ৰসাদি বিশেষণ বিশিষ্ট হৈ জ্ঞান প্ৰকাশ পায়। সেই বিশেষণ অংশ পৰিত্যাগ কৰিলে বিশুদ্ধ অখণ্ড জ্ঞানৰ স্বৰূপ প্ৰকাশ পায়। সেইদৰে সুষুপ্তি অৱস্থাতো। সুষুপ্তি অৱস্থাত সমস্ত ইন্দ্ৰিয় অন্তঃকৰণেৰে সৈতে লয় হয়; সেই সময়ৰ কোনো প্ৰকাৰ জ্ঞানৰ প্ৰকাশ নাথাকে সঁচা, কিন্তু নিদ্ৰা ভঙ্গ হ'লে এনে এটি প্ৰতীতি হয় যে মই সুখেৰে নিদ্ৰিত হৈ আছিলোঁ, "ইমানবোৰ ঘটনা ঘটি গ'ল মইতো একো ক'ব নোৱাৰোঁ।" এই যে নাজানোঁ বা অজ্ঞান—ইও একপ্ৰকাৰ জ্ঞান। সুষুপ্তি অৱস্থাত এই অজ্ঞান বিষয়ক জ্ঞান বিদ্যমান থাকে বুলিয়েই সাৰ পালে তাৰ স্মৃতি হয়। আগে যাৰ কোনো অস্তিত্ব নাথাকে তাৰ স্মৃতি অসম্ভৱ—গতিকে বুজিব পৰা যায় এই তিনি প্ৰকাৰ অৱস্থাতে জীৱ জ্ঞানতে অৱস্থিত থাকে। জ্ঞানৰ অভাৱ কেতিয়াও নহয়। দিন, সপ্তাহ, পক্ষ, মাহ, বছৰ, যুগ, জন্ম-জন্মান্তৰ ধৰি জীৱসমূহ এই এক অখণ্ড জ্ঞানত অৱস্থিত। সেইবাবে মহৰ্ষিয়ে কৈছে যে 'জ্ঞানমস্তি সমস্তস্য জন্তোঃ'; কিন্তু এই জ্ঞান বিষয়গোচৰ, অৰ্থাৎ বিশেষণযুক্ত বা বিশিষ্ট হৈ প্ৰকাশ পায়। ঘট বিষয়ক জ্ঞান, পট-বিষয়ক জ্ঞান, পুত্ৰ-বিষয়ক জ্ঞান ইত্যাদি আকাৰে আকাৰিত হৈ দিবা-ৰাত্ৰি একেই জ্ঞান বিভিন্ন প্ৰকাৰে উপলব্ধ হয়। জ্ঞানৰ এই বিশিষ্ট ভাৱ প্ৰকাশৰ নামেই বিষয়-গোচৰ জ্ঞান।

জাগ্ৰত, স্বপ্ন আৰু সুষুপ্তি—এই তিনি প্ৰকাৰ অৱস্থাত জ্ঞানৰ ওপৰত সেই যে বিশেষণ অংশ দেখিবলৈ পোৱা যায় তাক পৰিত্যাগ কৰি যি অখণ্ড একৰস জ্ঞানৰ

সন্ধান পোৱা যায় সেই জ্ঞান জীৱৰেই। এই জ্ঞান আনৰ পৰা ধাৰ কৰা জ্ঞান নহয়। জীৱৰ জন্মৰ পৰা মৃত্যু পৰ্যন্ত সেই এক অখণ্ড জ্ঞান নানাভাৱে বিকশিত হৈ প্ৰকাশ পায়। কেতিয়াবা কামিনী-কাঞ্চন আদি ভোগ, কেতিয়াবা ধৰ্ম, অৰ্থ, কাম, মোক্ষ আদি অপবৰ্গ—সেই একে জ্ঞানৰে বিভিন্ন অভিব্যক্তি মাত্ৰ। এইদৰে অনাদি জন্ম-মৃত্যু সেই জ্ঞানৰ কোলাতে সংঘটিত হৈ আহিছে। জ্ঞানৰ কোলাতে আমাৰ জন্ম, জ্ঞানৰ কোলাতেই আমাৰ অৱস্থিতি আৰু জ্ঞানৰ কোলাতেই আমাৰ মৃত্যু।

গীতাত কোৱা আছে যে "জ্ঞানং লব্ধা পৰাং শান্তিং ন চিৰেণাধিগচ্ছতি"। জ্ঞান লাভ কৰিলে অচিৰে শান্তি লাভ হয়। জ্ঞানেই প্ৰকৃত শান্তি। জ্ঞানতেই সৰ্ব কৰ্মৰ অৱসান হয়। জ্ঞানেই অমৃত। জ্ঞান লাভ কৰিলে যাৱতীয় ভয় বিদূৰিত হয়। বেদান্ত শাস্ত্ৰত জ্ঞানকেই যে মুক্তিৰ কাৰণ বুলি কৈছে—সেই জ্ঞান এই জ্ঞান। সৰ্ব জীৱতে প্ৰতি মুহূৰ্ততে উপলব্ধ যি জ্ঞান, ই সেই জ্ঞান। উপদেশ বা শাস্ত্ৰ অধ্যয়নৰ পৰা পোৱা জ্ঞান নহয়। এই জ্ঞান সকলো জীৱতে সমানভাৱে আছে; সেইকাৰণে অতি মূৰ্খ বা অতি দুৰাচাৰ ব্যক্তিয়েও ইচ্ছা কৰিলে সেই জ্ঞান পাব পাৰে। ইয়াৰেই নাম প্ৰজ্ঞান বা ব্ৰহ্ম। এই জ্ঞানৰেই অন্য নাম চিৎ।

সুৰথে অলপ জ্ঞানৰ গৰ্ব কৰিছিল। সেইবাবে মহৰ্ষিয়ে প্ৰথমতে এটা কথাতেই সেই গৰ্ব বিদূৰিত কৰি, যি মহান তত্ত্ব সমুখত দাঙি ধৰিলে তাত সুৰথ আৰু সমাধি ধন্য হৈ গ'ল। যিমানদিনলৈকে এই সহজাত অখণ্ড জ্ঞানৰ সন্ধান নাপায়, সিমানদিনলৈকে যি যিমান ডাঙৰ বিদ্বান নহওক, যিমান কঠোৰ তপস্বী নহওক। যিমান সিদ্ধ যোগীয়েই নহওক, যিমান ডাঙৰ শক্তিশালী ব্যক্তিয়েই নহওক—তেওঁ অজ্ঞান শিশু। এই অখণ্ড জ্ঞান ব্যতিৰেকে যিমানবোৰ জ্ঞান আছে সেই জ্ঞান বিশেষ জ্ঞান বা জ্ঞানাভাস মাত্ৰ। সমুদ্ৰ আৰু তৰঙ্গত যি প্ৰভেদ, জ্ঞান বা বিশেষ জ্ঞানতো সেই প্ৰভেদ। যিমানদিন সেই জ্ঞান লাভ নহয়, সিমানদিন মানুহ আধ্যাত্মিক দৃষ্টিত সাধাৰণ প্ৰাণী, অপেক্ষা বিশেষ শ্ৰেয় নহয়। এই কথাটো বুজাবৰ বাবে মহৰ্ষিয়ে 'সমস্তস্য জন্তোঃ' শব্দটোৰ প্ৰয়োগ কৰিছে।

এই অখণ্ড জ্ঞান-সমুদ্ৰৰ বিভিন্ন তৰঙ্গসমূহেই বৈচিত্ৰ্যময় বিভিন্ন বিষয়ৰূপে প্ৰতিভাত হয়।

সেইবাবে মন্ত্ৰত কৈছে—"বিষয়শ্চ মহাভাগ যাতি চৈব পৃথক্ পৃথক্"। বিষয় কি? বিষয় হৈছে ইন্দ্ৰিয়গ্ৰাহ্য বস্তু। বি-ষি+অচ্ = বিষয়। যি ধাতুৰ অৰ্থ বন্ধন। বিশেষৰূপে বন্ধন কৰে বুলি ইয়াৰ নাম বিষয়। শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ—এই পাঁচটি বিষয়। পঞ্চবিধ জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা এই বিষয়বোৰ গৃহীত হয়।

একমাত্ৰ বিষ্ণুৰ পৰমপদ সৰ্বত্ৰ অৱস্থিত। তাৰেপৰাই বিভিন্ন স্পন্দনসমূহ ইন্দ্ৰিয়ৰ দ্বাৰেদি জীৱৰ সংস্কাৰ-পুঞ্জত উপস্থিত হয় আৰু সেই জাতীয় সংস্কাৰক উদ্বুদ্ধ কৰে। এয়ে পৰম-পদৰ অৰ্থ। সংস্কাৰ বিষয়ৰ আকাৰত বাহিৰত প্ৰকাশ পায়। জগতখন বাহিৰত নহয়, মোৰ নিজৰেই জ্ঞানত অৱস্থিত। মোৰেই জ্ঞান জগত আকাৰত আকাৰিত হৈ আছে। যি শক্তিৰ প্ৰভাৱত সেই অখণ্ড জ্ঞান খণ্ড খণ্ড হয়—

বিষয়ৰ আকাৰত প্ৰকাশ পায়—তাকেই এই চণ্ডীত মহামায়াৰূপে ব্যাখাত। সাধক ৰামপ্ৰসাদে গাইছে—জ্ঞান-সমুদ্ৰৰ মাজেৰে মন শক্তিৰূপা মুক্তা কাল। যেতিয়া গুৰুৰ কৃপাত জীৱৰ তৃতীয় নেত্ৰৰ উন্মীলন হয়, তেতিয়া সি দেখিবলৈ পায় যে বিষয় বুলি পৃথক বস্তু একো নাই—এটা শক্তিয়েই বিভিন্ন বিষয়-আকাৰত প্ৰকাশ পাইছে। পৰিদৃশ্যমান এই জগত এটা শক্তিমান পৰমাণু শক্তি—আধুনিক জড় বিজ্ঞানে তাক প্ৰমাণ কৰিছে। যিমানদিন জীৱ শিশু হৈ থাকে, সেই অখণ্ড জ্ঞানৰ সন্ধান নাপায়, সিমানদিনেই শক্তিৰূপিণী মহামায়াই একে জ্ঞানকে বিভিন্নভাৱে, বিভিন্ন ৰসেৰে আস্বাদন কৰায়। মনত ৰাখিব লাগিব যে জ্ঞান এক আৰু সেই জ্ঞানক বিষয়-আকাৰে প্ৰকটিতা কৰে বহু বৈচিত্ৰ্যকাৰিণী মহাশক্তিয়ে। এয়ে মূল তত্ত্ব আৰু মনত ৰাখিব লাগিব যে এই জ্ঞান আৰু শক্তি প্ৰকৃততে অভিন্ন। ৩৪।।

**দিবান্ধাঃ প্ৰাণিনঃ কেচিদ্ৰাত্ৰাবন্ধাস্তথা পৰে।**
**কেচিদ্দিবা তথা ৰাত্ৰৌ প্ৰাণিনস্তুল্যদৃষ্টয়ঃ।। ৩৫।।**

**অন্বয় ঃ** কেচিৎ প্ৰাণিনঃ দিবা-অন্ধাঃ তথা অপৰে ৰাত্ৰৌ অন্ধাঃ। কেচিৎ দিবা-ৰাত্ৰৌ তথা প্ৰাণিনঃ তুল্য-দৃষ্টয়ঃ।

তুল্য-দৃষ্টয়ঃ—সমান দৃষ্টি-সম্পন্ন।

**অনুবাদ ঃ** কোনো প্ৰাণী দিনত দৃষ্টি-শক্তিহীন (যেনে, ফেঁচা), কোনো কোনো প্ৰাণী ৰাতি অন্ধ (যেনে, কাউৰী আদি), কোনো কোনো প্ৰাণী দিনতো অন্ধ, ৰাতিও অন্ধ (যেনে, কেঁচু), আৰু কোনো কোনো প্ৰাণী দিনত বা ৰাতি উভয় কালতে সমদৃষ্টি সম্পন্ন (যেনে, মেকুৰী, ৰাক্ষস আদি)। ৩৫।।

**ব্যাখ্যা ঃ** আগেয়ে কোৱা হৈছে যে জ্ঞান অভিন্ন হ'লেও বিষয়-গোচৰ হেতুকে বহুৰূপে প্ৰকাশ পায় আৰু সেইবাবে বিষয়সমূহো বেলেগ বেলেগ ৰূপে প্ৰতীতিযোগ্য হয়। এতিয়া এই বিষয়-ভোগ বা অনুভূতিগত বিভিন্নতা পৰিব্যক্ত কৰিছে। কোনো কোনো প্ৰাণী (আমি মানুহ বুলি ধৰিম) দিবান্ধ। দিবা শব্দৰ অৰ্থ প্ৰকাশাত্মক বস্তু—জ্ঞান, তাতে অন্ধ—দেখা নাপায়। একমাত্ৰ জ্ঞানেই যে বিষয়ৰূপে সদায় প্ৰকাশ পাব লাগিছে সেইটো উপলব্ধি কৰিব নোৱাৰে। সিহঁতে দেখিবলৈ পায়—ৰূপ-ৰসাদি বিষয় জগত। ইযে জ্ঞান-ব্যতিৰেকে একো নহয়। হাজাৰবাৰ বুজাই দিলেও সিহঁতে সেই কথা গ্ৰহণ কৰিব নোৱাৰে। এইটো সাধাৰণ জীৱ-জগতৰ অৱস্থা।

দ্বিতীয় একশ্ৰেণী মানুহ আছে যিবিলাকে ৰাতি দেখা নাপায়, অৰ্থাৎ দিনত দেখা পায়। এইশ্ৰেণীৰ মানুহে জগত মিথ্যা বুলি কয়। যিহেতুকে এওঁলোকে সত্য পৰমাৰ্থ জ্ঞান লাভ কৰিবৰ পূৰ্বে মুখেৰে কয় যে অখণ্ড জ্ঞান-সমুদ্ৰত তৰঙ্গৰূপে সেই যে বিষয়ৰূপিণী মহাশক্তি প্ৰতি মুহূৰ্ততে প্ৰকাশ পাব ধৰিছে—সি ভ্ৰান্তি, মিথ্যা; সেইবাবে দৰ্শনৰ অযোগ্য। তাৰ ফলত এই পৰিদৃশ্যমান জগত অংশ তেওঁলোকৰ ওচৰত ৰাত্ৰি-তুল্য, অৰ্থাৎ অজ্ঞাতেই থাকে। বিশেষ কথা এই যে এওঁলোকে জগতক মিথ্যা বুলিবলৈ

গৈ কাৰ্যতঃ জগদীশ্বৰকো মিথ্যা বুলি উৰাই দিব খোজে; অথচ স্বয়ং কিন্তু সততে জগৎ জ্ঞানতে বিচৰণ কৰিবলৈ বাধ্য হয়। এওঁলোকে বাস্তৱিক ৰাত্ৰ্যন্ধ।

তৃতীয় আৰু একশ্ৰেণী লোক আছে, তেওঁলোকে উভয়তঃ তুল্য-দৃষ্টি সম্পন্ন। এওঁলোক সত্যদৰ্শী ঋষি নামে অভিহিত। চিৎ-অচিৎ, সৎ-অসৎ, জ্ঞান-অজ্ঞান, জ্ঞাতা-জ্ঞেয় সৰ্বত্ৰ এক অখণ্ড পৰমাত্ম-সত্তা দৰ্শনতেই তেওঁলোক অভ্যস্ত। সেইবাবে তেওঁলোক দিন-ৰাত্ৰি উভয়তেই অভেদদৰ্শী, তুল্যদৰ্শী। অজ্ঞানো যে জ্ঞানৰেই একপ্ৰকাৰ প্ৰকাশ, তেওঁলোকে সেইটো উপলব্ধি কৰিব পাৰে। এক অখণ্ড জ্ঞানেই যে অখণ্ড শক্তিময় আৰু সেই অখণ্ড শক্তি যে আনন্দ-লীলাৰ নাম-ৰূপ ব্যৱহাৰাত্মক বিষয়ৰ আকাৰত জীৱ-জগতৰূপে প্ৰতিভাত, এইটো তেওঁলোকে প্ৰত্যক্ষ কৰিব পাৰে। ঋষিসকল এই সৰ্বশাস্ত্ৰ প্ৰতিপাদ্য তত্ত্বত নিয়ত অৱস্থিত; সেইবাবে দিবা-ৰাত্ৰি, জ্ঞান-অজ্ঞান, প্ৰকাশ-অপ্ৰকাশ উভয়তে তেওঁলোক তুল্যদৃষ্টি সম্পন্ন।

গীতাতো ঠিক এই ভাৱৰে এটি শ্লোক আছে—"যা নিশা সৰ্বভূতানাং তস্যাং জাগৰ্তি সংযমী। যস্যাং জাগ্ৰতি ভূতানি সা নিশা পশ্যতো মুনেঃ।" যি সৰ্বভূতৰ পক্ষে নিশা, অৰ্থাৎ অপ্ৰকাশ, সংযমী সাধক সেই আত্মজ্ঞানৰূপ নিত্য প্ৰকাশাত্মক বস্তুত সৰ্বদা জাগ্ৰত। তেওঁলোকে সৰ্বদাই জ্ঞানতে বিচৰণ কৰে আৰু সমস্ত প্ৰাণী যি বিষয়-জ্ঞানৰূপ পৰিচ্ছিন্নতাত বিচৰণ কৰে, সত্যদৰ্শী সাধকৰ পক্ষে সেয়ে নিশা, অৰ্থাৎ অদৃশ্য; কাৰণ সাধাৰণ মানুহৰ দৰে তেওঁলোকে বিষয়ক বিষয়-মাত্ৰ ৰূপে গ্ৰহণ নকৰে। আত্মা—জ্ঞানৰূপিণী মাতৃ মোৰ বিষয়-আকাৰত স্বেচ্ছাই প্ৰকাশিত, এইৰূপ দৰ্শনত তেওঁলোক অভ্যস্ত। আকৌ যিবিলাকে জগতক মিথ্যা বুলি কয়, তেওঁলোকেও যথাৰ্থ কথাকেই কয়। সেই উক্তিও সম্পূৰ্ণ সত্য; কাৰণ জগতক মাত্ৰ জগতৰূপে দৰ্শনৰ নামেই মিথ্যা দৰ্শন। ব্ৰহ্মই জগতৰূপে প্ৰতিভাত, এই দৰ্শনেই সত্য দৰ্শন।

পূৰ্বৰ মন্ত্ৰত যি অখণ্ড জ্ঞানতত্ত্ব প্ৰতিপাদিত হৈছে সেই জ্ঞান কিৰূপভাৱে জীৱ-জগতত প্ৰকটিত আৰু উপলব্ধিযোগ্য হয় তাকেহে এই মন্ত্ৰত প্ৰকাশ কৰিছে—ইয়াত কাৰো নিন্দা বা প্ৰশংসা কৰা নাই। ৩৫।।

**জ্ঞানিনো মনুজাঃ সত্যং কিন্তু তে নহি কেবলম্।**
**যতো হি জ্ঞানিনং সৰ্বে পশুপক্ষিমৃগাদয়ঃ।। ৩৬।।**

**অন্বয় ঃ** মনুজাঃ জ্ঞানিনঃ সত্যম্। কিন্তু কেবলং তে নহি। যতঃ হি সৰ্বে পশুপক্ষিমৃগাদয়ঃ জ্ঞানিনঃ।

জ্ঞানিনঃ—বিষয়ৰ জ্ঞান থকা।

**অনুবাদ ঃ** হে সুৰথ! মানুহবিলাক জ্ঞানী, এই কথা সঁচা; কিন্তু কেৱল তেওঁলোকৰেই যে জ্ঞান আছে সেইটো নহয়, কাৰণ পশু-পক্ষী, মৃগ প্ৰভৃতি সকলো প্ৰাণীৰেই জ্ঞান আছে। ৩৬।।

**ব্যাখ্যা ঃ** জীৱসমূহ যে জাগ্ৰতাদি ত্ৰিবিধ অৱস্থাত একমাত্ৰ জ্ঞানতেই অৱস্থিত এইটো কথা ইয়াৰ আগতে বিশেষভাৱে কোৱা হৈছে। সেই জ্ঞানসত্তা যে কেৱল

মানুহৰেই আছে সেইটো নহয়; পশু-পক্ষী প্ৰভৃতি প্ৰাণী মাত্ৰেই জ্ঞানসত্তাত সত্তাবান্। আহাৰ, নিদ্ৰা, ভয়, মৈথুন ইত্যাদি বিষয়ৰ জ্ঞান পশু-পক্ষীবিলাকৰো আছে। এই জ্ঞান বিষয়-গোচৰৰূপে প্ৰকটিত। এক কথাত ক'ব লাগিলে জগত জ্ঞানতেই সঞ্জাত, জ্ঞানতেই অৱস্থিত আৰু জ্ঞানতেই পুনঃ প্ৰলীন হয়। জ্ঞান-ভিন্ন ক'তো একো নাই। যি জড় পদাৰ্থৰূপে আমাৰ ওচৰত প্ৰতীয়মান, সিও জ্ঞানৰেই ঘনীভূত অৱস্থা। জ্ঞানেই জগতৰ আকাৰত আকাৰিত হৈ প্ৰকাশ পাইছে; কিন্তু পশু-পক্ষী প্ৰভৃতি মনুষ্যেতৰ প্ৰাণীবিলাকে এইটো উপলব্ধি কৰিব নোৱাৰে; কাৰণ সিহঁতে এতিয়াও সেইৰকম সমুন্নত আৰু সামঞ্জস্যপূৰ্ণ ইন্দ্ৰিয়াদি লাভ কৰিব পৰা নাই। কিন্তু মানুহৰ ইন্দ্ৰিয়াদি সমুন্নত আৰু সামঞ্জস্যপূৰ্ণ হোৱা বাবে এই জ্ঞান উপলব্ধিৰ পূৰ্ণ কৰণসমূহ মানুহৰ আছে। যিমানদিনলৈকে মানুহ এই সহজ জ্ঞান লাভৰ পৰা বিমুখ থাকে, তেতিয়ালৈকে মানুহ পশু-পক্ষী তুল্য জ্ঞানবান্ মাত্ৰহে হৈ থাকে, বিশেষ কোনো পাৰ্থক্য নাথাকে। মহৰ্ষিয়ে সুৰথক এই কথাটোহে বুজাইছে। ৩৬।।

**জ্ঞানঞ্চ তন্মনুষ্যাণাং যত্তেষাং মৃগপক্ষিণাম্।**
**মনুষ্যাণাঞ্চ যত্তেষাং তুল্যমন্যৎ তথোভয়োঃ।। ৩৭।।**

**অন্বয় ঃ** তেষাং মৃগপক্ষিণাম্ যৎ জ্ঞানং মনুষ্যাণাং চ তৎ। মনুষ্যাণাং চ যৎ (তৎ) তেষাং তথা অন্যৎ উভয়োঃ তুল্যং।

**অনুবাদ ঃ** পশু-পক্ষীবিলাকৰ যেনে জ্ঞান (বিষয় জ্ঞান) মানুহৰো সেইৰূপ জ্ঞান। আকৌ মনুষ্যবিলাকৰ যেনে জ্ঞান (বিষয়-জ্ঞান) পশু-পক্ষীবিলাকৰো তদ্ৰূপ (আহাৰ, নিদ্ৰা আদি অন্যান্য বিষয়ৰ জ্ঞান উভয়ৰেই সমান)। ৩৭।।

**ব্যাখ্যা ঃ** পূৰ্বৰ মন্ত্ৰত কোৱা হৈছে যে কেৱল মনুষ্যই জ্ঞানী নহয়। পশু-পক্ষীৰো জ্ঞান আছে। এতিয়া 'জ্ঞানঞ্চ' ইত্যাদি বাক্যত তাকেই বিশেষকৈ বুজোৱা হৈছে। এই মন্ত্ৰৰ প্ৰথমাৰ্দ্ধত মৃগ-পক্ষী প্ৰভৃতি তিৰ্যক জাতিৰ জ্ঞানৰ লগত মানুহৰ জ্ঞানৰ তুল্যতা প্ৰতিপাদিত হৈছে। এই তুল্যতা আহাৰ, নিদ্ৰা, ভয় আদি বিষয়ক; কাৰণ পশু-পক্ষীৰ জ্ঞান আহাৰাদি বিষয় যেনে মানুহৰো তেনে।

পাশ্চাত্য সভ্যতাৰ বহুল প্ৰচাৰত মানুহৰ জ্ঞান-বিজ্ঞানৰ প্ৰসাৰ সৰ্বদিগ্‌ব্যাপী আৰু বিস্ময়কৰ হৈ উঠিছে। আৰ্য দৃষ্টিত ইও পশুচিৎ জ্ঞানৰূপে প্ৰতীয়মান হয়। যি জ্ঞানৰ সীমা মাত্ৰ ভৌতিক জগত পৰ্যন্ত পৰিব্যাপ্ত, সেই জ্ঞান যিমানেই মাৰ্জিত, সু-সংস্কৃত বা অভ্যুদয়সম্পন্ন নহওক তাক অজ্ঞানেই বোলা হয়। অজ্ঞান শব্দই জ্ঞানৰ অভাৱ বা জ্ঞান-বিৰোধী অনিৰ্বচনীয় কিবা এটা নুবুজায়। ঈষৎভাৱে প্ৰকটিত জ্ঞানকেই অজ্ঞান বোলে। সকলো জীৱৰে পূৰ্বে কোৱা সেই অখণ্ড সহজ জ্ঞান যেতিয়া পৰিচ্ছিন্নৰূপে, অৰ্থাৎ নাম আৰু ৰূপাদি বিশিষ্ট হৈ প্ৰকাশ পায়, তেতিয়া তাকেই অজ্ঞান বোলে। এই অজ্ঞানত বা অলপ জ্ঞানাংশত পশু আৰু মনুষ্য উভয়েই তুল্য। পশুৰ ইন্দ্ৰিয়বিলাক অপূৰ্ণ আৰু সামঞ্জস্যহীন; সেইবাবে সিহঁতৰ ভিতৰেদি যি জ্ঞান প্ৰকাশ পায়, মানুহৰ চকুত সি অজ্ঞান। মানুহৰ কৰণবোৰ সম্যক সমুন্নত, সেইবাবে

জ্ঞানো সু-সংস্কৃতভাৱে প্ৰকাশ পায়। বস্তুতঃ উভয়ৰেই গোচৰ জ্ঞান, গতিকে অজ্ঞান মাথোন। এই মনুষ্যত্বৰ ঠিক সন্ধিস্থল। এফালে দেৱ-ক্ষেত্ৰ, আনফালে পশু-ক্ষেত্ৰ। মানুহ পূৰ্ণ হ'লেই দেৱতা আৰু পশু-পূৰ্ণ হ'লেই মানুহ হয়। এই পূৰ্ণত্ব কেৱল জ্ঞানাংশক লৈ। 'জ্ঞানেন হীনাঃ পশুভিঃ সমানাঃ'।

মেধসে কৈছে—হে সুৰথ! তুমি যে জ্ঞানৰ অহঙ্কাৰ কৰিছা, এবাৰ ভাবি চোৱাচোন তোমাৰ সেই অহঙ্কাৰৰ যোগ্যতাই নাই। তুমি মানুহ—তোমাৰ জ্ঞান আছে, সেইটো সঁচা, কিন্তু সেই জ্ঞান বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগৰ কাৰণে সীমাবদ্ধ। পশু-পক্ষীৰো জ্ঞান ঠিক তেনেদৰে প্ৰকাশ পায়। তুমি তোমাৰ সংস্কাৰ বিশিষ্ট খণ্ড খণ্ড জ্ঞানক 'মই' বুলি ভাবি তাতেই প্ৰীতিমান। পশু-পক্ষীয়ে স্ব স্ব জ্ঞানক বা নিজক ভাল পায়। এই জ্ঞান ব্যতীত, বাকী যি আছে সেই জ্ঞান জড়, দেহাদি বিষয়ক, গতিকে অজ্ঞান। ইয়াতো মানুহ আৰু পশুৰ কোনো প্ৰভেদ নাই।৩৭।।

**জ্ঞানেঽপি সতি পশ্যৈতান্ পতগাঞ্ছাবচঞ্চুষু।**
**কণমোক্ষাদৃতান্ মোহাৎ পীড্যমানানপি ক্ষুধা।। ৩৮।।**

**অন্বয় ঃ** জ্ঞানে সতি অপি ক্ষুধা পীডামানান্ অপি মোহাৎ সাবচঞ্চুষু কণ-মোক্ষ-আদৃতান্ এতান্ পতগান্ পশ্য।

**অনুবাদ ঃ** হে সুৰথ! চোৱা, পক্ষীৰ পোৱালিবিলাকৰ ভোজনত নিজৰ ক্ষুধা নিবৃত্তি নহ'ব—এই কথা জানিও, পক্ষীবিলাকে নিজে ক্ষুধাত কাতৰ হৈও মোহবশতঃ পোৱালিবিলাকৰ ঠোঁটত অতি আদৰেৰে শস্য-কণা দি থাকে। ৩৮।।

**ব্যাখ্যা ঃ** তিৰ্যক জাতিয়েও নিজকে সকলোতকৈ বেছি ভাল পায়। নিজৰ ভোক লাগিছে, আহাৰ কৰিলে নিজে পৰিতৃপ্ত হয়। তাকে নকৰি নিজৰ মুখত থকা খাদ্যখিনি সন্তানৰ মুখত ঢালি দিয়ে। মানুহৰ বৰং প্ৰত্যুপকাৰৰ আশা আছে, সেইবাবে নিজে দুখ-কষ্ট কৰিও সন্তানক প্ৰতিপালন কৰে; অন্য প্ৰাণীৰতো সেই আশা নাই। তেন্তে এনেকুৱা কিয় কৰে? ইয়াতো এটা অলক্ষিত আত্মতৃপ্তি আছে। নিজে খাই যি তৃপ্তি লাভ কৰে, নিজে নাখাই, সন্তানক খুৱাই তাতকৈ অধিক আত্মতৃপ্তি লাভ কৰে। সেইবাবে জীৱৰ এনেকুৱা ব্যৱহাৰ। ইয়াৰ ভিতৰত একৰকম মোহ বা অজ্ঞানতা আছে। সেই কাৰণে মন্ত্ৰত 'মোহাৎ' শব্দটো উক্ত হৈছে। জীৱে নাজানে যে তেনেকুৱা কৰি আচলতে নিজকেহে ভাল পাইছে। সংসাৰত যি যিহকে কৰে, সেই সকলো নিজৰে তৃপ্তিৰ বাবে কৰে। বৃহদাৰণ্যক উপনিষদত ব্ৰহ্মৰ্ষি যাজ্ঞবল্ক্যই কৈছে—পতিৰ পৰিতৃপ্তিৰ কাৰণে পত্নীয়ে পতিক ভাল পায় এনে নহয়—পতিক ভাল পাই নিজে পৰিতৃপ্ত হয়—সেইবাবে পত্নীয়ে পতিক ভাল পায়। সেইদৰে পিতৃয়ে পুত্ৰক ভাল পায় নিজৰ তৃপ্তি সাধনৰ বাবে। এইৰূপ নিজৰ নিজৰ তৃপ্তি সাধনৰ বাবে ইজনে-সিজনক ভাল পায়। ইয়াৰ নাম জ্ঞান। যি ব্যক্তিয়ে এইটো জানে, বুজে, উপলব্ধি কৰে, তেৱেঁই জ্ঞানী। জ্ঞানীয়ে সকলোকে ভাল পায়, সকলোৰে উপকাৰ কৰে, কিন্তু নিজে জানে যে মই মোকেহে ভাল পাইছোঁ। যিমানদিন এই আত্মাক—'মা'ক বা 'মোক' জীৱে বিচাৰি

নাপায়, সিমানদিন তেওঁৰ জ্ঞান থকা সত্ত্বেও মোহ বিদূৰিত নহয়—সেইকাৰণে মন্ত্ৰত কৈছে—জ্ঞানেঽপি মোহাৎ। কাৰ তৃপ্তি সাধনৰ বাবে পক্ষীবোৰে নিজে ক্ষুধাত পীড়িত হৈও পোৱালিবিলাকৰ ঠোঁটত নিজৰ মুখত থকা খাদ্য ঢালি দিয়ে—সিহঁতে সেইটো নাজানে। সেয়েহে সিহঁত মোহাচ্ছন্ন। সেইদৰে মানুহেও যিমানদিন মনতে ভাৱে যে মই স্ত্ৰী-পুত্ৰক পৰিতৃপ্ত কৰিবলৈকে স্ত্ৰী-পুত্ৰৰ ভৰণ-পোষণ কৰিব ধৰিছোঁ, কিম্বা জগতৰ উপকাৰৰ অৰ্থে জগতৰ হিতকৰ কৰ্ম কৰিব ধৰিছোঁ—বুজিব লাগিব সিমান দিন তাৰ মোহ দূৰ হোৱা নাই। ৩৮।।

**মানুষামনুজব্যাঘ্ৰ সাভিলাষাঃ সুতান্ প্ৰতি।**
**লোভাৎ প্ৰত্যুপকাৰায় নন্বেতে কিং ন পশ্যসি।। ৩৯।।**

**অন্বয় ঃ** মনুজ-ব্যাঘ্ৰ! ননু এতে মানুষাঃ প্ৰত্যুপকাৰায় লোভাৎ সুতান্ প্ৰতি স-অভিলাষাঃ কি ন পশ্যসি?

**অনুবাদ ঃ** হে নৰশ্ৰেষ্ঠ! এই মানুহবিলাক প্ৰত্যুপকাৰৰ লোভত পুত্ৰাদিৰ প্ৰতি অনুৰক্ত হয়—এইটো তুমি দেখা পোৱা নাই নে? ৩৯।।

**ব্যাখ্যা ঃ** পশু-পক্ষী প্ৰভৃতি তিৰ্যক জাতি যে পুত্ৰাদিৰ প্ৰতি স্নেহশীল তাত প্ৰত্যুপকাৰৰ কোনো আকাংক্ষা নাই। পোৱালিবিলাক ডাঙৰ হৈ ভৱিষ্যতে সিহঁতক প্ৰতিপালন কৰিব এনে কোনো আশা সিহঁতে পোষণ নকৰে। তথাপি নিজে প্ৰাণান্তকৰ কষ্ট কৰিও সিহঁতে সন্তান পালন কৰে; কাৰণ অপত্য পালন কৰা সিহঁতৰ সহজাত বৃত্তি। মানুহো স্বাভাৱিক বৃত্তিৰ কাৰণে পুত্ৰাদিৰ প্ৰতি স্নেহশীল হয়; কিন্তু ভৱিষ্যতে পুত্ৰাদিৰ পৰা প্ৰত্যুপকাৰ পাব—এনে আশা মানুহৰ অন্তৰত থাকে—এইখিনিয়ে বিশেষত্ব। কিন্তু প্ৰত্যুপকাৰ আশা কৰিয়েই হওক বা আশা নকৰিয়েই হওক উভয় ক্ষেত্ৰতে মোহটো সমানে (অবিশেষভাৱে) থাকে; কাৰণ পুত্ৰৰূপে, পত্নীৰূপে কাৰ পৰিতৃপ্তি সাধন কৰিছে—এই কথা সিহঁতে নাজানে। পুত্ৰৰূপে কোন? আত্মা—মা। প্ৰিয়জনৰূপে কোন—আত্মা—মা। সৰ্বৰূপত কোন? আত্মা—মা। ময়েইতো পত্নী-পুত্ৰাদিৰূপে বহুভাৱে বিৰাজিত। ময়ে বহু হ'বলৈ ইচ্ছা কৰিছিলোঁ—বহুত্বৰ লীলা খেলিব খুজিছিলোঁ। একমাত্ৰ ময়ে বহু হৈ বহুৰূপী সেই 'মই'ৰ সেৱা কৰিছোঁ। বিষ্ণু মূৰ্তিত বিশ্বৰূপে ময়ে বিৰাজমান। এইটো নাজানি, মাক নিচিনি, মোক পাহৰি কি কৰিছা? পুত্ৰ-পত্নীৰ সেৱা—সিয়ে মোৰেই সেৱা। "নমস্তে বহুৰূপায় বিষ্ণৱে পৰমাত্মনে" বুলি যিমানদিন মোৰ পূজা নকৰিবা—সিমানদিন ফলতঃ মোৰ পূজা কৰিলেও অন্য দেৱতাৰ পূজ্য হ'ব। ইয়াৰেই নাম অজ্ঞান—মোহ। এই জগত যি আত্মসম্ভাত সত্তাবান্ এইটো নজনাৰ নামেই মোহ।

আমি সাধাৰণতঃ ভাবোঁ যে আমি যে এই নশ্বৰ জগতক ভাল পাওঁ, ই আমাৰ বন্ধন। এই বন্ধনৰপৰা মুক্ত হ'ব নোৱাৰিলে ভগৱানক পোৱাৰ আশা নাই। এই কথাটো যদিও মিছা নহয়, কিন্তু নশ্বৰ জগতক ভালপোৱাৰ মাজতো চক্ষুষ্মান্ ব্যক্তিয়ে দেখা পায়—এই যে বিষয়ৰ প্ৰতি অনুৰাগ, এই যে সংসাৰৰ প্ৰতি আসক্তি ৰূপ

মায়াৰজ্জু, ই জীৱক চিৰকাল বন্ধনত ৰাখিবৰ কাৰণে নহয়, ই আত্মাক, মোক, মাক চিৰদিনৰ কাৰণে প্ৰেমৰজ্জুত বান্ধি ৰাখিবৰ পূৰ্ব-আয়োজন মাত্ৰ। আগে ভালপোৱা বা প্ৰেম বুলি এটা বস্তু সৃষ্টি হওক—তোমাৰ মনত। তাৰ পাছত দেখিবা যে তুমি তেওঁকেই ভাল পাই পেলাইছা। ভালপোৱা বা প্ৰেমেই যে তেওঁৰ স্বৰূপ। প্ৰেমেই যে মাৰ (ভগৱৎ শক্তিৰ) আনন্দঘন স্বৰূপ। তাত প্ৰেম বা প্ৰেমিকৰ ভেদ নাই। নিজক সকলোতে বিস্তাৰ কৰি দিবৰ যত্ন কৰা, প্ৰেমৰ স্বৰূপ উপলব্ধি কৰিব পাৰিবা। প্ৰেমৰ স্বৰূপ হৈছে আত্মদান। প্ৰেমময়ী মহামায়াৰ ওচৰত আত্মদান কৰা। দেখিবা তুমি প্ৰেম-সাগৰত ডুবি গৈছা। চিৎ সমুদ্ৰৰ তৰঙ্গই নিজ সত্তা। এই চিৎ বা জ্ঞান আৰু প্ৰেম একেই কথা। ভগৱানৰ প্ৰতি প্ৰেম নহ'ল বুলি দুখ কৰিবৰ আৱশ্যক নাই। ভগৱানক প্ৰেম কৰাৰ চেষ্টা কৰাতকৈ যাৰ প্ৰতি তোমাৰ প্ৰেম স্বাভাৱিক, তেওঁকেই ভগৱান বুলি বিশ্বাস কৰাৰ চেষ্টা বেছি ফলৱতী হয়। ৩৯।।

তথাপি মমতাবৰ্ত্তে মোহগৰ্ত্তে নিপাতিতাঃ।
মহামায়া প্ৰভাৱেন সংসাৰ স্থিতিকাৰিণা।। ৪০।।

**অন্বয় ঃ** তথাপি সংসাৰ-স্থিতিকাৰিণা মহামায়া প্ৰভাৱেন মমতা-আৱৰ্ত্তে (প্ৰাণিনঃ) নিপাতিতাঃ।

**অনুবাদ ঃ** তথাপি সংসাৰৰ স্থিতিকাৰিণী মহামায়াৰ প্ৰভাৱত জীৱসকল মোহৰূপ গৰ্তত আৰু মমতাৰূপ আৱৰ্তত নিক্ষিপ্ত হয়। ৪০।।

**ব্যাখ্যা ঃ** বস্তুতঃ (প্ৰকৃতপক্ষে) মানুহে নিজকে ভাল পায়, নিজকেই সেৱা কৰে। নিজৰ তৃপ্তি সাধনেই সকলো জীৱৰেই প্ৰধান লক্ষ্য। যদিও এইটোৱেই যথাৰ্থ তত্ত্ব, তথাপি সেই নিজকে ভাল পাবলৈ যাওঁতে জীৱে 'মই' এই কথাটো পাহৰি যায়। কিছুমান বস্তু 'মোৰ' হৈ পৰে। এই 'মোৰ' শব্দটোৱেই যিমান গোলযোগৰ হেতু হয়। মোৰ, অৰ্থাৎ 'মম'। এই 'মম' শব্দৰ পাছত ভাবাৰ্থে 'তা' প্ৰত্যয় যুক্ত হৈ 'মমতা' শব্দটো নিষ্পন্ন হৈছে। এক কথাত 'মমতা' শব্দৰ অৰ্থ 'মোৰ', 'মোৰ'—এই ভাৱ। এই মমতা এটা আৱৰ্ত ঘূৰ্ণী-জলৰ নিচিনা। ঘূৰ্ণী-জলত কোনো খেৰকুটা পৰিলে যেনেকৈ ঘূৰি ঘূৰি একে ঠাইতে থাকে, এই মমতাৰূপ আৱৰ্তত পৰি মানুহবিলাকো প্ৰায় একে ঠাইতে ঘূৰি ফুৰে। বহুদিন এই মমতাৰ আৱৰ্তত, অৰ্থাৎ মোৰ সংসাৰ, মোৰ পুত্ৰ, মোৰ স্ত্ৰী, মোৰ দেহ ইত্যাদি প্ৰকাৰ জ্ঞানত বিচৰণ কৰি কৰি মানুহ মোহৰূপ গৰ্তত পৰে। দিবা-ৰাত্ৰি 'মই', 'মই' কৰি থাকে, কিন্তু 'মই' যে কোন তাক বুজি নাপায়। ইয়াৰেই নাম অজ্ঞান—ইয়াৰেই নাম মোহ। এই অজ্ঞানৰ পৰাই পুনঃ পুনঃ সংসাৰ চক্ৰত ভ্ৰমণ কৰিব লাগে।

জীৱক এই মোহ গৰ্তত কোনে পেলাই দিয়ে? কিয়বা পেলাই দিয়ে? তাৰে উত্তৰত ব্ৰহ্মৰ্ষিয়ে কৈছে যে "মহামায়া প্ৰভাবেন সংসাৰস্থিতি কাৰিণা"—সংসাৰ লীলাৰ অভিনয় কৰাই ভগৱতীৰ উদ্দেশ্য। এক হৈ আছে, বহুভাৱে বিৰাজ কৰি যি আনন্দ তাক উপভোগ কৰাই এই সংসাৰ স্থিতিৰ প্ৰয়োজন। মোহ নহ'লে এই সংসাৰৰ

খেলা নচলে। চক্ষু নাবান্ধিলে লুকাভাকু খেলা নচলে। 'মোৰ' প্ৰকৃত স্বৰূপটো যদি প্ৰতি মুহূৰ্ততে বোধৰ ভিতৰত আহি যায় তেনেহ'লে এই বহুত্ব, এই সংসাৰ-লীলা নাথাকে। এই মহামায়াৰ প্ৰভাৱেই হৈছে সংসাৰ স্থিতি। এই সংসাৰ-খেলা খেলিবলৈ যাওঁতে ভগৱতী মহামায়া নিজেই মমতাৱৰ্তৰূপে, মোহৰূপে প্ৰকটিতা হৈছে; আকৌ এই মোহ-গৰ্তত নিপতিত যি জীৱ, সেই জীৱো তেৱেঁই। যিবিলাকে সৰ্বত্ৰ এইদৰে তেওঁক দেখে, তেওঁলোকৰ বন্ধন বুলি একো নাই আৰু সেইবাবে মুক্তি বুলিও একো নাই।

তেন্তে 'মই' কোন? সেই 'মই' অন্নময় আদি পঞ্চকোষৰ ভিতৰেদি, স্ত্ৰী-পুত্ৰাদি সংসাৰৰ ভিতৰেদি, মোৰ নিত্য ভোগ্য জগতৰ ভিতৰেদি অলক্ষিতে ভুমুকি মাৰি চাই আছে। এই মোৰ পৰাই সকলো চেতন-অচেতন পদাৰ্থৰ উৎপত্তি হৈছে। মোতেই সকলোবিলাক অৱস্থিত হৈ আছে। মোতেই সমস্ত পদাৰ্থৰ লয় হয়, ময়েই সেই অদ্বয় ব্ৰহ্ম—

"ময্যেব সকলং জাতং ময়ি সৰ্বং প্ৰতিষ্ঠিতম্।
ময়ি সৰ্বং লয়ং যাতি তদ্ব্ৰহ্মাদ্বয়মস্ম্যহম্।।"

**তন্নাত্ৰ বিস্ময়ঃ কাৰ্যো যোগনিদ্ৰা জগৎপতেঃ।**
**মহামায়া হৰেশ্চৈতত্তয়া সম্মোহ্যতে জগৎ।। ৪১।।**

**অন্বয় ঃ** মহামায়া জগৎপতেঃ হৰেঃ চ যোগনিদ্ৰা। তয়া এতৎ জগৎ সম্মোহ্যতে। তৎ অত্ৰ বিস্ময়ঃ ন কাৰ্য্যঃ।

**অনুবাদ ঃ** এই মহামায়াই জগৎপতি বিষ্ণুৰো যোগনিদ্ৰা। এই শক্তিয়ে জগতৰ সকলো জীৱকে মোহাচ্ছন্ন কৰি ৰাখিছে। অতএৱ এই বিষয়ে বিস্মিত হোৱা কৰ্তব্য নহয়। ৪১।।

ভাগৱতত (১০।১।২৫) আছে—

"বিষ্ণুমায়া ভগৱতী যয়া সম্মোহিতং জগৎ"। —অৰ্থাৎ ভগৱান বিষ্ণুৰ মায়া শক্তি ভগৱতী—যাৰ দ্বাৰা জগৎ সম্মোহিত।

**ব্যাখ্যা ঃ** মহামুনি মেধসে এইবাৰ সুৰথ আৰু সমাধিক বিশেষভাৱে বুজাই দিছে যে তেওঁলোকে যে পৰিত্যক্ত ৰাজ্য আৰু স্ত্ৰী-পুত্ৰাদিৰ প্ৰতি আসক্তি পৰিহাৰ কৰিব পৰা নাই। ইয়াত বিস্মিত হোৱাৰ কোনো কাৰণ নাই। মহামায়া—মোহ জননী। তেওঁতো মুগ্ধ কৰিবই। মানুহতো সামান্য জীৱ। তেওঁ জগৎ-পতি হৰিৰো যোগনিদ্ৰা স্বৰূপ। যি বিষ্ণুৱে এই জগৎ প্ৰতিপালন কৰি আছে, সেই জগৎব্যাপক বিষ্ণু বা প্ৰাণশক্তিও যোগনিদ্ৰাত আচ্ছন্ন। সেই মহামায়াই জগতক মুগ্ধ কৰি ৰাখিছে। যি মহামায়াই যোগনিদ্ৰাৰ প্ৰভাৱৰ দ্বাৰা বিষ্ণুকো জগতৰ খেলানে ভুলাই ৰাখিব পাৰে, তেওঁ তোমাৰ-মোৰ নিচিনা ক্ষুদ্ৰ জীৱক তেওঁৰ মহান স্বৰূপৰ পৰা বিচ্যুত কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়ত বিমুগ্ধ কৰি ৰাখিব তাত বিস্ময়ৰ বিষয় কি আছে?

'তয়া সম্মোহ্যতে জগৎ' —সেই মহামায়াই যে মোহৰূপে তোমাক-মোক মুগ্ধ কৰি ৰাখিছে। ৪১।।

জ্ঞানিনামপি চেতাংসি দেবী ভগৱতী হি সা।
বলাদাকৃষ্য মোহায় মহামায়া প্ৰযচ্ছতি।। ৪২।।

**অন্বয় ঃ** সা দেবী ভগৱতী মহামায়া জ্ঞানিনাম্ অপি চেতাংসি বলাৎ আকৃষ্য মোহায় হি প্ৰযচ্ছতি।

**অনুবাদ ঃ** দেবী ভগৱতী মহামায়াই জ্ঞানীবিলাকৰো চিত্তক বলেৰে আকৰ্ষণ কৰি মোহাচ্ছন্ন কৰে। (আন অজ্ঞানী বা সংসাৰী লোকৰ কি কথা?) ৪২।

**ব্যাখ্যা ঃ** এই শ্লোকত মহামায়াৰ দুটা বিশেষণ আছে। দেবী আৰু ভগৱতী। দেবী শব্দৰ অৰ্থ দ্যোতনশীলা, বহুভাৱে প্ৰকাশ হোৱা তেওঁৰ স্বভাৱ। অথবা দিব্ ধাতুৰ অৰ্থ ক্ৰীড়া। এই বহুত্ব ক্ৰীড়াই যাৰ স্বভাৱ, তেৱেঁই দেবী। ভগৱতী ষড়ৈশ্বৰ্য-শালিনী।

এই ভগৱতীৰ আকৰ্ষণ ইমান প্ৰবল যে যিবিলাক লোকৰ আত্মা আৰু অনাত্মাৰ বিষয়ে সম্যক জ্ঞান আছে, যিসকল বিবেকী পুৰুষ, তেওঁলোককো বলপূৰ্বক বিষয়-অভিমুখী কৰি তোলে। এই আকৰ্ষণৰ বলতে ভগৱান শ্ৰীশঙ্কৰাচাৰ্যই বৌদ্ধ দলন বেদান্ত ভাষ্যাদি বহু গ্ৰন্থ প্ৰণয়ন কৰি সনাতন ধৰ্মৰ পুনঃ প্ৰতিষ্ঠাৰ কাৰণে দিগ্বীজয় কাৰ্যও সম্পন্ন কৰিছিল। ভক্তবীৰ মহাপ্ৰভু গৌৰাঙ্গদেৱেও নানা দেশত ধৰ্মপ্ৰচাৰ, পতিতৰ উদ্ধাৰ আদি কাৰ্য কৰি ফুৰিছিল। আগে আগেও যিবিলাক মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল, কোনেও মহামায়াৰ হাতত নিস্কৃতি পোৱা নাই।

যিবিলাক বিশিষ্ট লোক সাধনাৰ কিছু উচ্চ স্তৰত উঠিব পাৰিছে, তেওঁলোকে মহামায়াৰ সেই বলৰ আকৰ্ষণত ভয় নাপায় বা দুখিত বা বিষণ্ণ নহয়। সাধনাৰ সময়ত বা ধ্যান-পূজাৰ সময়ত মনটোক এক নিবিষ্ট কৰিব নোৱাৰি। কোনোবাই যেন বলেৰে মনটোক বিষয়-অভিমুখী কৰি তোলে। সৎ কাৰ্য ব্যতীত অসৎ কাৰ্য কেতিয়াও নকৰোঁ বুলি দৃঢ়-প্ৰতিজ্ঞ হ'লেও, কোনোবাই যেন বলেৰে সংকল্পৰ পৰা বিচলিত কৰি দিছে। এই যে ব্যক্তিৰ অনিচ্ছাসত্ত্বেও বলপূৰ্বক সংকল্প চ্যুতি কোনোবাই ঘটালে, তেৱেঁই মহামায়া, তেওঁৰেই এই খেলা। সাধকে কেৱল সেইটোকে লক্ষ্য কৰিব লাগে—এই মন্ত্ৰ-শ্লোকৰ এয়ে তাৎপৰ্য। ৪২।।

তয়া বিসৃজ্যতে বিশ্বং জগদেতচ্চৰাচৰম্।
সৈষা প্ৰসন্না বৰদা নৃণাং ভৱতি মুক্তয়ে।। ৪৩।।

**অন্বয় ঃ** এতৎ বিশ্বম্ চৰ-অচৰম্ জগৎ তয়া বিসৃজ্যতে। সা এষা প্ৰসন্না (সতী) নৃণাং মুক্তয়ে বৰদা ভৱতি।

**অনুবাদ ঃ** সেই মহামায়াই এই সমগ্ৰ চৰাচৰ জগত সৃষ্টি কৰিছে। তেওঁ প্ৰসন্না হ'লে মানুহক মুক্তি লাভৰ কাৰণে অভীষ্ট বৰ দিয়ে। ৪৩।।

**ব্যাখ্যা ঃ** চৰ—গমনশীল, অচৰ—স্থিতিশীল, চৰাচৰ—স্থাৱৰ-জঙ্গম, জগৎ—নিত্য পৰিবৰ্তনশীল, বিশ্ব—(বিশ্+কন্) যি অনবৰত মহামায়া মাতৃৰ কোলাত প্ৰৱেশ কৰে।

এই স্থাৱৰ-জঙ্গমাত্মক যি ব্ৰহ্মাণ্ড প্ৰতিনিয়ত পৰিৱৰ্তনৰ ভিতৰেদি অব্যক্ত সত্তাত প্ৰৱেশ কৰিব ধৰিছে, সেই চৰাচৰ বিশ্ব তেওঁৰেই ৰচনা। এই মন্ত্ৰটোৰ ভিতৰত 'বিসৃজ্যতে' শব্দটোৰ ভিতৰত যে সৃষ্টি-স্থিতি-লয়, এই তিনিটা কাৰ্য ব্যৱস্থিত আছে তাকে বুজাবৰ কাৰণে বিশ্ব, জগত আৰু চৰাচৰ, এই তিনিটা শব্দৰ প্ৰয়োগ হৈছে। চৰাচৰ—সৃষ্টিৰ, জগৎ—স্থিতিৰ আৰু বিশ্ব—লয়ৰ অৰ্থবোধক। সৃষ্টি কথাটোৰ ভিতৰত ৰহস্য আছে। সৃজ্ ধাতুৰ অৰ্থ বিসৰ্গ বা ত্যাগ; গতিকে জগৎ-সৃষ্টি বুলিলে জগৎ পৰিত্যাগ বুজায়। পূৰ্বে জগৎ অদৃশ্যভাৱে কাৰণৰূপে মাতৃ-গৰ্ভত (হিৰণ্য-গৰ্ভত) বীজৰূপে অৱস্থিত আছিল। জগতে সেই অব্যক্ত ভাব পৰিত্যাগ কৰিলে, অদৃশ্য দৃশ্য হ'ল, কাৰণ কাৰ্য হ'ল, বীজ বৃক্ষৰূপে পৰিণত হ'ল। ইয়াৰেই নাম ত্যাগ বা সৃষ্টি। গীতাতো পোৱা যায়—''ভূত ভাবোদ্ভকৰো বিসৰ্গঃ কৰ্ম-সংজ্ঞিতঃ; ইয়াৰ ভিতৰত ঠিক এই তাৎপৰ্যই পৰিব্যক্ত হৈছে।

এহ সৃষ্টি তেওঁ কিয় কৰিলে? তেওঁৰ ইচ্ছা। এই বৈচিত্ৰ্য কিয়? তেওঁৰ লীলা। কোনোবা প্ৰভু, কোনোবা ভৃত্য। কোনোবা পাপী, কোনোবা পুণ্যবান। এই সকলো তেওঁৰ লীলা। তেওঁ কাকো দণ্ড বা পুৰস্কাৰ নিদিয়ে। কৰ্মফল, পুৰস্কাৰ, তিৰস্কাৰ, সাধুৰ পৰিত্ৰাণ, দুষ্কৃতৰ বিনাশ ইত্যাদি জ্ঞানৰ প্ৰথম স্তৰ। যেতিয়ালৈকে তেওঁক দেখা পোৱা নাযায়, তেতিয়ালৈকে জীৱ এইবোৰ জ্ঞানত বিচৰণ কৰি থাকিবলৈ বাধ্য হয়; কিন্তু বিশ্বৰূপ দেখাৰ পাছত সাধকে দেখে যে সাধক তেওঁৰেই অতি প্ৰিয় (প্ৰিয়োঽসি মে—গীতা)। এই আত্মা সৰ্বভূতৰে মধু, এই পৃথিৱীৰ সকলো ভূতেই আত্মাৰ মধু (অয়মাত্মা সৰ্বেষাং ভূতানাং মধু, অস্য আত্মনঃ সৰ্বানি ভূতানি মধু), সকলো যে তেৰেঁই, তেওঁত বাদে ক'তো একো নাই।

চৰাচৰৰূপে মা মহামায়া সৃষ্টি-শক্তিময়ী ব্ৰহ্মমূৰ্তি, জগৎৰূপে পালন শক্তিময়ী বিষ্ণুমূৰ্তি আৰু বিশ্বৰূপে সংহৰণ শক্তিময়ী শিৱমূৰ্তি। এই সৃজনাদি তিনিবিধ কৰ্ম য'ত সংঘটিত হয়, তাকেই ঈশ্বৰ, অক্ষৰ, পুৰুষ প্ৰভৃতি সংজ্ঞাত অভিহিত হয়। মহামায়া মাতৃৰ অন্তৰত এই তিনিটা ভাব অব্যক্তভাৱে লুকাই আছিল। তাকে প্ৰকাশ কৰিবলৈ গৈ তেওঁ অব্যক্তভাব পৰিত্যাগ কৰিলে—সেয়েহে বিসৃজ্যতে অৰ্থ—ত্যাগ। ইয়েই তান্ত্ৰিকসকলৰ কাৰণাৰ্ণৱত মহাকালীৰ ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰ প্ৰসৱ।

এই মহাশক্তি মাতৃ মহামায়া যেতিয়া নৰৰ মুক্তিৰূপে, অৰ্থাৎ বহুৰূপ পৰিত্যাগ কৰি শুদ্ধ বোধৰূপে পৰিব্যক্ত হ'বলৈ নিজৰ মনোময়ী মূৰ্তি পৰিত্যাগ কৰি আত্মমূৰ্তিত প্ৰকটিতা হ'বলৈ উদ্যতা হয়, তেতিয়াই তেওঁ প্ৰসন্না আৰু বৰদাত্ৰীৰূপে প্ৰিয়তম সন্তানবিলাকৰ ওচৰত অভিব্যক্তা হৈ থাকে। এই মহামায়া জীৱসকলৰ মুক্তিৰ কাৰণে জীৱৰ অন্তৰতম প্ৰদেশত নিচেই ওচৰতে অৱস্থান কৰি থাকে। সেইবাবে মন্ত্ৰত 'এষা' এই একান্ত সান্নিধ্যবোধক 'এতদ্' শব্দৰ প্ৰয়োগ হৈছে।

সা বিদ্যা পৰমা মুক্তেৰ্হেতুভূতা সনাতনী।
সংসাৰবন্ধ হেতুশ্চ সৈব সৰ্বেশ্বৰেশ্বৰী।। ৪৪।।

**অন্বয় ঃ** সা মুক্তেঃ হেতুভূতা পৰমাবিদ্যা সনাতনী। সা এব সংসাৰ বন্ধ হেতুঃ সৰ্ব ঈশ্বৰ ঈশ্বৰী চ।

**অনুবাদ ঃ** তেওঁ সংসাৰ মুক্তিৰ হেতুভূতা পৰমা ব্ৰহ্মবিদ্যাৰূপিণী আৰু সনাতনী। তেৱেঁই সংসাৰ বন্ধনৰ কাৰণ স্বৰূপা অবিদ্যা আৰু ব্ৰহ্মা-বিষ্ণু আদি সকলো ঈশ্বৰৰে ঈশ্বৰী। ৪৪।।

**ব্যাখ্যা ঃ** তেওঁ বিদ্যা আৰু অবিদ্যা। পৰমা আৰু অপৰমা; সুতৰাং বন্ধন আৰু মুক্তি উভয়ৰেই হেতু। সেই সনাতনী মাতৃ সৰ্ব আৰু ঈশ্বৰৰো ঈশ্বৰী।

মহামায়া মাতৃ বিদ্যাৰূপিণী। বিদ্যা—'যযা তদক্ষৰমধিগম্যতে'—যাৰ দ্বাৰা অক্ষৰ ব্ৰহ্মক জনা যায়, তাৰ নাম বিদ্যা। বিদ্যা আৰু অবিদ্যা ভেদে বিদ্যা দুইবিধ। অবিদ্যা শব্দৰ অৰ্থ বিদ্যা বিৰোধী একো নহয়; কাৰণ বিদ্যা স্ব-প্ৰকাশৰূপা। বিদ্যাৰ বিৰোধী বা ঢাকনি একো নাই। ইয়াত 'নঞ'টো ঈষৎ অৰ্থত ব্যৱহাৰ হৈছে। এই মন্ত্ৰ শ্লোকত 'সা বিদ্যা' শব্দৰ দ্বাৰা বিদ্যা আৰু অবিদ্যা উভয়কে বুজাইছে। সেইদৰে পৰমা আৰু অপৰমা উভয় অৰ্থবোধক। (অকাৰটোৰ অৰ্থ যদি এইদৰে কৰা হয় তেন্তে এই অৰ্থই হয়। অ—অল্প অৰ্থতো ব্যৱহাৰ হয়। যেনে, অপুষ্টি—অল্পপুষ্টি)

পৰমা—পৰান্ ব্ৰহ্মাদীন্ অপি মাতি ইতি পৰমা। ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰো নিয়মকৰ্ত্ৰী। অপৰ, অৰ্থাৎ জীৱ জগতৰো নিয়মকৰ্ত্ৰী। সেয়েহে মহামায়া মাতৃ অপৰমা, সুতৰাং মুক্তি আৰু সংসাৰ বন্ধন উভয়ৰেই কাৰণ স্বৰূপা।

তেওঁ সনাতনী—নিত্যা; অতএব সৰ্ব, অৰ্থাৎ জীৱ-জগত। 'ব্ৰহ্মাদীন্ অপি মাতি', অৰ্থাৎ ব্ৰহ্মাদিকো যিজনাই নিয়ন্ত্ৰন কৰে তেৱেঁই পৰমা। তেওঁ ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰো নিয়মকৰ্ত্ৰী। সেইকাৰণে তেওঁ পৰমা, আকৌ জীৱ-জগতৰো তেওঁ নিয়ন্ত্ৰী। সেইবাবে তেওঁ অপৰমা। সেইকাৰণে মুক্তি আৰু সংসাৰ বন্ধনৰ এই উভয়ৰেই তেৱেঁই কাৰণ স্বৰূপা। তেওঁ সনাতনী—নিত্যা, অতএব শব্দ বা জগৎ আৰু ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰো ঈশ্বৰী। সেইবাবে তেওঁ সৰ্ব ঈশ্বৰ-ঈশ্বৰী। এক কথাত মহামায়া সৰ্ব আৰু ঈশ্বৰ এই উভয়ৰ অতীত। মহামায়াই ক্ষৰ-অক্ষৰ পুৰুষোত্তম, জীৱ ঈশ্বৰ ব্ৰহ্ম, মন-প্ৰাণ আত্মা, জ্ঞান, জ্ঞেয়, জ্ঞ—এই তিনিবিধ বিভিন্নৰূপে আত্মপ্ৰকাশ কৰে।

তেওঁ সংসাৰ বন্ধ আৰু মুক্তিৰ হেতু। জীৱে যেতিয়ালৈকে বিশুদ্ধ চৈতন্যৰ আভাস নাপায় তেতিয়ালৈকে সংসাৰৰ যি বন্ধন সেই বিষয়ে একোকে মনলৈ আনিব নোৱাৰে। সংসাৰ বন্ধন হয় মনৰ দ্বাৰাই। মনেই সংসাৰৰ কাৰণ। পুত্ৰ, ভাৰ্যা, ধন, বিষয় ইত্যাদি সংসাৰ নহয়। মনৰ লয় হ'লেই সংসাৰৰ বন্ধন ছিঙি যায়। গৃহস্থাশ্ৰম পৰিত্যাগ কৰিলেই সংসাৰ ত্যাগ নহয়। শাস্ত্ৰই কৈছে—

সংসাৰবীজং মন এব বিদ্ধি, ন পুত্ৰভাৰ্যাদ্ৰবণাদিকং হি।
সংসাৰ নাশো মনসো লয়েন, ন তদ্ গৃহস্থাশ্ৰম বৰ্জনেন।।

যেতিয়ালৈকে বন্ধন জ্ঞান মনত পৰিস্ফুট হৈ নুঠে, তেতিয়ালৈকে ভালকৈ খাব লাগে, আনন্দ মনে বিচৰণ কৰিব লাগে, ভালকৈ পিন্ধিব লাগে, ভাল ঘৰত থাকিব লাগে ইত্যাদি ভাব মনত জাগি থাকে; তেতিয়ালৈকে বন্ধন জ্ঞান মনত উদয় নহয়।

এই যে বন্ধন, এই বন্ধনৰ মাজতো তেওঁ নিত্যমুক্ত হৈও বিৰাজ কৰি আছে। সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ যি বন্ধন সেই বন্ধনৰ মাজতে তেওঁ আৱদ্ধ হৈ আছে। সেই বন্ধনৰ মাজত জীৱে বিচৰণ কৰে। এই জ্ঞান যেতিয়ালৈকে মনত উদয় নহয় তেতিয়ালৈকে সংসাৰ-বন্ধ অতিক্ৰম কৰাৰ কোনো উপায় নাই। এই জ্ঞান উদয় হ'লে জীৱ মুক্ত হয়। এই জ্ঞান উদয় হ'ব পাৰে একমাত্ৰ প্ৰাৰ্থনাৰ দ্বাৰা। প্ৰাৰ্থনাত সন্তুষ্টা হৈ তেৱেঁই সেই জ্ঞান উদয়ৰ ব্যৱস্থা কৰে। ঐকান্তিক প্ৰাৰ্থনাৰ দ্বাৰা সন্তুষ্টা হৈ জ্ঞানদান কৰি তেৱেঁই মুক্তিৰ কাৰণ হয়। সৃষ্টিত বন্ধনৰ কাৰণ তেৱেঁই আৰু সেই বন্ধনৰ মুক্তিৰ কাৰণো তেৱেঁই। 'মুক্তের্হেতুভূতা' আৰু 'সংসাৰ বন্ধ হেতুশ্চ' আৰু তেওঁ ঈশ্বৰী, অৰ্থাৎ মায়া উপহিত চৈতন্য (ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ) এই উভয়ৰেই তেওঁ ঈশ্বৰী। এক কথাত মহামায়াই সৰ্ব আৰু ঈশ্বৰ আৰু এই উভয়ৰেই অতীত। মহামায়াই ক্ষৰ-অক্ষৰ-পুৰুষোত্তম, জীৱ-ঈশ্বৰ-ব্ৰহ্ম, মন-প্ৰাণ-আত্মা, জ্ঞান-জ্ঞেয়-জ্ঞ এই ত্ৰিবিধ বিভিন্ন ৰূপে আত্মপ্ৰকাশ কৰি থাকে।৪৪।।

**ৰাজোবাচ।**
**ভগৱন্ কা হি সা দেৱী মহামায়েতি যাং ভবান্।**
**ব্ৰবীতি কথমুৎপন্না সা কৰ্মাস্যাশ্চ কিং দ্বিজ।। ৪৫।।**

**অন্বয় ঃ** ৰাজা উবাচ—ভগৱন্, সা হি দেৱী কা যাং ভবান্ মহামায়া ইতি ব্ৰবীতি। দ্বিজ, সা কথম্ উৎপন্না, অস্যাঃ চ কিং কৰ্ম।

**অনুবাদ ঃ** ৰজা সুৰথে সুধিলে—ভগৱন্! যাক আপুনি মহামায়া বুলি কৈছে সেই দেৱী কোন? হে মুনিবৰ! তেওঁৰ উৎপত্তি কেনেকৈ হয়? আৰু তেওঁৰ কাৰ্যইবা কি? ৪৫।।

**যৎ স্বভাৱা চ সা দেৱী যৎস্বৰূপা যদুদ্ভৱা।**
**তৎ সৰ্বং শ্ৰোতুমিচ্ছামি ত্বত্তো ব্ৰহ্মবিদাংবৰ।। ৪৬।।**

**অন্বয় ঃ** হে ব্ৰহ্মবিদাংবৰ! সা দেৱী যৎ স্বভাৱা যৎ স্বৰূপা চ যৎ উদ্ভৱা ত্বত্তঃ তৎ সৰ্বং শ্ৰোতুম্ ইচ্ছামি।৪৬।।

**অনুবাদ ঃ** হে মুনিবৰ! আপুনি ব্ৰহ্মজ্ঞ ব্যক্তিসকলৰ ভিতৰত শ্ৰেষ্ঠ; আপুনি যাক মহামায়া বুলি কৈছে সেই মহামায়াৰ কেনে স্বভাৱ, কেনে ৰূপ আৰু তেওঁ কি কাৰণত আবিৰ্ভূতা হয় সেই সকলো তত্ত্ব আপোনাৰ পৰা মই জানিবলৈ ইচ্ছা কৰোঁ। ৪৬।।

**ব্যাখ্যা ঃ** (৪৫, ৪৬) ইমানপৰে ৰজাই গুৰু মেধসৰ কথা মনোযোগ দি শুনি থাকোঁতে থাকোঁতে তন্ময় হৈ পৰিছিল। এতিয়া মহামায়াৰ যৎকিঞ্চিৎ আভাস পাই তেওঁৰ স্বৰূপ জানিবৰ কাৰণে ইমান উদ্বিগ্ন হৈ পৰিল যে 'সৰ্বং শ্ৰোতুমিচ্ছামি' (তেওঁৰ বিষয়ে সকলো কথা জানিবলৈ ইচ্ছা কৰোঁ) এইবুলি মনৰ আগ্ৰহ প্ৰকাশ কৰি পেলালে। এই আগ্ৰহ প্ৰকাশত গুৰু মেধস্ প্ৰসন্ন হৈ উঠিছিল সন্দেহ নাই। শ্ৰীমদ্ভগৱদ্‌গীতাতো অৰ্জুনে শ্ৰীকৃষ্ণক এইদৰে আগ্ৰহ প্ৰকাশ কৰি কৈছিল—

**যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে**
**শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নং (গী. ২।৭)**

"হে শ্ৰীকৃষ্ণ! মই তোমাৰ (শাসনযোগ্য) শিষ্য আৰু শৰণাগত। মোক তুমি উপদেশ দিয়া, যিটো মঙ্গলজনক কথা হ'ব সেইটো নিশ্চয়কৈ কোৱা।" এই ধৰণৰ শৰণাগতি ভাব আহিলে গুৰু প্ৰসন্ন হয় আৰু শিষ্যৰো জ্ঞান লাভৰ বুদ্ধি নিৰ্মল হয়।

এইক্ষেত্ৰত ৰজা সুৰথৰ যি ব্যাকুলতা প্ৰকাশ পাইছে সেই ব্যাকুলতাই গুৰুৱেই যে ঈশ্বৰ, সেই ভগৱদ্বুদ্ধিৰ অপলাপ ঘটোৱা নাই সেই কথা প্ৰকাশ পাইছে। সেইকাৰণে প্ৰথমেই 'ভগৱন্' শব্দ প্ৰয়োগ কৰিছে। ভগৱান নহ'লে ভগৱৎ তত্ত্ব বুজাবৰ সাধ্য কাৰ? তেওঁৰ স্বৰূপ তেওঁৰ বাহিৰে আৰু কাৰ কোৱাৰ অধিকাৰ বা সামৰ্থ্য আছে? ৰজা সুৰথে এই কথা জানিছিল বুলি 'ভগৱন্' সম্বোধনেৰে সম্বোধন কৰিছে। পুনঃ 'ব্ৰহ্মবিদ্যাৱৰ' বুলিও সম্বোধন কৰিছে; কাৰণ ব্ৰহ্মজ্ঞ নহ'লে ব্ৰহ্মতত্ত্ব কোনেও বিশ্লেষণ কৰিব নোৱাৰে। শ্ৰুতিত আছে—'ব্ৰহ্মবিদ ব্ৰহ্মৈব ভৱতি'—যিজনে ব্ৰহ্মক জানে তেৱেঁই সাকাৰ ব্ৰহ্ম।

তন্ময় হৈ (সমাধিস্থ হৈ) ৰজা সুৰথে গুৰুৰ মুখত শক্তিতত্ত্বৰ কিছু আভাস পাইছিল কাৰণে বুজিব পাৰিছিল যে জীৱ সংসাৰ মোহত মুগ্ধ হয়, ই কেৱল মহামায়াৰ ইচ্ছা বা লীলা মাথোন। সেইবাবে তেওঁ প্ৰশ্ন কৰিলে—(১) সেই মহামায়া কোন? (২) তেওঁ কিয় উৎপন্না হয়? (৩) তেওঁৰ কৰ্ম কি? (৪) তেওঁৰ স্বভাৱ কি ৰূপ? (৫) তেওঁৰ স্বৰূপ কি? (৬) আৰু তেওঁৰ উদ্ভৱ ক'ৰপৰা হয়? ৫৯।৬০।৬১।৬২

**ঋষিৰুবাচ।**
**নিত্যৈৱ সা জগন্মূৰ্তিস্তয়া সৰ্বমিদং ততম্।**
**তথাপি তৎ সমুৎপত্তিৰ্বহুধা শ্ৰূয়তাং মম।। ৪৭।।**

**অন্বয় ঃ** ঋষিঃ উবাচ—সা নিত্যা এৱ জগৎ মূৰ্তিঃ। তয়া ইদং সৰ্বম্ ততম্ (ব্যাপ্তং)। তথা অপি বহুধা তৎ সমুৎপত্তিঃ মম (মৎ সকাশাৎ) শ্ৰূয়তাম্। ৪৭।।

**অনুবাদ ঃ** ঋষিয়ে ক'লে—তেওঁ নিত্যা; এই জগতেই তেওঁৰ মূৰ্তি। তেওঁ সৰ্বত্ৰ পৰিব্যাপ্তা হৈ আছে আৰু তেওঁ নিত্যা হ'লেও তেওঁৰ বহু প্ৰকাৰ আবিৰ্ভাৱৰ বৃত্তান্ত মোৰ পৰা শুনা। ৪৭।

**দেৱানাং কাৰ্যসিদ্ধ্যৰ্থমাবিৰ্ভৱতি সা যদা।**
**উৎপন্নেতি তদা লোকে সা নিত্যাপ্যভিধীয়তে।। ৪৮।।**

**অন্বয় ঃ** সা যদা দেৱানাং কাৰ্য-সিদ্ধি-অৰ্থম্ আবিৰ্ভৱতি তদা সা নিত্যা অপি লোকে উৎপন্না ইতি অভিধীয়তে। ৪৮।

**অনুবাদ ঃ** যেতিয়া তেওঁ দেৱতাসকলৰ কাৰ্য সিদ্ধিৰ নিমিত্তে (তেওঁৰ নিজৰ কোনো কাৰ্য নাই) আবিৰ্ভূতা হয়, স্বৰূপতঃ তেওঁ নিত্যা হ'লেও তেওঁ পৃথিৱীত উৎপন্না হৈছে—এইৰূপে অভিহিতা হয়। ৪৮।।

ব্যাখ্যা ঃ সুৰথৰ প্ৰশ্ন হৈছে—মহামায়া কোন? ঋষিয়ে তাৰ উত্তৰত ক'লে—তেওঁ নিত্যা; তেওঁৰ ধ্বংস (মৃত্যু) বা উৎপত্তি (জন্ম) নাই। সেইবাবে তেওঁ ইন্দ্ৰিয়গ্ৰাহ্য নহয়। যিবিলাক পদাৰ্থ ইন্দ্ৰিয়গ্ৰাহ্য, সেইবিলাকৰ ধ্বংস আৰু উৎপত্তি আছে। আমি চক্ষু আদি ইন্দ্ৰিয়ৰ দ্বাৰা যিবোৰ বস্তু গ্ৰহণ কৰোঁ সেই বস্তুবোৰৰ উৎপত্তি আৰু বিনাশেই ধৰ্ম বা স্বভাৱ। মহামায়াত সেই ধৰ্ম নাই। সেইবাবে তেওঁ নিত্যা—অতীন্দ্ৰিয়া।

প্ৰত্যেক জীৱৰ ভিতৰত যি চৈতন্যসত্তা আছে, প্ৰতি মুহূৰ্ততে যাৰ অস্তিত্ব উপলব্ধি কৰা যায়, যি ইন্দ্ৰিয়গ্ৰাহ্য নহয়; অথচ যি নিত্য সত্য, তাৰ ধ্বংস নাই, উৎপত্তি নাই, বৃদ্ধি নাই, ক্ষয় নাই; যি অচ্ছেদ্য, অদাহ্য, অশোষ্য, অক্লেদ্য। ইয়াক সদায় পাই থকা যায়, সদায় ভোগ কৰি থকা যায়; কিন্তু ইয়াক ধৰিবও নোৱাৰি, বুজিবও নোৱাৰি। শৈশৱ, যৌৱন, বাৰ্দ্ধক্য আদি বিভিন্ন পৰিৱৰ্তনৰ মাজত কেতিয়াও ইয়াৰ সঙ্গৰ পৰা চ্যুত হোৱা নাই। জীৱৰ কিমান পৰিৱৰ্তন ঘটে, কিন্তু ইয়াৰ কোনো পৰিৱৰ্তন নাই। স্থূল কথাত যাক আমি প্ৰাণ বুলি কওঁ—সেই যে চেতনা, সেই যে হুঁছ—যি আছে বুলি আমি ভাবোঁ যে আমি আছোঁ সেইটো অণু নে মহান তাক ক'ব নোৱাৰি। তাৰ নাম নাই, ৰূপ নাই, গুণো নাই। এইদৰে কিবা এটা বুলি জানি ল'ব পাৰি, কিন্তু প্ৰকৃততে তেওঁক জনা নাযায়—কাৰণ তেওঁ জ্ঞান স্বৰূপ। জানাৰ ভিতৰত আহিলেই তেওঁৰ নিত্য স্বৰূপটোৰ বিলক্ষণতা ঘটে।

কিন্তু সকলো মানুহে গুৰুৰ পৰা ভগৱানৰ স্বৰূপ কি তাক জানিবলৈ ইচ্ছা কৰে। গুৰুৱে যদি শিষ্যক ভগৱানৰ স্বৰূপটো এইদৰে বুজায়, শিষ্যৰ মনত উদয় হোৱা স্বাভাৱিক যে তেওঁকতো লাভ কৰিব নোৱাৰি, গতিকে সাধন ভজনৰ পৰা কি লাভ হ'ব? তেওঁতো সাধনাৰ অতীত। সাধনা একপ্ৰকাৰ ধৰ্ম, তেওঁতো সকলো ধৰ্মৰে অতীত। গতিকে তেওঁ সাধন-লভ্য বা সাধ্য নহয়। কিন্তু ইয়াৰ দ্বাৰা সাধকৰ তৃষ্ণা নিবৃত্ত নহয়। সাধক-ভক্তই তেওঁক প্ৰত্যক্ষ দৰ্শন কৰিবলৈ ইচ্ছা কৰে। জগতৰ ভোগৰ মাজত অভ্যস্ত হৈ জীৱে যেতিয়ালৈকে জগন্মাতৃক মাতৃৰূপে সম্বোধন কৰিবলৈ নাযায়, সুখ-দুখৰ কথা পাতিব নোৱাৰে, সুখ-দুখৰ কাহিনী তেওঁৰ চৰণত নিবেদন কৰিব নোৱাৰে, তেতিয়ালৈকে প্ৰাণৰ পিপাসা তেওঁৰ নিমিত্তে। এই পিপাসাৰ পৰা যি ব্যাকুলতা প্ৰকাশ পায়, সেই ব্যাকুলতাৰ তাড়নাত শিষ্যই গুৰুৰ ওচৰত আত্ম-দুখ নিবেদন কৰি মাতৃ দৰ্শন, মাতৃ স্নেহৰ আকাংক্ষা প্ৰকাশ কৰে। তেতিয়া গুৰুৱে শিষ্যৰ অকৃত্ৰিম কাতৰতা দেখি, মাতৃ-মূৰ্তি দৰ্শনৰ শিষ্যৰ ব্যাকুলতা অনুভৱ কৰি দেখুৱাই দিয়ে—মাতৃৰ প্ৰকট মূৰ্তি—'জগন্মূৰ্তি'। সেইদৰে ঋষি মেধসে ৰজা সুৰথক দেখুৱাই দিছে যে তেওঁ নিত্যা হ'লেও তেওঁ জগন্মূৰ্তি। গীতাৰ মন্ত্ৰতো এই কথা প্ৰকাশ পাইছে—ভগৱান শ্ৰীকৃষ্ণৰ মুখেৰে—'যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বঞ্চময়ি পশ্যতি'। সাধনাৰ মূল মন্ত্ৰ এয়ে বুলি কৈছে।

এই জগন্মূৰ্তি মহামায়াৰ দৰ্শন বা সত্য প্ৰতিষ্ঠা সৰ্বপ্ৰথমে জড় পদাৰ্থৰ পৰা আৰম্ভ কৰিব লাগে। মাতৃসত্তা সৰ্বত্ৰ বিশ্বাস কৰিব পাৰিলে, সেই বিশ্বাসত অভ্যস্ত হ'লে মহামায়া যে জগন্মূৰ্তিতে প্ৰকটিতা হৈ আছে সেই কথা উপলব্ধিত আহি যাব।

সুৰথে সুধিছিল—তেওঁৰ স্বৰূপ কি? ঋষিয়ে তাৰ উত্তৰ দিছিল—এই জগতেই তেওঁৰ স্বৰূপ।

সুৰথে সুধিছিল—তেওঁৰ স্বভাৱ কি? ঋষিয়ে উত্তৰ দিছিল—তয়া সৰ্বমিদং ততং—এই জগত তেওঁৰ দ্বাৰা পৰিব্যাপ্ত। এই কথাটোৰ দ্বাৰা গুৰুৱে শিষ্যৰ মনৰ পৰা এটা অমূলক আশঙ্কা দূৰ কৰিলে। সেই আশঙ্কাটো হৈছে যে তেওঁ নিত্য হৈও অনিত্যভাৱে জগত আকাৰত প্ৰকটিতা হৈ আছে। এই অনিত্য বস্তুৰ সাধনাৰ পৰা লাভ কি? আমি নশ্বৰ, অনিত্য বুলিয়েই নিত্য বস্তুৰ সন্ধান কৰোঁ। অনিত্যৰ সাধনাত নিত্য লাভ হোৱাৰতো সম্ভাৱনা নায়েই, অনিত্যতা আৰু ঘনীভূত নহ'বনে? কাৰণ যি যিহৰে সাধনা কৰে, সি সেয়েই হয়। গতিকে অনিত্য বস্তুৰ সাধনা কৰিলে আমি অনিত্যই থাকি যাম—'তয়া সৰ্বমিদং ততম্' কথাটোৰ দ্বাৰা সেই আশঙ্কা বিদূৰিত হ'ল। তেওঁ অনিত্য জগন্মূৰ্তিত প্ৰকটিতা হ'লেও তেওঁৰ নিত্য স্বৰূপটো সৰ্বত্ৰ অক্ষুণ্ণ—ওতপ্ৰোতভাৱে সৰ্বত্ৰ পৰিব্যাপ্ত। তেওঁ নাম-ৰূপ থকা অনিত্য জগৎ আকাৰত প্ৰকাশিত হোৱা নাই, তেওঁ নিত্য স্বৰূপৰ পৰা বিচ্যুত হোৱা নাই। বৰফৰ প্ৰত্যেক পৰমাণুই পানীত বাদে আন একো নহয়। সেইদৰে জগতৰ প্ৰত্যেক কল্পিত অণু-পৰমাণু নিত্য-ভিন্ন অন্য একো নহয়—সেইবাবে আশঙ্কাৰ হেতু নাই।

ভগৱানৰ যি নামটো যাৰ প্ৰিয়তম, ভগৱানৰ সহিত যি সম্বন্ধটো যাৰ অভীষ্টতম, সেই সম্বন্ধ-বিশিষ্ট নাম ধৰি জড় পদাৰ্থত সত্য প্ৰতীতি স্থাপন কৰিলে দেখা যাব যে জড় বুলি একো নাই, সি কেৱল চৈতন্যৰ ছদ্মবেশ মাথোন। সত্য প্ৰতিষ্ঠা ঘনীভূত হ'লে, সত্যবোধ বিশ্বাসত পৰিণত হ'লে দেখা যাব যে জগন্মূৰ্তি অদৃশ্য হৈ যায়। মহান চৈতন্যময় আকাশৰ দৰে সৰ্বেন্দ্ৰিয় বিবৰ্জিত অথচ সৰ্বেন্দ্ৰিয় ধৰ্মযুক্ত মহামায়াৰ নিত্য স্বৰূপটো সৰ্বত্ৰ পৰিব্যাপ্ত হৈ আছে। এয়ে তয়া সৰ্বমিদং ততম্। এয়ে মহামায়াৰ বিশ্বব্যাপী চিন্ময় ৰূপ, অথবা সেইটো ৰূপো নহয়, অৰূপো নহয়—সেইটো যে কি—সি অব্যক্ত, আকাশৰ দৰে কেৱল জ্ঞান-মূৰ্তি। ইয়েই ক্ষীৰোদ সমুদ্ৰ বা কাৰণ সলিল। অসুৰবিলাকৰ দ্বাৰা উৎপীড়িত হৈ দেৱতাসকল এই অব্যক্ত ক্ষেত্ৰ ক্ষীৰোদ সমুদ্ৰৰ পাৰত উপস্থিত হৈ বিশিষ্ট মূৰ্তি ধৰি চিন্ময়ীৰ আৱিৰ্ভাৱৰ কাৰণে কাতৰ প্ৰাণে প্ৰাৰ্থনা কৰে। আৰু মহামায়াইও তেওঁলোকৰ অভীষ্ট মূৰ্তিত আবিৰ্ভূতা হৈ বৰ আৰু অভয় দান কৰে। এই ধৰণৰ আৱিৰ্ভাৱকেই লোকে 'উৎপন্না' বুলি অভিহিত কৰে। বস্তুতঃ মহামায়াৰ উৎপত্তিও নাই, কৰ্মও নাই। দেৱতাসকলৰ বাবেই আৱিৰ্ভাৱ আৰু দেৱকাৰ্য সিদ্ধিয়েই তেওঁৰ কৰ্ম।

সুৰথৰ ষষ্ঠ প্ৰশ্ন—'যদুদ্ভৱা'। এই প্ৰশ্নৰ উত্তৰ ঋষিয়ে পৃথকভাৱে দিয়া নাই। কাৰণ ঋষিয়ে প্ৰথমতে কৈছে—'সা নিত্যা'—তেওঁ নিত্যা কাৰণে অন্যৰ পৰা উদ্ভৱ অসম্ভৱ। সুৰথে এই পৰ্যন্ত মহামায়াক ব্ৰহ্মাৰ পৰা উদ্ভূত বুলি ভাবিছিল—সেইবাবে যদুদ্ভৱা প্ৰশ্নটোৰ আৱশ্যক আছিল, কিন্তু এতিয়া গুৰুৰ উপদেশত সম্যক অৱধাৰণ কৰিব পাৰিলে যে মহামায়া আৰু ব্ৰহ্মা অভিন্ন বস্তু। ৪৭-৪৮॥

যোগনিদ্ৰাং যদা বিষ্ণুৰ্জগত্যেকাৰ্ণবীকৃতে।
আস্তীৰ্য্য শেষমভজৎ কল্পান্তে ভগৱান্ প্ৰভুঃ।। ৪৯।।
তদা দ্বাবসুৰৌ ঘোৰৌ বিখ্যাতৌ মধুকৈটভৌ।
বিষ্ণুকৰ্ণমলোদ্ভূতৌ হন্তুং ব্ৰহ্মাণমুদ্যতৌ।। ৫০।।

**অন্বয় ঃ** কল্প-অন্তে জগতি এক-অৰ্ণবীকৃতে যদা ভগৱান্ প্ৰভুঃ বিষ্ণুঃ শেষম্ আস্তীৰ্য্য যোগনিদ্ৰাং অভজৎ। ৪৯।।

তদা বিখ্যাতৌ দ্বৌ ঘোৰৌ অসুৰৌ মধুকৈটভৌ বিষ্ণু-কৰ্ণমল-উদ্ভূতৌ ব্ৰহ্মাণং হন্তুং উদ্যতৌ। ৫০।।

**অনুবাদ ঃ** প্ৰলয়কালত (ব্ৰহ্মাৰ দিন শেষ হ'লে) পৃথিৱী এক বিৰাট কাৰণ-সমুদ্ৰত পৰিণত হ'লে যেতিয়া ভগৱান প্ৰভু বিষ্ণু অনন্ত নাগক শয্যাৰূপে বিস্তাৰ কৰি যোগ-নিদ্ৰাৰ ভজনা কৰিব ধৰিলে (যোগ-নিদ্ৰাত নিমগ্ন হ'ল)। ৪৯।।

তেতিয়া মধু আৰু কৈটভ নামে প্ৰসিদ্ধ দুটা ভয়ঙ্কৰ অসুৰ বিষ্ণুৰ কাণৰ মলৰ পৰা উৎপন্ন হৈ ব্ৰহ্মাক হত্যা কৰিবলৈ উদ্যত হ'ল। ৫০।।

**ব্যাখ্যা ঃ** পূৰ্ববৰ্তী মন্ত্ৰত ঋষিয়ে কৈছিল—মহামায়া নিত্যা হৈও দেৱকাৰ্য সিদ্ধিৰ বাবে যেতিয়া বিশিষ্ট ৰূপত আবিৰ্ভূতা হয়, তেতিয়াই তেওঁক 'উৎপন্না' হোৱা বুলি কোৱা হয়। এইবাৰ সেই দেৱ-কাৰ্য সিদ্ধিৰ বাবে বিশিষ্ট আবিৰ্ভাৱৰ বৰ্ণনা কৰিব ধৰিছে। ইয়াৰ পৰাই দেৱী-মাহাত্ম্য বৰ্ণনা আৰম্ভ হ'ল।

কল্পান্ত শব্দৰ অৰ্থ প্ৰলয় কাল। প্ৰলয় কালত বিষ্ণুৰ পালিনী শক্তি নিষ্ক্ৰিয় হয়। দেৱীৰ যি সত্ত্বগুণ, সেই গুণ বিষ্ণুৰূপে প্ৰকাশিত হয়। পৃথিৱী প্ৰলীন হোৱাত বিষ্ণুৰ পালন কৰ্তৃত্ব, অৰ্থাৎ সাত্ত্বিকী গুণৰ কাৰ্য বন্ধ হয়। প্ৰলয় কালত যেতিয়া সৃষ্টিৰ বীজসমূহ ব্ৰহ্মত লীন অৱস্থাত থাকে, জগত নাথাকে, একাৰ্ণবীকৃত (কাৰণ সলিলত লীন) হৈ থাকে। জগত-ৰূপ কাৰ্য-সমষ্টিৰেই পৰম কাৰণত লীন হোৱা, অৰ্থাৎ কাৰণী ভাব প্ৰাপ্ত হোৱাৰ নাম একাৰ্ণৱ। জগতৰূপ অশ্বত্থ বৃক্ষৰ বীজ বা কৰ্ম-সংস্কাৰসমূহ যেতিয়া ব্ৰহ্মৰূপ পৰম কাৰণত অৱস্থান কৰে, তেতিয়াই কল্পান্তকাল নামে অভিহিত হয়। এই সময়ত বিশুদ্ধ চৈতন্যত বাদে আন একো থকা বুলি বুজা নাযায়। সেইবাবে ইয়াক একাৰ্ণৱ বা কাৰণ সমুদ্ৰ বোলে।

এই কল্পান্ত কালত বিষ্ণুৱে যোগ-নিদ্ৰাৰ আৰাধনা কৰে। বিষ্ণু শব্দৰ অৰ্থ জগত ব্যাপক চিৎশক্তি। জগত যাৰ ওপৰত অৱস্থান কৰে, যি জগদাধাৰ, জগত বুলি জ্ঞান হয়, এই ৰূপ যি চৈতন্য—তেওঁৰে নাম বিষ্ণু। সাধনা ক্ষেত্ৰত এওঁক প্ৰাণ বুলি কোৱা হয়। শ্ৰুতিতো আছে যে এই জগত প্ৰাণতেই বিধৃত। তেৱেঁই ভগৱান।

উৎপত্তিং প্ৰলয়ং চৈব ভূতানামগতিং গতিম্,
বেত্তি বিদ্যামবিদ্যাং চ স বাচ্যো ভগৱানিতি।।

প্ৰাণীবিলাকৰ উৎপত্তি-বিনাশ, আগমন-নিৰ্গমন, আৰু বিদ্যা-অবিদ্যা এইবোৰৰ বিষয়ে যিজনা অৱগত আছে, তেৱেঁই ভগৱান।

এই মন্ত্ৰত বিষ্ণুৰ আন এটি বিশেষণ আছে—প্ৰভু। প্ৰভু শব্দৰ অৰ্থ স্বাধীন।

তেওঁ স্বতন্ত্ৰৰূপে ইচ্ছা শক্তিক পৰিচালিত কৰিব পাৰে। ইচ্ছা মাত্ৰে যাৱতীয় সংকল্প সিদ্ধি কৰিব পাৰে, সেইবাবে তেওঁ প্ৰভু। সি যিয়েই নহওক, জগত যেতিয়া নাথাকে, তেতিয়া জগত-ব্যাপক চৈতন্য বা প্ৰাণ কেনেকৈ অৱস্থান কৰে তাৰে কথাই কৈছে যে "শেষমাস্তীৰ্য্য', অৰ্থাৎ অৱশেষ অমৃতৰ শয্যা ৰচনা কৰি, অৰ্থাৎ ভৱিষ্যমান জগতৰ বীজসমূহক (কৰ্ম-সংস্কাৰসমূহক) শয্যাৰূপে পৰিকল্পিত কৰি তলত পেলাই বা নিজাত্মত প্ৰলীন কৰি যোগ-নিদ্ৰাৰ ভজনা কৰে।

যোগ শব্দৰ অৰ্থ ইয়াত পৰমাত্মমিলনী ভাৱ। তেতিয়া জগদ্ভাৱ সুপ্ত থাকে বুলি জগৎ ভাৱৰ পক্ষে ই নিদ্ৰাতুল্য। যি বিষ্ণু জগদ্ ব্যাপক স্বৰূপে নিয়ত অৱস্থিত, তেৰোঁ জগতৰ অভাৱত স্বকীয় ব্যাপকতা, প্ৰভুত্ব, ভগৱত্ব প্ৰভৃতি বিস্মৃতিৰ গৰ্ভত নিমজ্জিত কৰি তামসী নিদ্ৰাৰূপিণী মহামায়াৰ কোলাত টোপনি যায়। কেনেকৈ এইটো হয়? একমাত্ৰ যোগৰ দ্বাৰা এইটো সম্ভৱ হ'ব পাৰে। পৰমাত্মভাৱে নিজৰ বিশিষ্ট ভাৱটো মিলাই দিয়াই যোগ। এই যোগ সুসিদ্ধ হ'লে জগত-ব্যাপাৰত নিদ্ৰা বা সুপ্তভাৱ হ'বই। ই এটা অপূৰ্ব মধুময়ী অৱস্থা। প্ৰলয় কালত ভগৱান বিষ্ণু এই যোগ-নিদ্ৰাৰূপিণী মহামায়াৰ ভজনা কৰি থাকে (অভজৎ)। যি যাক ভজনা কৰে তেওঁ তৎসাৰূপ্য লাভ কৰে—ই সকলো বিজ্ঞানসন্মত তত্ত্ব; গতিকে এই অৱস্থাত বিষ্ণুৰ স্বতন্ত্ৰতা নাথাকে। মই বিষ্ণু—এইৰূপ প্ৰতীতিও নাথাকে—তেতিয়া কেৱল যোগনিদ্ৰাৰূপিণী মাতৃ-সত্বা বিদ্যমান থাকে।

বিষ্ণুকৰ্ণ শব্দৰ অৰ্থ ব্যাপক চিৎ আকাশ। আকাশৰ গুণ শব্দ। শব্দ গুণাত্মক আকাশক বুজাবৰ কাৰণে কৰ্ণ শব্দ আৰু ব্যাপকতা অৰ্থ বুজাবৰ কাৰণে বিষ্ণু শব্দ ব্যৱহাৰ কৰা হৈছে। মল শব্দৰ অৰ্থই আবৰক বা ঢাকনিৰ ভাৱ বুজাইছে। স্বচ্ছ আচীৰ ওপৰত মলিৰ ঢাকনিৰ নিচিনা ব্যাপক চিৎ আকাশৰ আৱৰণ স্বৰূপ বুলি মধু-কৈটভক বৰ্ণনা কৰা হৈছে।

মধু শব্দৰ অৰ্থ হৈছে—আনন্দ, কৈটভ শব্দৰ অৰ্থ বহুত্ব। কীটৱৎ ভাতি ইতি কীটভঃ, তস্য ভাৱঃ ইতি কৈটভঃ—ক্ষুদ্ৰ ক্ষুদ্ৰ কীটসমূহ যেনেকৈ একে ঠাইতে লগ হৈ থাকি নিজৰ নিজৰ শক্তি অনুসাৰে স্পন্দন ধৰ্ম প্ৰকাশ কৰি একত্ৰে বহুত্বৰ পৰিচয় দিয়ে, সেইদৰে সঞ্চিত কৰ্মবীজসমূহে যুগপৎ বহুভাৱৰ পৰিচয় দিয়ে। সেইবাবে বহুত্বৰ বীজেই কৈটভ। স্থূল কথাত 'একোঽহং বহুস্যাম্'—মই এক আছোঁ—বহু হ'ম—এই দুটি সংস্কাৰৰ নাম মধু-কৈটভ।

এইবাৰ আমি যথাৰ্থ সাধন-সমৰ ক্ষেত্ৰত উপস্থিত হৈছোঁ। ইয়াৰ পৰাই দেৱী-মাহাত্ম্য, দেৱীৰ আবিৰ্ভাৱ, দেৱকাৰ্য সিদ্ধি আৰু অসুৰ নিধন প্ৰভৃতি লোকাতীত ঘটনা-বৈচিত্ৰ্যৰ মাজত উপস্থিত হ'ম।

শুদ্ধ বোধৰূপী গুৰুৰ ওচৰত জীৱাত্মাই সমাধিৰ সহায়ত মহামায়াৰ স্বৰূপ আৰু স্বভাৱ বুজি লৈ, তেওঁৰ বিশিষ্ট আবিৰ্ভাৱ আৰু কাৰ্য প্ৰত্যক্ষ কৰিবৰ কাৰণে আকুলভাৱে অপেক্ষা কৰি থাকে। সমাধিস্থ হৈ এইবোৰ তত্ত্ব অৱগত হোৱা যায়। সমাধিস্থ হোৱা মানে সমস্ত ইন্দ্ৰিয়ক নিৰোধ কৰি ধ্যানস্থ হোৱা। মনৰ অৰ্দ্ধলয় অৱস্থাৰ

পৰা মনৰ এককলা বাকী থকা পৰ্যন্ত মনৰ যি সমাহিত অৱস্থা সেই সময়ত এনেবোৰ তত্ত্ব উন্মেষিত হয়। কৃষ্ণপক্ষৰ অষ্টমী তিথিৰ পৰা চতুৰ্দশী তিথিলৈকে চন্দ্ৰৰ অৰ্দ্ধলয় অৱস্থাৰ পৰা একো কলাকৈ লয় হৈ চতুৰ্দশী তিথিত এক কলা বাকী থকালৈকে এই সময়খিনিৰ ভিতৰত সমাধিস্থ হোৱাৰ প্ৰকৃষ্ট সময়। কীলক স্তৱত সেইবাবে কৃষ্ণাষ্টমীৰ পৰা চতুৰ্দশী তিথিৰ উল্লেখ আছে। সাধকে যেতিয়া কাতৰ হৈ আকুল হৃদয়েৰে এইদৰে সমাধিস্থ হৈ জগজ্জননীৰ আবিৰ্ভাৱ, তেওঁৰ বিশিষ্ট কাৰ্য, বিশিষ্ট স্নেহ প্ৰত্যক্ষ কৰিবৰ বাবে অপেক্ষা কৰি থাকে, তেতিয়া সাধকে জগন্মাতৃৰ কৃপাত দেখিবলৈ পায় যে যি জগদ্ভাৱে তেওঁক অৰ্হনিশ চঞ্চল কৰি ৰাখিছিল, সেই জগদ্ভাৱ মনত উদয় নহয়। সেই সময়ত প্ৰাণ সুপ্ত অথচ আত্মবোধটো জাগ্ৰত জগতৰ বীজ বা সংসাৰৰ অস্তিত্ব ঈষৎ মাত্ৰ প্ৰতীত হয় (মনৰ সেই চতুৰ্দশী তিথিৰ এক কলা বিলয় নোহোৱাৰ দৰে); কিন্তু জগতৰ সেই বীজ বা সংস্কাৰৰ অস্তিত্বৰ স্বৰূপ কি সেইটো উপলব্ধি নহয়। সমুখত অতি ঘন, অতি শুভ্ৰ স্বপ্ৰকাশ মহাব্যোম মাত্ৰ প্ৰত্যক্ষীভূত হ'বলৈ ধৰে। ইয়াৰ নাম কল্পান্ত কাল, জগতৰ একাৰ্ণবী ভাৱ আৰু শেষ শয্যাত বিষ্ণুৰ যোগনিদ্ৰা। এই উপস্থিত হ'ব পাৰিলে সাধকৰ প্ৰাণত যে অপৰিসীম আনন্দৰ সম্ভোগ হয় তাতেই সাধক কিছুদিন মুগ্ধ হৈ থাকে। তেতিয়া আন কোনো বিশিষ্ট ইচ্ছা উদয় নহয়। ক্ষণকালৰ পাছতে সেই অৱস্থাৰ পৰা বিচ্যুত হয়, আকৌ জগদ্ভাৱলৈ নামি আহে। তেতিয়া বৰ দুখ হয়, কাৰণ সেই আনন্দৰ স্মৃতিয়ে ব্যথিত কৰে। তেতিয়াই সাধক আকুল হৈ 'মা', 'মা' বুলি কাতৰ হয় আৰু শ্ৰীগুৰুৰ চৰণ আৰু শক্ত কৰি ধৰে। তাৰেই ফলত সৌভাগ্যবান জীৱে মাতৃৰ কৃপাত পূৰ্বোক্ত অৱস্থাত কিছুকাল অৱস্থান কৰিবৰ সামৰ্থ লাভ কৰে। তেতিয়া সাধকৰ জানিবৰ ইচ্ছা হয় কিয় মই এই মধুময় ক্ষেত্ৰ, আনন্দময় মাতৃৰ কোলৰ পৰা বিচ্যুত হওঁ। সেইবাবে পুনঃ পুনঃ জগন্মাতৃৰ ওচৰত প্ৰাৰ্থনা জনায়—মা, মা, কোনে মোক পুনঃ জগদ্ভাৱত নমাই দিয়ে? তেতিয়া মাতৃৰ কৃপাত সাধকে দেখিবলৈ পায় সেই নিৰ্মল-শুভ্ৰ চিদ্‌ব্যোম ক্ষেত্ৰত মল বা আৱৰক স্বৰূপ দুটি সংস্কাৰ ফুটি উঠিছে—এটা বিশিষ্ট আনন্দ আৰু আনটো হৈছে বহুভাৱেচ্ছা। এই দুটিয়েই হৈছে বিষ্ণুকৰ্ণ মলোদ্ভৱ মধু আৰু কৈটভ। এটি হৈছে অহংবোধাত্মক আনন্দ আৰু আনটো হৈছে বহুভাৱেচ্ছামূলক আনন্দ (এক আছোঁ, বহু হওঁ)। এই দুয়োটাই অতি দুৰপণেয় সংস্কাৰ—সাধকৰ কৈৱল্যৰ বিৰোধী। সেইবাবে এই দুটাক অসুৰ বোলা হৈছে। ইহঁতে ব্ৰহ্মাক হত্যা কৰিবলৈ উদ্যত হয়। সমাধি অৱস্থাত মন প্ৰাণকেন্দ্ৰত নিশ্চল অৱস্থাত থাকে। মনেই সৃষ্টিশক্তি বা ব্ৰহ্মা, সেই মন যদিও সাময়িকভাৱে নিশ্চল-নিষ্ক্ৰিয় অৱস্থাত থাকে, তেতিয়াও মনৰ এক কলা সম্পূৰ্ণ লয় হোৱা নাই; সেইকাৰণে উক্ত দুই সংস্কাৰে মনক পুনৰায় ক্ৰিয়াশীল হ'বলৈ, আকৌ জগদাকাৰত আকাৰিত হ'বলৈ, উদ্বেলিত কৰিবলৈ সমৰ্থ হয়। ইয়েই মধু-কৈটভৰ 'হন্তুং ব্ৰহ্মাণমুদ্যতে।'

জগন্মাতাৰ কৃপাত সাধকে মূল সংস্কাৰৰ সাক্ষী পায়। পূৰ্বে মই (জীৱে) ইচ্ছা কৰিছিলোঁ—বহু হ'ম, বহুভাৱৰ আনন্দ উপভোগ কৰিম। সেই ইচ্ছা পৰমেশ্বৰ ভাৱৰ—গতিকে অমোঘ। সেই ইচ্ছাকে লৈ মাতৃয়ে জীৱক অসংখ্য যোনি ভ্ৰমণ কৰাব

ধৰিছে। বহুদিন বহু জন্ম ধৰি এইদৰে ভ্ৰমণ কৰি জীৱে যেতিয়া মাতৃৰ কোলাৰ সন্ধান পায়, নিৰ্মল পৰমাত্ম স্বৰূপৰ আভাস পায় তেতিয়া বহু হোৱাৰ আনন্দ প্ৰীতিকৰ হৈ নাথাকে, বৰঞ্চ অতি তিক্তকৰ হয়। তেতিয়াই মধু-কৈটভ বধৰ সূত্ৰপাত হয়। ৪৯।৫০।।

স নাভিকমলে বিষ্ণোঃ স্থিতো ব্ৰহ্মা প্ৰজাপতিঃ।
দৃষ্ট্বা তাবসুৰৌ চোগ্ৰৌ প্ৰসুপ্তঞ্চ জনাৰ্দনম্।। ৫১।।
তুষ্টাৱ যোগনিদ্ৰাং তামেকাগ্ৰহৃদয়স্থিতঃ।
বিবোধনাৰ্থায় হৰেৰ্হৰি নেত্ৰকৃতালয়াম্।। ৫২।।
(ওঁ ঐঁ) বিশ্বেশ্বৰীং জগদ্ধাত্ৰীং স্থিতি সংহাৰকাৰিণীম্।
নিদ্ৰাং ভগৱতীং বিষ্ণোৰতুলাং তেজসঃ প্ৰভুঃ।। ৫৩।।

অন্বয় ঃ সঃ প্ৰজাপতিঃ প্ৰভুঃ ব্ৰহ্মা বিষ্ণোঃ নাভিকমলে স্থিতঃ তৌ উগ্ৰৌ অসুৰৌ জন-অৰ্দনম্ চ প্ৰসুপ্তং দৃষ্ট্বা হৰেঃ বিবোধন-অৰ্থায় এক-অগ্ৰ-হৃদয়স্থিত হৰিনেত্ৰকৃত আলয়াং তেজসঃ বিষ্ণোঃ অতুলাং নিদ্ৰাং বিশ্ব-ঈশ্বৰীং জগৎ-ধাত্ৰী-স্থিতি সংহাৰকাৰিণীম্ ভগৱতীং যোগনিদ্ৰাং তুষ্টাৱ। ৫১।৫২।৫৩।।

অনুবাদ ঃ বিষ্ণুৰ নাভি-পদ্মত অৱস্থিত সেই প্ৰজাপতি প্ৰভু ব্ৰহ্মা-বিষ্ণুক যোগ-নিদ্ৰাত মগ্ন হৈ থকা দেখি আৰু উগ্ৰ অসুৰ দুজনক ওচৰতে দেখা পাই বিষ্ণুৰ নিদ্ৰাভঙ্গৰ কাৰণে তেজঃ স্বৰূপ বিষ্ণুৰ নয়নাশ্ৰিতা অতুলা তামসী শক্তি বিশ্বেশ্বৰী, জগদ্ধাত্ৰী স্থিতি সংহাৰকাৰিণী যি ভগৱতী সেই যোগনিদ্ৰাৰ স্তৱ কৰিব ধৰিলে।

ব্যাখ্যা ঃ দৈত্যদ্বয় মধু-কৈটভে বিষ্ণুৰ নাভি-পদ্মত অৱস্থিত ব্ৰহ্মাক যেতিয়া হত্যা কৰিবলৈ উদ্যত হয়, অৰ্থাৎ পূৰ্বোক্ত সংস্কাৰদ্বয় যেতিয়া প্ৰাণশক্তিত অৱস্থিত সুপ্তপ্ৰায় মনক পুনৰায় জগদ্ব্যাপাৰত উদ্বুদ্ধ কৰিবলৈ উদ্যত হয় আৰু মনে যেতিয়া উক্ত সংস্কাৰদ্বয়ক উচ্ছেদ কৰিবৰ ইচ্ছা কৰি প্ৰাণশক্তিৰ শৰণাপন্ন হ'বলৈ গৈ দেখে যে প্ৰাণশক্তি যোগ-নিদ্ৰাত আচ্ছন্ন, অৰ্থাৎ জগদ্ভাৱৰ বহিৰ্মুখ, তেতিয়া সেই অৱস্থাত প্ৰাণশক্তিক পুনৰাই উদ্বুদ্ধ কৰিবলৈ মন যোগ-নিদ্ৰাৰ শৰণাপন্ন হয়। যোগ নিদ্ৰাৰূপিণী যি মহতী শক্তিয়ে প্ৰাণশক্তিক জগদ্ ব্যাপাৰত বিমুখ কৰি ৰাখিছে, জগত সৃষ্টি, স্থিতি, সংহাৰকাৰিণী সেই মহামায়াৰ বিশিষ্ট আবিৰ্ভাৱৰ কাৰণে কাতৰভাৱে প্ৰাৰ্থনা কৰিবলৈ ধৰে। এই স্থলত এয়ে আধ্যাত্মিক ৰহস্য।

এই মন্ত্ৰত যোগ-নিদ্ৰাৰ এটা বিশেষণ আছে—হৰিনেত্ৰ কৃতালয়া। হৰি শব্দৰ অৰ্থ বিষ্ণু বা প্ৰাণ। সকলো ভাৱকে হৰণ কৰে বুলি এওঁৰ নাম হৰি। ছান্দোগ্য উপনিষদত প্ৰাণৰ উপাসনা প্ৰস্তাৱত প্ৰাণকেই জগদ্ গ্ৰাসকাৰী বা সৰ্বভাৱৰ বিলয়কাৰক বুলি উক্ত হৈছে। বস্তুতঃ এইটো প্ৰত্যক্ষও হয়—কি জ্ঞানেন্দ্ৰিয় শক্তি-প্ৰৱাহ, কি কৰ্মেন্দ্ৰিয় শক্তি-প্ৰৱাহ, কি প্ৰাণাদি পঞ্চ বায়ু-প্ৰৱাহ, কি জনম-মৰণাদি পৰিবৰ্তন প্ৰৱাহ, সমস্তই প্ৰাণশক্তিৰ আশ্ৰয়ত প্ৰকটিত হয় আৰু সেইদৰে তাতেই প্ৰলীন হয়। সেইহে হেতুকে প্ৰাণেই হৰি। জীৱে যিমানদিন এই প্ৰাণৰ সন্ধান নাপায়,

যিমানদিন প্ৰাণক হৰি বুলি কিম্বা হৰিক প্ৰাণ বুলি বুজিব নোৱাৰে, যিমানদিন আত্ম-প্ৰাণত প্ৰতিষ্ঠিত হ'ব নোৱাৰে। যেতিয়ালৈকে গুৰুৰ প্ৰাণত নিজৰ প্ৰাণ মিলাই ল'ব নোৱাৰে সিমানদিন গগণভেদী হৰিনাম ৰৱ উচ্চাৰিত হ'লেও জীৱে অমৰত্বৰ বা অভয় পদৰ সন্ধান নাপায়। মহাপ্ৰভু গৌৰাঙ্গদেৱ এই সৰ্বাশ্ৰয় প্ৰাণৰ সন্ধান পাই হৰিনামত আত্মহাৰা হৈছিল। প্ৰাণহীন নাম মৃত শব্দ মাথোন; কিন্তু প্ৰাণময় নাম নামীতকৈ শ্ৰেষ্ঠ। যি নাম উচ্চাৰণ কৰা মাত্ৰকেই প্ৰাণৰ অনুভূতিত সাধক আত্মহাৰা হৈ যায় সেই নামোচ্চাৰণেইহে পৰমাৰ্থ লাভ ঘটায়—নহ'লে নাম উচ্চাৰণ কৰি কৰি অশ্ৰু বিসৰ্জন, ভূমিত বিলুণ্ঠন কিম্বা সংস্কাৰ গঠিত প্ৰাণহীন কোনো দেৱমূৰ্তি দৰ্শন ইত্যাদি সম্ভৱ হ'লেও আৰু সাধাৰণৰ পক্ষে ই এক উচ্চ অৱস্থা হ'লেও ই যথাৰ্থ চৰিতাৰ্থতাৰ পৰিচায়ক নহয়।

যি নহওঁক, 'হৰিনেত্ৰকৃতালয়া' শব্দৰ দ্বাৰা প্ৰাণৰ বহিৰ্মুখী প্ৰকাশ ভাৱক বুজায়। মৃত আৰু জীৱন্ত ভাৱ চকুতেই বিশেষভাৱে প্ৰকাশ পায়। নেত্ৰ প্ৰাণৰ বহিঃপ্ৰকাশ স্থান। আমি যে নিত্য প্ৰাণময়ী মহাশক্তিৰ কোলাত অৱস্থিত আছোঁ সেইটো চক্ষুতেই প্ৰধানৰূপে উদ্ভাসিত হয়। চক্ষুতেই মহাশক্তি বিশেষভাৱে প্ৰকাশিতা। নেত্ৰৰূপ দ্বাৰেদি চৈতন্যৰ বহিৰ্মুখ বিকাশ দেখিবলৈ পোৱা যায়। আকৌ এই প্ৰাণ যেতিয়া অন্তৰ্মুখী হয়, যেতিয়া জগদ্ব্যাপাৰৰ পৰা বিৰত হয়, তেতিয়া চক্ষুতেই তাৰ অভিব্যক্তি হয়। সেইবাবে মা জগন্ময়ী হৰিনেত্ৰকৃতালয়া। যোগনিদ্ৰাৰূপিণী মহামায়া প্ৰাণৰ জগন্মুখী বিকাশ নিৰুদ্ধ কৰি ৰাখিছে, প্ৰাণ সাময়িকভাৱে মাতৃ-যোগজনিত আনন্দত আত্মহাৰা, সংসাৰৰ আসক্তি বা উচ্ছেদ উভয় ক্ষেত্ৰতে নিস্পৃহ—এই অৱস্থাটোৱে বিষ্ণুৰ যোগ-নিদ্ৰা। মহামায়া মা'ই প্ৰাণক এনে এটি অৱস্থাত আনি স্থাপন কৰিছে যে সি আৰু জগতৰ ভাল-বেয়া একোতেই নাই। কিন্তু জগন্মাতৃ মহামায়াই এই অৱস্থাটো ৰাখিব খোজা নাই। প্ৰাণৰ দ্বাৰাই জগত উদ্ধাৰ ব্ৰত সম্পাদন কৰাব। সেয়েহে বিষ্ণুৰ নিদ্ৰা-ভঙ্গৰ এই আয়োজন। সেয়েহে ব্ৰহ্মা বা মন মাতৃচৰণত লুণ্ঠিত হৈ স্তৱ কৰিব ধৰিলে।

এই যোগ-নিদ্ৰাৰূপিণী মহামায়াই বিশ্বেশ্বৰী জগদ্ধাত্ৰী আৰু স্থিতি সংহাৰকাৰিণী; সুতৰাং অতুলনীয়া, অচিন্ত্য ঐশ্বৰ্যশালিনী ভগৱতী। মহামায়াৰ সৃষ্টি, স্থিতি, প্ৰলয় শক্তিবোধক শব্দ আগতে বহুবাৰ কোৱা হৈছে আৰু বহুবাৰ কোৱা হ'ব। দেৱী-মাহাত্ম্যত এইদৰে কোৱাত পুনৰুক্তি দোষ নহয়; কাৰণ সেয়ে সাধনাৰ বীজ। বেদান্ত দৰ্শনত 'জন্মাদ্যস্য যতঃ' এই ব্ৰহ্ম নিৰূপণ সূত্ৰটোও সেই একে অৰ্থবোধক। যাৰপৰা এই জগতৰ জন্ম, স্থিতি আৰু ভঙ্গ হয়, তেৱেঁই ব্ৰহ্ম। তেওঁক জনা, তেওঁৰেই সাধনা কৰা। যত প্ৰকাৰ যোগ-তপস্যা, যত প্ৰকাৰ সাম্প্ৰদায়িক বিভিন্ন অনুষ্ঠান সকলোৰে উদ্দেশ্য সিমানেই। 'জন্মাদ্যস্য যতঃ'—সেইজনিনি উপলব্ধি কৰিব পাৰিলেই জীৱত্বৰ অৱসান হয়। আমি জীৱ—চাৰিওফালে জীৱত্বৰ গণ্ডী। এই গণ্ডীৰ ভিতৰত থাকি আমি অতি দীন, অতি হীন ভাৱ লৈ আছোঁ। 'জন্মাদস্য যতঃ'—যাৰপৰা এই জগত সৃষ্টি হৈছে, য'তে এই জগত অৱস্থান কৰি আছে আৰু য'তে এই জগতৰ প্ৰলয়

হ'ব, সেই তেওঁক জানিব পাৰিলেই জীৱত্বৰ অৱসান হয়; কাৰণ সেয়ে জীৱৰ প্ৰকৃত স্বৰূপ।

তেজসঃ প্ৰভুঃ—এই শব্দটো ব্ৰহ্মাৰ বিশেষণৰূপে ব্যৱহৃত হৈছে। নাভি-কমল বা মনিপুৰ চক্ৰ তেজস্তত্ত্বৰ কেন্দ্ৰ। এই নাভি-চক্ৰৰ পৰাই জাগতিক সকলো ভাৱৰে বিকাশ হয়। তেজস্তত্ত্বৰ পৰাই ৰূপ জগতৰ আৰম্ভ। যেতিয়ালৈকে জগত সংস্কাৰৰ বীজ থাকে, তেতিয়ালৈকে মনে বা সৃষ্টি শক্তিয়ে এই নাভি-পদ্মৰ সম্বন্ধ পৰিত্যাগ কৰিব নোৱাৰে। আনফালে 'হৰি নেত্ৰকৃতালয়া'ৰ বা আজ্ঞা-চক্ৰত থকা চিৎ প্ৰতিবিম্বৰ মোহিনী শক্তিত একান্ত মুগ্ধ থাকে। এই অৱস্থাত মনক বহু ভাৱত স্পন্দিত হ'বলৈ উদ্বেলিত কৰিলেও মনে সেই শান্ত অৱস্থা পৰিত্যাগ কৰিব নোখোজে। মনে তেতিয়া প্ৰাণে যি যোগ-নিদ্ৰাৰূপিণী চিৎ-শক্তিৰ কোলাত নিষ্ক্ৰিয় অৱস্থাত থাকে, সেই শক্তিৰ শৰণাপন্ন হয়। অভিপ্ৰায় এই যে প্ৰাণ সক্ৰিয় হ'লেই আগামী কৰ্মৰ বীজস্বৰূপ মূল সংস্কাৰ বা মধু-কৈটভ বিনষ্ট হ'ব; পাছত আৰু বহু ভাৱত স্পন্দিত হ'ব নালাগে।

ব্ৰহ্মোবাচ।
ত্বং স্বাহা ত্বং স্বধা ত্বং হি বষট্‌কাৰঃ স্বৰাত্মিকা।
সুধা ত্বমক্ষৰে নিত্যে ত্ৰিধামাত্ৰাত্মিকা স্থিতা।। ৫৪।।

**অন্বয় ঃ** ব্ৰহ্মা উবাচ।। নিত্যে অক্ষৰে ত্বং স্বাহা ত্বং স্বধা ত্বং হি বষট্‌কাৰঃ স্বৰ-আত্মিকা। ত্বং সুধা ত্ৰিধা মাত্ৰা-আত্মিকা স্থিতা।।৫৪।।

**অনুবাদ ঃ** ব্ৰহ্মাই স্তৱ কৰিছে—হে নিত্যে, হে অক্ষৰে। দেৱতাৰ উদ্দেশ্যে হবি দানৰ মন্ত্ৰ স্বাহা স্বৰূপা তুমি, তুমিয়েই পিতৃসকলৰ উদ্দেশ্যে পিণ্ডাদি দ্ৰব্য দানৰ মন্ত্ৰ স্বধা স্বৰূপা। তুমি যজ্ঞত দেৱতাসকলক আৱাহনৰ মন্ত্ৰ বষটকাৰ স্বৰূপা আৰু উদাত্তাদি স্বৰৰূপা। তুমিয়েই অমৃত ৰূপা আৰু অ-উ-ম তিনি প্ৰকাৰ মাত্ৰাৰূপে অৱস্থিতা প্ৰণৱ ৰূপা। ৫৪।।

ইয়াত ব্ৰহ্মাইবা মনে হৰিনেত্ৰকৃতালয়া যোগনিদ্ৰাৰূপিণী মহামায়াক প্ৰত্যক্ষ দেখিছে—সেইবাবে ত্বম্ বা তুমি শব্দ ব্যৱহাৰ কৰিছে; কাৰণ এই তুমি শব্দ সন্মুখস্থ ব্যক্তিৰ প্ৰতিহে প্ৰযুক্ত হয়। সাধক মাত্ৰেই স্তৱ স্তুতি আবেদন-নিবেদন কাতৰ প্ৰাৰ্থনা কৰুণ ক্ৰন্দন দেৱীক প্ৰত্যক্ষ ৰাখিহে কৰিব লাগে। সাধনা ৰাজ্যত কল্পনা বা অনুমানৰ স্থান নাই; সেইবাবে সাধন-পথত দেৱতাক প্ৰত্যক্ষভাৱে সম্বোধন কৰিব লাগে। অপ্ৰত্যক্ষৰ উদ্দেশ্যে সাধনা নহয়।

ব্ৰহ্মা বা মন আগামী কৰ্মৰ বীজ স্বৰূপ মধু-কৈটভক উচ্ছেদ কৰিবৰ উদ্দেশ্যে মহাশক্তিৰ শৰণাপন্ন হ'ল; কাৰণ তেওঁ বুজিব পাৰিছে যে শক্তিয়েই একমাত্ৰ সাধ্য আৰু সৰ্ব কাৰণৰ কাৰণ। শক্তিয়েই অবাঙ্মনসোগোচৰ পৰমাত্মা। সেইবাবে মহামায়াৰ স্তুতি কৰিব ধৰিলে; কাৰণ মহাশক্তিৰ ইচ্ছা বা কৃপা নহ'লে অসুৰ নিধন নহয়।

ব্ৰহ্মাই ক'লে—মা। তুমি স্বাহা। স্বাহা হৈছে দেৱতাক হবি দান কৰা মন্ত্ৰ। ইয়াত দেৱকৃত্যৰ উপলক্ষণ। তুমি স্বধা। এইটো হৈছে পিতৃ-পুৰুষক দ্ৰব্য দান মন্ত্ৰ—ইয়াত

পিতৃ কৃত্যৰ উপলক্ষণ আৰু বষট্‌কাৰ সকলো মন্ত্ৰৰে উপলক্ষণ। মা তুমি স্বাহা, স্বধা আৰু বষট্‌কাৰ। পূজা, হোম, ব্ৰত, জপ, পুৰশ্চৰণাদি দেৱকাৰ্য, শ্ৰাদ্ধ-অৰ্পণাদি পিতৃকাৰ্য আৰু এই উভয়বিধ কাৰ্যত যিবোৰ মন্ত্ৰ ব্যৱহৃত হয়—সেই সকলো তুমি। সেই মন্ত্ৰবিলাক পাঠ কৰোঁতে যি ত্ৰিবিধ স্বৰ উচ্চাৰিত হয়, যি ত্ৰিবিধ স্বৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিত নামে অভিহিত হয়, যি স্বৰৰ উচ্চাৰণৰ তাৰতম্য অনুসাৰে ফলৰো তাৰতম্য ঘটে। সেই স্বৰ স্বৰূপাও তুমি। সেইবাবে মা তুমি স্বৰাত্মিকা। ইয়াত বাদেও জীৱসমূহৰ কণ্ঠৰপৰা নাদৰূপে যি স্বৰ নিৰ্গত হয়, যি স্বৰ পৰা, পশ্যন্তি, মধ্যমা আৰু বৈখৰী নামে অভিহিত হয়, সেই স্বৰৰূপেও তুমিয়েই মা।

পূৰ্বে উল্লেখ কৰা দেৱকাৰ্য আৰু পিতৃ-কাৰ্যাদিৰ যি ফল সেই কৰ্মফলো অদৃষ্টৰূপে মা তুমিয়েই। কৰ্মফলেই অমৃত আৰু সেইবাবে মা তুমি সুধা স্বৰূপিণী। উপনিষদৰ মন্ত্ৰত পোৱা যায়—অন্নাৎ প্ৰাণো মনঃ সত্যং লোকাঃ কৰ্মসু চামৃতম্। আচাৰ্য শঙ্কৰে অমৃত শব্দৰ অৰ্থ কৰিছে—কৰ্মফল। যিকোনো কৰ্মৰ মাজেদি জ্ঞান আহৰণ কৰিব পাৰি। কৰ্মৰ ফল জ্ঞান। জ্ঞান নিত্য; সেই কাৰণেই জ্ঞান অমৃত। সেইকাৰণে কৰ্মফলক অমৃত বা সুধা বুলিব পাৰি। কৰ্মৰূপিণী ভগৱতীৰ উদ্দেশ্য জ্ঞানৰ উন্মেষ কৰোৱা। সেইবাবে তেওঁক সুধা বুলি সম্বোধন কৰা হৈছে।

সকলো মন্ত্ৰৰ সাৰ ত্ৰিধামাত্ৰা ওঁকাৰ। ওঁকাৰৰ পৰাই এই জগৎ—ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ উৎপত্তিও। যি অকাৰ, উকাৰ আৰু মকাৰ ৰূপে জগদাকাৰত প্ৰকটিত, সেই ত্ৰিমাত্ৰাও মা তুমি।

ত্ৰিমাত্ৰাৰ কিঞ্চিৎ ব্যাখ্যাৰ প্ৰয়োজন। মাত্ৰা শব্দৰ অৰ্থ স্পন্দন। স্পন্দন শক্তি প্ৰৱাহ-মাত্ৰ। চিন্ময়ী মহাশক্তি স্থূল জগদাকাৰে প্ৰকটিতা হৈ জড়শক্তি নামে অভিহিত হয়। এই শক্তি প্ৰৱাহে তিনি প্ৰকাৰ ক্ৰিয়াৰ প্ৰকাশ কৰে। প্ৰথম উৎপত্তি বা নাম-ৰূপ থকা এক ঘনীভূত শক্তি কেন্দ্ৰ। এয়ে সৃষ্টি বা অকাৰ মাত্ৰা। দ্বিতীয় স্থিতি—নাম-ৰূপ বিশিষ্ট শক্তিকেন্দ্ৰটি বিশিষ্টৰূপে আৱিৰ্ভূত হৈ যেতিয়ালৈকে লয় শক্তিৰ লগত প্ৰতিযোগিতা কৰি আত্মস্বৰূপ স্থিৰ ৰাখিবলৈ সমৰ্থ হয়, তেতিয়ালৈকে সি স্থিতি বা উকাৰ মাত্ৰা ৰূপে অভিহিত হয়। তৃতীয় লয়—যেতিয়া সেই শক্তিকেন্দ্ৰ পুনৰাই মহাশক্তিৰ কোলত অদৃশ্য হৈ যায়, তেতিয়াই তাক লয় বা মকাৰ মাত্ৰা বুলি কোৱা হয়। উদাহৰণ স্বৰূপে চোৱা যাওক—এটা ফল হাতত লৈ চাব লাগে। তাত কি যেন এটা শক্তিয়ে অদৃশ্য পৰমাণুবোৰক ঘন সন্নিবদ্ধ কৰি ফলৰ আকাৰত প্ৰকাশ কৰিছে। সেয়ে প্ৰথম স্পন্দন বা অকাৰ মাত্ৰা। সাধনাৰ ভাষাত সেয়ে ব্ৰহ্মা। যোগীবিলাকে তাকে মনৰূপে দৰ্শন কৰে। তাৰ পিছত উক্ত ফল হিচাপে প্ৰকটিত শক্তি-প্ৰৱাহ যেতিয়ালৈকে লয় বা বিৰোধী শক্তিৰ লগত প্ৰতিযোগিতা কৰি আত্ম-স্বৰূপ বিশিষ্ট ভাৱে প্ৰকাশিত ৰাখে, তেতিয়ালৈকে সি দ্বিতীয় স্পন্দন বা উকাৰ মাত্ৰা। সাধনাৰ ভাষাত ইয়াকে বিষ্ণু বোলে। যোগীসকলে ইয়াকে প্ৰাণৰূপে দৰ্শন কৰে। তাৰ পাছত কিছুদিন পাছত দেখা যাব যে সেই ফলটো পচিবলৈ আৰম্ভ কৰিছে। সেই যে নাশ বা প্ৰলয় তাৰেই নাম তৃতীয় স্পন্দন বা মকাৰ মাত্ৰা। সাধনাৰ ভাষাত তাকে শিৱ বোলে। যোগীসকলে ইয়াক

জ্ঞানৰূপে দৰ্শন কৰে। এই প্ৰলয় এটা আকস্মিক পৰিৱৰ্তন নহয়, প্ৰতি পৰমাণুৰ প্ৰতি মুহূৰ্তৰ পৰিৱৰ্তনৰ ফল। প্ৰতি মুহূৰ্তত প্ৰতি পৰমাণুত পূৰ্বোল্লেখিত—জায়তে, অস্তি, বৰ্দ্ধতে প্ৰভৃতি ছয়টি পৰিৱৰ্তন এই ত্ৰিবিধ স্পন্দনৰ ভিতৰেদি ঘটি থাকে। জীৱ যিদিনাই ভূমিষ্ঠ হয়, সেইদিনাৰ পৰাই মৃত্যুৰ ফালে আগুৱাই যায়। এক দিনত মৃত্যু নহয়। জন্ম শব্দৰ অৰ্থই মৃত্যুৰ আৰম্ভ। কিন্তু যিমানদিন তৃতীয় স্পন্দন বা মকাৰ মাত্ৰা অপেক্ষা কৰি দ্বিতীয় স্পন্দন বা উকাৰ মাত্ৰা প্ৰবল থাকে, সিমানদিন মৃত্যু বুলি বিশিষ্ট ঘটনা প্ৰত্যক্ষ নহয়। জগতৰ প্ৰত্যেক পদাৰ্থত প্ৰতি মুহূৰ্তে এই বিবিধ স্পন্দন বা ত্ৰি শক্তি-প্ৰবাহ চলি আছে। যেতিয়া যি স্পন্দনটি প্ৰবলভাৱে ক্ৰিয়া কৰে, তেতিয়া সেইটো মাত্ৰ প্ৰত্যক্ষ হয়। যোগ চক্ষুস্মান্ ব্যক্তিয়ে এই জগতক ত্ৰিবিধ স্পন্দন ব্যতিৰেকে একো নেদেখে।

অৰ্দ্ধমাত্ৰাস্থিতা নিত্যা যানুচ্চাৰ্য্যা বিশেষতঃ।
ত্বমেব সা ত্বং সাবিত্ৰী ত্বং দেৱজননী পৰা।। ৫৫।।

(পাঠান্তৰ ঃ বেদজননী—সব্যাহৃতিকা গায়ত্ৰী)

**অন্বয় ঃ** যা বিশেষতঃ ন-উচ্চাৰ্য্যা অৰ্দ্ধমাত্ৰা স্থিতা সা ত্বম্ এব। ত্বং সাবিত্ৰী। ত্বং পৰা নিত্যা দেৱ-জননী।৫৫।।

**অনুবাদ ঃ** বিশেষৰূপে যি বাক্যাতীতা (অনুচাৰ্যা) নিৰ্গুণা বা তুৰীয়া তুমি সেয়ে। হে দেৱী! তুমি গায়ত্ৰী মন্ত্ৰৰূপা আৰু তুমি নিত্যা শ্ৰেষ্ঠা শক্তি আৰু দেৱতাসকলৰ আদি মাতা।৫৫।।

**ব্যাখ্যা ঃ** ত্ৰিবিধ স্পন্দন (অ-উ-ম) ব্যতিৰেকেও বিশেষৰূপে যি বাক্যাতীতা নিৰ্গুণা আৰু তুৰীয়া তুমিয়েই সেয়া। ত্ৰিবিধ স্পন্দনৰ দ্বাৰা মা তুমি জগতৰূপে প্ৰকটিতা হৈছা। জগতৰূপে অভিব্যক্ত তোমাৰ যি স্বৰূপ সেইটো অতি মনোহৰ। সেইটো মনোহৰ হ'লেও তোমাৰ আৰু এটা স্বৰূপ আছে। সেই স্বৰূপটো বিশেষভাৱে উচ্চাৰণ কৰিব নোৱাৰে। সেইটোৱেই তোমাৰ নিত্য স্বৰূপ। সেই স্বৰূপ অনুচাৰ্য, বাক্যাতীত। এই ত্ৰিমাত্ৰা স্বৰূপ জগতক দেখি স্বাভাৱিকতে প্ৰতীতী হয় যে এই জগতৰ অন্তৰালত এটি শক্তি আছে। সেইটোকে অৰ্দ্ধমাত্ৰা বুলি কোৱা হয়। তৃতীয় মাত্ৰা মকাৰটো ব্যঞ্জন—সেইটো অৰ্দ্ধমাত্ৰা। ওঁকাৰৰ মণ্ডকত সেই অৰ্দ্ধমাত্ৰাই নাদ আৰু বিন্দুৰূপে প্ৰকাশিত। যাৰ অৱস্থিতি আছে কিন্তু বিস্তৃতি নাই তাকে জ্যামিতিত বিন্দু বুলি কোৱা হয়। সেই অৱস্থিতি সূচক অংশখিনি নিৰ্গুণ ব্ৰহ্মৰ দ্যোতক আৰু বিস্তৃতি সূচক অংশখিনি সগুণ ব্ৰহ্ম বা শক্তিৰ প্ৰকাশক। এয়ে নাদ। যিবিলাকে নিৰ্গুণৰ গুণ বা শক্তিক স্বীকাৰ নকৰে তেওঁলোকেই ব্ৰহ্মৰ পৰা মায়াক পৃথকৰূপে দেখে। যাৰ অৱস্থিতি আছে তাৰ অলপ নহয় অলপ বিস্তৃতি আছেই; কাৰণ বিন্দু সমষ্টিয়েই পদাৰ্থ। বিন্দুক কেৱল মাত্ৰ চৈতন্য আৰু নাদক কেৱল মাত্ৰ জড়শক্তিৰূপে গ্ৰহণ কৰিলে বিন্দুৰ শক্তিহীনতা আহি পৰে। এইমতে শক্তিহীনৰ শক্তি পৰিচালনা অসম্ভৱ হয় গুণে ব্ৰহ্মক শক্তিহীন বুলিব লাগে। ই বেদ আৰু যুক্তি বিৰুদ্ধ।

মূঠ কথা মা! তুমি বিন্দুৰূপে নিৰ্গুণ, নাদৰূপে সগুণ আৰু ত্ৰিমাত্ৰা স্বৰূপে

জগৎৰূপে অভিব্যক্ত হৈ আছা। কিন্তু তোমাৰ এই অৰ্দ্ধমাত্ৰা স্বৰূপটো নিত্য পৰিবৰ্তনহীন। আৰু সেই স্বৰূপটো অনুচাৰ্য—বাক্যৰ অগোচৰ। অতএব হে দেৱী! প্ৰকাশাত্মিকে দ্যোতনশীলে মাতঃ—তুমিয়েই সাবিত্ৰী—জগৎ প্ৰসৱকৰ্ত্ৰী, আকৌ তুমিয়েই পৰা জননী। সেই ত্ৰিমাত্ৰাৰূপে তুমি জগজ্জননী আৰু অৰ্দ্ধমাত্ৰাৰূপে তুমিয়েই পৰা জননী।

যিবিলাকে ত্ৰিমাত্ৰা আৰু অৰ্দ্ধমাত্ৰা শব্দৰ অৰ্থ যথাক্ৰমে স্বৰ বা ব্যঞ্জন বুলি কয়, তাতো ওপৰত উল্লেখ কৰা যুক্তি বিপ্ৰতিপত্তি নঘটে; কাৰণ স্বৰৰ সাহায্যতে যে ব্যঞ্জন উচ্চাৰিত আৰু প্ৰকাশিত হয়। স্বৰ বা শক্তিক আশ্ৰয় কৰিয়েই নিৰ্গুণ ব্ৰহ্ম সগুণৰূপে প্ৰকাশ পায়।৫৫।।

**ত্বয়ৈব ধাৰ্য্যতে সৰ্বং ত্বয়ৈতৎ সৃজ্যতে জগৎ।**
**ত্বয়ৈতৎ পাল্যতে দেবি ত্বমৎস্যন্তে চ সৰ্বদা।। ৫৬।।**

**অন্বয় :** দেবি ত্বয়া এব সৰ্বং ধাৰ্যতে। ত্বয়া এতৎ জগৎ সৃজ্যতে। ত্বয়া এতৎ পাল্যতে চ ত্বম্ সৰ্বদা অন্তে অৎসি।

**অনুবাদ :** হে দেবি। তুমিয়েই এই বিশ্বজগত ধাৰণ কৰি আছা, তুমিয়েই এই জগৎ সৃষ্টি কৰিছা, তুমিয়েই ইয়াক পালন কৰি আছা। আকৌ প্ৰলয় কালত তুমিয়েই ইয়াক ভক্ষণ বা গ্ৰাস কৰা বা সংহাৰ কৰা। ৫৬।।

**ব্যাখ্যা :** মা সৃষ্টিৰ পূৰ্বে বীজৰূপে এই বিশ্ব তোমাৰ গৰ্ভতে বিধৃত থাকে। আকৌ তুমিয়েই সেই বীজক পৰিবৰ্তনশীল জগতৰূপে প্ৰসৱ কৰা। তাৰ পাছত তুমিয়েই ইয়াক পৰিপালন কৰি শেষত সংহাৰ কৰা। এয়ে তোমাৰ মাতৃত্ব। গৰ্ভত ধাৰণ, প্ৰসৱ, বক্ষত ধাৰণ আৰু জ্ঞানৰূপ স্তন্যৰ দ্বাৰা পৰিপোষণ আৰু অৱশেষত পূৰ্ণ জ্ঞানময় অৱস্থাত তোমাতেই অভিন্নভাৱে মিলন সম্পাদন। এয়ে তোমাৰ মহা মায়াত্ব বা মাতৃত্ব। যিমানদিন জীৱে জগদ্-ভোগৰ যোগ্যতা লাভ কৰা নাই, সিমানদিন বীজৰূপে জীৱক গৰ্ভত ধাৰণ কৰি তোমাৰেই ৰক্ত বা উপৰঞ্জন শক্তিৰ দ্বাৰা জীৱৰ ভোগ যোগ্যতা সম্পাদন কৰা। জীৱে যেতিয়া জগদ্ভোগৰ সামৰ্থ লাভ কৰে তেতিয়াই তুমি প্ৰসৱ বা সৃষ্টি কৰি জীৱক বুকুত ধাৰণ কৰি লোৱা। নিজৰ স্তন্যৰ দ্বাৰা, অমৃতৰ দ্বাৰা, বিষয়-জ্ঞানৰ দ্বাৰা পৰিপুষ্ট কৰা। বিন্দু বিন্দু জ্ঞান সঞ্চয়ৰ দ্বাৰা অমৰত্ব লাভৰ যোগ্যতা সম্পাদনৰ বাবে অসংখ্য জন্ম-মৃত্যু প্ৰভৃতি পৰিবৰ্তনৰ মাজেদি জীৱক গতি কৰোৱা। যেতিয়া জীৱ মাতৃ স্নেহত মুগ্ধ হয়, মা বুলি আত্মহাৰা হ'বলৈ শিকে, অখণ্ড জ্ঞানৰ সন্ধান পায়, পূৰ্ণ জ্ঞানময় অৱস্থাত আহি উপস্থিত হয়, তেতিয়াই জীৱ অমৃত বা অন্ন হয়। তেতিয়াই তুমি জীৱক অশন বা সংহৰণ কৰি তোমাৰ অন্নপূৰ্ণা নাম সাৰ্থক কৰা।

আমি যে মা তোমাৰ অন্ন। 'সৰ্বগ্ৰাসিনী মা এদিন আমাক গ্ৰাস কৰিব'— যিমানদিন এই কথা বুজিব নোৱাৰোঁ, সিমানদিন তুমিয়েই আমাৰ অন্ন। আমি তোমাৰেই স্তন্য পান কৰি পৰিপুষ্ট হওঁ। আমি যে তোমাক কিমান ৰূপত উপভোগ কৰিছোঁ, সেই কথা ভাবিলে স্তব্ধ হ'ব লাগে। আমি যেতিয়াই যিহকে বিচাৰিছোঁ, তেতিয়াই তুমি

সেইভাৱে আমাৰ ওচৰত উপস্থিত হৈছা। মা, তুমিয়েই বিষয়ৰূপে আমাৰ ইন্দ্রিয়ভোগ পূর্ণ কৰিছা, আমাৰ উদ্দাম-লালসাৰ আহাৰ যোগাইছা। এইদৰে এদিন বা দুদিন নহয়, কিমান জন্ম-জন্মান্তৰে আমি উশৃঙ্খল বাসনা বুকুত লৈ লৰিছোঁ আৰু স্নেহ বিমূঢ়া মাতৃ হিচাপে আমাৰ ভোগ-বাসনা চৰিতার্থ কৰিবৰ কাৰণে বাসনা ৰূপ ক্ষুদ্র ক্ষুদ্র বিষয়ৰ মূর্তিত আত্মপ্রকাশ কৰিছা। পাছে আমাৰ স্বাধীন ভোগৰ মাজত বিন্দুমাত্র অতৃপ্তি থাকে, আমাৰ সমুন্নত আমিত্বৰ বিন্দুমাত্র অসম্মান হয়, সেইবাবে ইমানবোৰ কৰিও নিজৰ সত্তা, নিজৰ কর্তৃত্ব লুকাই ৰাখিছা। আমাক বুজিবলৈ দিয়া নাই যে তুমিয়েই আমাৰ বাসনা, তুমিয়েই আমাৰ ভোগ, তুমিয়েই আমাৰ অন্ন আৰু তুমিয়েই আমাৰ পৰিতৃপ্তি। ইমান স্নেহ, ইমান ভালপোৱা তোমাৰ বুকুত যে ৰোগ-শোক, দুখ-দাৰিদ্র্য, দুর্গতি, আশাভঙ্গ সকলো অৱস্থাৰ ভিতৰতে তোমাৰ অনাবিল পুত্রস্নেহ প্রবাহিত। এই স্নেহ আমি কেনেকৈ আৰু কেতিয়া বুজিম? মা ইমানদিন তোমাকেই আমি খাইছোঁ, অজ্ঞানত তোমাকেই উপভোগ কৰিছোঁ—এতিয়া তুমি আমাক খোৱা। এতিয়া যেন আমিত্বৰ সীমা-গণ্ডীত থৈ তোমাৰ পৰা পৃথক কৰি নাৰাখা। তুমি আৰু মই সর্বৰূপে এক হৈ যাওঁ।

জগজ্জননী মহামায়াই সুধা। অমৃতেই তেওঁৰ আহাৰ। যেতিয়ালৈকে জীৱে অমৰত্ব লাভ কৰিব নোৱাৰে তেতিয়ালৈকে তেওঁ আমাক গ্রাস কৰিব নোৱাৰে।

এই মন্ত্রত ধার্যতে সৃজ্যতে পাল্যতে আৰু অৎসি এই চাৰিটি ক্রিয়া পদৰ দ্বাৰা সগুণ ব্রহ্মৰ মহামায়াত্ব বা মাতৃত্ব পূর্ণভাৱে প্রকটিত হৈছে। ৫৬।।

**বিসৃষ্টৌ সৃষ্টিৰূপা ত্বং স্থিতিৰূপা চ পালনে।**
**তথা সংহৃতিৰূপান্তে জগতোঽস্য জগন্ময়ে। ৫৭।।**

(জগন্ময়ি ইতি বা পাঠঃ)

**অন্বয় ঃ** জগৎ-ময়ে! ত্বম্ অস্য জগতঃ বিসৃষ্টৌ সৃষ্টিৰূপা, পালনে চ স্থিতিৰূপা তথা অন্তে সংহৃতিৰূপা।

**অনুবাদ ঃ** হে জগৎ-স্বৰূপা! সৃষ্টিৰ কালত তুমিয়েই সৃষ্টিৰূপা। পালন কালত তুমিয়েই স্থিতিৰূপা, আকৌ প্রলয় কালত তুমিয়েই সংহর্ত্রীৰূপা। ৫৭।।

**ব্যাখ্যা ঃ** মা, ইতিপূর্বে কোৱা হৈছে যে তুমি এই জগতৰ উৎপাদন পৰিপালন আৰু সংহৰণকর্ত্রী। সেইদৰে কোৱাত ঠিককৈ কোৱা হোৱা নাই; কাৰণ সেইদৰে ক'লে বুজা যায় যে তুমি আৰু জগৎ স্বতন্ত্র। বাস্তৱিক তুমিয়েই যে জগন্ময়ী। তোমাৰ ব্যতিৰেকে ক'তো একো নাই। যদিও সাধাৰণতঃ আমি দেখিবলৈ পাওঁ যে প্রত্যেক কার্যত তিনিটা বস্তুৰ প্রয়োজন; এটা নিমিত্ত কাৰণ বা কর্তা, এটা উপাদান কাৰণ বা উপকৰণ আৰু অপৰটো কার্য বা বিশিষ্ট ফল। কিন্তু মা! এই জগদ্ব্যাপাৰত তুমিয়েই নিমিত্ত, তুমিয়েই উপাদান আৰু তুমিয়েই কার্য। তুমিয়েই কর্তা, তুমিয়েই কাৰণ আৰু তুমিয়েই কার্য। ৫৭।।

**মহাবিদ্যা মহামায়া মহামেধা মহাহস্মৃতিঃ।**
**মহামোহা চ ভৱতী মহাদেৱী মহাসুৰী।। ৫৮।।**

(মহামোহা ভগৱতী ইতি বা)

**অন্বয় ঃ** ভৱতী মহাবিদ্যা মহামায়া মহামেধা মহা-অস্মৃতিঃ মহামোহা মহাদেৱী চ মহা-অসুৰী।

**অনুবাদ ঃ** তুমিয়েই মহাবাক্য লক্ষণা ব্ৰহ্মবিদ্যা আৰু সংসৃতিকর্ত্রী মহামায়া। তুমি মহতী মেধা (স্মৃতি), মহতী বিস্মৃতি (অস্মৃতি) আৰু মহামোহ। তুমিয়েই মহতী দেৱশক্তি আৰু মহতী অসুৰশক্তি। ৫৮।।

**ব্যাখ্যা ঃ** মা! যাৱতীয় অসম্ভৱ ব্যাপাৰ তোমাতেই সম্ভৱ। আলোক আৰু অন্ধকাৰ অতি বিৰুদ্ধ পদাৰ্থ হ'লেও তোমাতেই সহ-অৱস্থান কৰিছে। মহতী দৈৱী শক্তি আৰু মহতী আসুৰী প্ৰকৃতিৰূপে তুমিয়েই বিৰাজিতা। সেয়েহে তুমি মহাদেৱী হৈও মহাসুৰী; কাৰণ তুমি মহাবিদ্যা হৈও মহামায়া। মহতী ব্ৰহ্মবিদ্যা ৰূপে নিত্য প্ৰতিষ্ঠিতা হৈও জীৱ-জগতৰূপে মহামায়াৰূপে বিৰাজিতা। আকৌ মহামেধা (মহাস্মৃতি) হৈও মহতী অস্মৃতি। আত্মজ্ঞান ধাৰণোপযোগিনী মহতী ধীস্বৰূপা মহামেধা তুমি, আকৌ তোমাক পাহৰি থকা, তোমাৰ অস্তিত্ব বিস্মৃত হোৱা ইও তোমাৰেই প্ৰভাৱ। তুমিয়েই মহতী বিস্মৃতিৰূপে জীৱৰ হৃদয়ত বিৰাজিতা; গতিকে মহামোহৰূপিণীও তুমি। তোমাৰ সৰ্ববিধ কাৰ্য, জাগতিক কাৰ্য, কাৰণ শৃঙ্খলা জ্ঞানৰ অতীত। মানৱ বুদ্ধিয়ে তোমাক বুজিব নোৱাৰে। মানুহে ভাৱে যে আলোক আৰু অন্ধকাৰ একে ঠাইতে থাকিব নোৱাৰে। জ্ঞান-অজ্ঞান, মেধা-অস্মৃতি যুগপৎ অৱস্থান কৰিব নোৱাৰে; কিন্তু মা! তোমাত সকলো সম্ভৱ। দৈৱী আৰু আসুৰী প্ৰকৃতি পৰস্পৰ বিৰুদ্ধ হৈও তোমাত নিত্য অৱস্থিত।

[ ইয়াত মহাবিদ্যা শব্দৰ অৰ্থ ব্ৰহ্মবিদ্যা সুসঙ্গত যেন বোধ হয়। মহাবিদ্যা শব্দৰ দ্বাৰা কালী-তাৰা প্ৰভৃতি দশ মহাবিদ্যাৰূপ অৰ্থ সুসঙ্গত নহয়।] ৫৮।।

**প্ৰকৃতিস্ত্বং হি সৰ্বস্য গুণত্ৰয় বিভাৱিনী।**
**কালৰাত্ৰি মহাৰাত্ৰি মোহৰাত্ৰিশ্চ দাৰুণা।। ৫৯।।**

**অন্বয় ঃ** ত্বং হি গুণত্ৰয় বিভাৱিনী (চ) সৰ্বস্য প্ৰকৃতিঃ। কালৰাত্ৰিঃ মহাৰাত্ৰিঃ চ দাৰুণা মোহৰাত্ৰিঃ।৫৯।।

**অনুবাদ ঃ** তুমিয়েই সৰ্বভূতৰ প্ৰকৃতি। তুমিয়েই কালৰাত্ৰি (য'ত ব্ৰহ্মাৰ লয় হয়) আৰু মহাৰাত্ৰি (য'ত জগতৰ লয় হয়)। তুমি প্ৰলয়ঙ্কৰী মহামোহ ৰাত্ৰি (য'ত জীৱৰ নিত্য লয় হয়)। ৫৯।।

**ব্যাখ্যা ঃ** মা! সত্ত্ব, ৰজঃ, তমঃ—এই ত্ৰিগুণৰ দ্বাৰা তোমাৰ প্ৰকৃতি স্বৰূপটো বিভাৱিত হয়, আকৌ এই ত্ৰিগুণ লয়ৰ বাবেই তুমি দাৰুণা (ভয়ঙ্কৰী) কালৰাত্ৰি, মহাৰাত্ৰি আৰু মোহৰাত্ৰিৰূপে প্ৰকটিতা হোৱা।

মা, তুমি কেৱল সমষ্টিৰূপা মহতী প্ৰকৃতি নোহোৱা, ব্যষ্টি প্ৰকৃতি ৰূপেও তুমি।

প্ৰত্যেক জীৱৰ স্বতন্ত্ৰ প্ৰকৃতিৰূপে অধিষ্ঠিতা। প্ৰকৃতি শব্দৰ স্থূল অৰ্থ স্বভাৱ। যি জীৱৰ যেনে স্বভাৱ, সেয়ে তাৰ প্ৰকৃতি। মা, সমষ্টিতে তোমাৰ মহাদেৱী আৰু মহা আসুৰী এই দুটি প্ৰকৃতি আছে। ব্যষ্টিতেও সেই দুই প্ৰকৃতি আছে দেখা যায়। কাৰো কাৰো দৈৱী প্ৰকৃতি, কাৰো কাৰো আসুৰী প্ৰকৃতি। কোনোবা সাধু, কোনোবা অসাধু। প্ৰত্যেক জীৱৰ ক্ষুদ্ৰ কীটাণুৰ পৰা ব্ৰহ্মা, বিষ্ণু পৰ্যন্ত প্ৰত্যেকৰ যি বিভিন্ন প্ৰকৃতি—সেইটো তুমিয়েই। সেয়েহে 'প্ৰকৃতিস্ত্বঞ্চ সৰ্বস্য'।

তুমি গুণত্ৰয় বিভাৱিনী—সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনিগুণে তোমাৰ ব্যষ্টি আৰু সমষ্টি প্ৰকৃতি বিভাৱিত, অৰ্থাৎ পৰিব্যক্ত হৈ থাকে। সত্ত্বগুণে তোমাৰ সৎ, ৰজোগুণে তোমাৰ চিৎ আৰু তমোগুণে তোমাৰ আনন্দৰ অভিব্যক্তি হয়। সেইবাবে তুমি সচ্চিদানন্দময়ী। তুমি নিজকে ত্ৰিধা বিভক্ত কৰি তিনি গুণত গুণিত হৈ সমষ্টিত মহতী, দৈৱী আৰু আসুৰী প্ৰকৃতিৰূপে আৰু ব্যষ্টিত জীৱ প্ৰকৃতিৰূপে অভিব্যক্তা হোৱা। এই তিনি গুণক সম্যক লয় কৰিবৰ বাবে তুমিয়েই কালৰাত্ৰি, মহাৰাত্ৰি আৰু মোহৰাত্ৰিৰূপে প্ৰকটিতা হোৱা।

যি ঠাইত কালো প্ৰকাশিত নহয়, সেয়ে কালৰাত্ৰি। সত্ব গুণৰ লয় স্থানক কালৰাত্ৰি বোলে। ৰজোগুণৰ লয় স্থানক মহাৰাত্ৰি বোলে আৰু তমোগুণৰ লয় স্থানক মোহৰাত্ৰি বোলে। মোহ তমোগুণৰ বহিঃপ্ৰকাশ—তাৰে ৰাত্ৰি, অৰ্থাৎ অপ্ৰকাশ বা লয় স্থান।

ভূত, ভৱিষ্যত আৰু বৰ্তমান—এই ত্ৰিবিধ কালপ্ৰতীতি। কালৰাত্ৰিত গভীৰ অন্ধকাৰময় ক্ষেত্ৰত অপ্ৰকাশযোগ্য স্থানত এই কালপ্ৰতীতি বিলীন হয়। তেতিয়া সমস্তই বৰ্তমানৰ দৰে প্ৰতীতি হয়। তেতিয়া জীৱ কালৰ অতীত হৈ মৃত্যুঞ্জয় হয়—জীৱত্ব চিৰদিনৰ কাৰণে লুপ্ত হৈ যায়। ইয়াকেই সত্বগুণৰ প্ৰলয় বুলি কয়।

মহাৰাত্ৰিত জীৱৰ মহত্ব পৰ্যন্ত বিলীন হৈ যায়। জীৱৰ ক্ৰিয়াশীলতা বা ৰজোগুণজনিত চঞ্চলতা চিৰদিনৰ বাবে বিলুপ্ত হৈ যায় আৰু জীৱৰ নৈষ্কৰ্ম লাভ হয়। জীৱ তেতিয়া মাথোন চৈতন্যময় আত্মবোধত উদ্বুদ্ধ হৈ থাকে। ইয়াকেই ৰজোগুণৰ প্ৰলয় বুলি কয়।

মোহৰাত্ৰিত জীৱৰ জগত-মোহ, সংসাৰৰ ধাঁ ধাঁ চিৰদিনৰ বাবে বিলুপ্ত হৈ যায়। তেতিয়া জীৱ অজেয় মোহক জয় কৰি নিত্য চিন্ময়ী মূৰ্তিত চিৰন্তৰে মুহ্যমান হৈ থাকে। ইয়াকেই তমোগুণৰ প্ৰলয় বুলি কয়।

দেৱীৰ এই মূৰ্তিত্ৰয় দাৰুণা—অতীৱ ভয়ঙ্কৰী। য'ত কালশক্তি ৰুদ্ধ, জগত-প্ৰকাশ সুপ্ত, মোহশক্তি বিমুগ্ধ, সেই কৃষ্ণা ৰাত্ৰিমূৰ্তি স্মৰণ কৰিলেও জীৱৰ ভীতি উপস্থিত হয়। অমাৱস্যাৰ ঘনকৃষ্ণ মেঘাচ্ছন্ন ৰাত্ৰিৰ সূচীভেদ্য অন্ধকাৰতো বৰং এটা প্ৰকাশ আছে। সেই কৃষ্ণা মূৰ্তিত সিও নাই। 'ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকম্। নেমাবিদ্যুতো ভান্তি কুতোঽয়মগ্নিঃ।' সি যে কি দাৰুণ মূৰ্তি! অথচ স্বপ্ৰকাশ অনন্ত শান্তিময়ী। অহংবোধৰ লগত লাগি থকা সকলো প্ৰকাৰ জঞ্জাল দূৰীভূত কৰি, মন, বুদ্ধি, চিত্ত আৰু অহঙ্কাৰৰ ৰাজত্ব এৰি কেৱল আত্মবোধটো লৈ সেই স্থানত অৱস্থান কৰা যায়। সেই ৰাত্ৰিৰূপিণী

মাতৃৰ কোল যে কি মধুময়, কি লোভনীয় সেই কথা ভাষাৰে ব্যক্ত কৰিব নোৱাৰি। য'ত জীৱতো দূৰৈৰ কথা পৰমেশ্বৰ পৰ্যন্ত বিলীন হয়, সেই একমাত্ৰ ব্ৰহ্মমায়াই দেৱীৰ স্বৰূপ (ব্ৰহ্মমায়াত্মিকা ৰাত্ৰিঃ পৰমেশ লয়াত্মিকা—দেৱী পুৰাণ)। এই ব্ৰহ্মমায়াত্মিকা ৰাত্ৰিৰূপিনী দেৱী ত্ৰিগুণ লয়ৰ কাৰণে জীৱ-ভাৱৰ পক্ষে অত্যন্ত ভীতিপ্ৰদা কালৰাত্ৰি আৰু মোহৰাত্ৰিৰূপে অভিব্যক্ত হৈ থাকে। ৫৯।।

**ত্বং শ্ৰীস্ত্বমীশ্বৰী ত্বং হ্ৰীস্ত্বং বুদ্ধিৰ্বোধলক্ষণা।**
**লজ্জা পুষ্টিস্তথা তুষ্টিস্ত্বং শান্তিঃ ক্ষান্তিৰেব চ।। ৬০।।**

**(হ্ৰীম্-ইতি বা পাঠঃ)**

**অন্বয় ঃ** ত্বং শ্ৰীঃ ত্বং ঈশ্বৰী ত্বং হ্ৰীঃ, ত্বং বোধলক্ষণা বুদ্ধিঃ। লজ্জা পুষ্টিঃ তথা তুষ্টিঃ। ত্বমেব শান্তিঃ ক্ষান্তি চ।৬০।।

**অনুবাদ ঃ** তুমি লক্ষ্মী, তুমি ঈশ্বৰ শক্তি, তুমি হ্ৰী (স্বতঃ অধৰ্ম-বিমুখতা), তুমি বুদ্ধি, তুমি বোধলক্ষণা (নিশ্চয়াত্মিকা) বুদ্ধি। তুমি লজ্জা, পুষ্টি আৰু তুষ্টি। তুমিয়েই শান্তি (বিষয়-বিৰতি) আৰু ক্ষান্তি, ক্ষমা, অপৰৰ অপৰাধ সহিষ্ণুতা। ৬০।।

**ব্যাখ্যা ঃ** দেৱী যে ব্যষ্টি প্ৰকৃতিৰূপে সৰ্বজীৱিত বিৰাজিতা হৈ থাকে সেই কথা এই ব্ৰহ্মাস্তোত্ৰত বিশেষভাৱে পৰিব্যক্ত হৈছে।

মা, ত্বং শ্ৰীঃ—তুমি লক্ষ্মী, জীৱৰ সৌভাগ্যৰূপিণী। যেতিয়া আমি দেখিবলৈ পাওঁ যে কোনো জীৱে সৌন্দৰ্য, ঐশ্বৰ্য, যশ, অভ্যুদয় প্ৰভৃতি নানাবিধ সৌভাগ্য লাভ কৰিছে, তেতিয়াই আমি বুজি পাওঁ শ্ৰীৰূপিণী তুমি তেওঁক কোলাত লৈ বহি আছা। যেতিয়া আমি দেখোঁ যে কোনোবাজনে ঈশ্বৰত্ব-প্ৰভুত্ব, অৰ্থাৎ সহস্ৰ সহস্ৰ লোকৰ ওপৰত আধিপত্য লাভ কৰিছে তেতিয়াই বুজি পাওঁ যে তুমি ঈশ্বৰী মূৰ্তিত তেওঁক কোলাত লৈছা। আমি যেতিয়া দেখিবলৈ পাওঁ যে কোনো লোকে অসৎ কৰ্ম কৰি নিন্দাৰ ভয়ত গোপন কৰিবলৈ চেষ্টা কৰিছে তেতিয়াই বুজি পাওঁ যে তুমি তেওঁক তোমাৰ কোলাত স্থান দিছা। আমাৰ যে নিশ্চয়াত্মিকা বৃত্তি বা বুদ্ধি, যি বুদ্ধিৰ বলত এই জগৎ প্ৰকাশিত হৈছে, যি বুদ্ধি নাথাকিলে জগৎসত্তা নাথাকে, সেই বুদ্ধিৰূপেই তুমি বিৰাজিতা। আকৌ যেতিয়া জগতবোধ বিলুপ্ত হৈ যায়, শুদ্ধ বোধমাত্ৰ ৰূপে আত্মসত্তা সমুদ্ধ হৈ থাকে, শুদ্ধ বোধ ব্যতীত যাৰ অন্য কোনো লক্ষণ নাথাকে, তুমিয়েই সেই বোধ লক্ষণা মা। কোনো নিন্দিত কৰ্ম কৰিবলৈ যাওঁতে যি স্বাভাৱিক সঙ্কোচ উপস্থিত হয়, সেই লজ্জাৰূপেও তুমি মা প্ৰতি জীৱত অধিষ্ঠিতা। এইদৰে যেতিয়া আমি দেখিবলৈ পাওঁ যে কোনো এজনে দৈহিক পুষ্টি লাভ কৰি জন-সমাজত অতুলনীয় বলবান হৈ প্ৰতিষ্ঠা লাভ কৰে, তেতিয়াই বুজিবলৈ পাওঁ যে তুমি পুষ্টিৰূপিণী মাতৃ হিচাপে তেওঁক কোলাত বহুৱাই লৈছা। যেতিয়া আমি দেখোঁ যে কোনো এজনে মনৰ আনন্দত হাঁহি-মাতি খেলা কৰি দিন যাপন কৰিব ধৰিছে তেতিয়াই আমি বুজি পাওঁ যে তুষ্টিৰূপিণী মা তুমি তেওঁক তোমাৰ কোলাত স্থান দিছা। যেতিয়া আমি দেখিবলৈ পাওঁ যে কোনো লোকে আত্মজ্ঞান লাভ কৰি জগতৰ সুখ-দুখৰ অতীত শান্তিময়

অৱস্থাত উপনীত হৈছে, তেতিয়াই আমি বুজোঁ যে শান্তিৰূপিণী মা তুমি তেওঁক বক্ষত ধাৰণ কৰিছা। যেতিয়া আমি দেখা পাওঁ যে কোনো লোকে অপকাৰৰ প্ৰতিকাৰ কৰিবৰ সামৰ্থ থকা সত্বেও পৰৰ অপকাৰ অম্লান বদনে সহ্য কৰিছে, তেতিয়াই বুজি পাওঁ যে ক্ষমাৰূপিণী মা তেওঁ তোমাৰ কোলাত অৱস্থিত।

এইবোৰ মূৰ্তিত সৰ্বজীৱৰ প্ৰকৃতিৰূপে তুমি নিয়ত বিৰাজিতা হৈ আছা। এইবোৰ তোমাৰ নিত্য প্ৰত্যক্ষ মূৰ্তি—সদায় সৰ্বত্ৰ প্ৰকট হৈ আছে। ৬০।।

**খড়্গিনী শূলিনী ঘোৰা গদিনী চক্ৰিণী তথা।**
**শঙ্খিনী চাপিনী বানভুশুণ্ডী পৰিঘায়ুধা।। ৬১।।**

**অন্বয় ঃ** ত্বম্ খড়্গিণী শূলিনী ঘোৰা গদিনী চক্ৰিণী শঙ্খিনী চাপিনী তথা বান-ভুশুণ্ডী-পৰিঘ-আয়ুধা।৬১।।

**অনুবাদ ঃ** মা, তুমি খড়্গিণী, ত্ৰিশূলধাৰিণী, তুমি ঘোৰা—তোমাৰ এক হাতত নৰমুণ্ড। তুমিয়েই গদা, চক্ৰ, শঙ্খ, ধনু-বাণ, ভুশুণ্ডী (কণ্টকাকীৰ্ণ লৌহ লাঠি) আৰু পৰিঘৰূপ (লৌহ মুদ্গৰ) আয়ুধ (অস্ত্ৰ) ধাৰণ কৰা। ৬১।।

**ব্যাখ্যা ঃ** পূৰ্বৱৰ্তী মন্ত্ৰত দেৱীৰ দহবিধ স্বৰূপ বৰ্ণনা কৰা হৈছে—যেনে শ্ৰী, ঈশ্বৰী ইত্যাদি। এই দহ প্ৰকাৰে দেৱী জীৱ-জগতত প্ৰকাশিত হয়। এই যে দহপ্ৰকাৰ ৰূপ মানুহে জীৱ-জগতত দেখা পায় তাৰ প্ৰত্যেকটি ৰূপৰ মাধ্যমত ব্ৰহ্মাৰ উপাসনা কৰা উচিত। যদিহে মানুহে সেই ৰূপৰ তাৎপৰ্য নুবুজি ভগৱন্মুখী নহৈ আত্মমুখী হৈ অহঙ্কাৰ ভাবাপন্ন হয়, তেতিয়া মাতৃৰ উৎপীড়নকাৰিণী মূৰ্তি দশ প্ৰহৰণ ধাৰিণীৰূপে আবিৰ্ভূত হয়। সেই মূৰ্তি প্ৰকৃততে উৎপীড়নকাৰিণী নহয়, শাসনকৰ্ত্ৰীৰ ৰূপত সেই মূৰ্তি মাতৃ-স্নেহৰ বহিৰ্বিকাশ। অনভিজ্ঞ শিশু সন্তানক মাতৃয়ে অনেক সময়ত শাসনৰূপ স্নেহ বিকাশৰ দ্বাৰা জ্ঞানৰ উজ্জ্বল ক্ষেত্ৰলৈ লৈ যায়। হে মাতৃ! সেইবাবে তুমি খড়্গ, শূল, গদা প্ৰভৃতি অস্ত্ৰেৰে সজ্জিত হৈ আবিৰ্ভূতা হোৱা।

ইয়াৰ পৰিষ্কাৰ অৰ্থ এয়ে যে যি জীৱ শ্ৰীৰূপিণী প্ৰকৃতিৰ কোলাত অধিষ্ঠিত হৈ সৰ্ববিধ সৌভাগ্য লাভত ধন্য হয় সেই জীৱে যদি অনভিজ্ঞ শিশুৰ দৰে সেই সৌভাগ্য কেৱল উপভোগ কৰিয়েই যায় আৰু তেওঁৰ অভ্যুদয়ৰূপে যে স্বয়ং জগজ্জননী প্ৰকটিতা হৈছে সেই কথা উপলব্ধি নকৰে, জগজ্জননীৰ চৰণত কৃতজ্ঞতাৰ পুষ্পাঞ্জলি দান নকৰে সেই জীৱৰ পক্ষে শ্ৰীৰূপিনী মাতৃয়ে খড়্গিনী মূৰ্তিত প্ৰকটিতা হয় আৰু শীঘ্ৰে সেই খড়্গেৰে সৌভাগ্য সুখক বিচ্ছিন্ন কৰি দিয়ে। যিজনে অহঙ্কাৰত মত্ত হৈ জগন্মাতৃক পাহৰি নিজে নিজে সৌভাগ্যবান হোৱা বুলি ভাবে সেইজনৰ মস্তক ছিন্ন কৰিবৰ বাবে শ্ৰীৰূপিণী ভগৱতী খড়্গধাৰিণীৰূপে আবিৰ্ভূতা হয়। সেইদৰে যিজনে প্ৰভুত্ব লাভ কৰি ঈশ্বৰী মূৰ্তিক অৱজ্ঞা কৰে তেওঁৰ ওচৰত মাতৃয়ে শূলধাৰিণীৰূপে প্ৰকটিতা হয়। প্ৰভুত্বৰ পৰা বিচ্যুতিৰ অৰ্থই শূলাঘাত। সেই ঈশ্বৰী মূৰ্তি সেইবাবে শূলধাৰিণী হয়। যিবিলাকে অসৎ কৰ্ম কৰি নিন্দাৰ ভয়ত গোপন কৰে সেই হ্ৰী মূৰ্তিধাৰিণী জগন্মাতৃক যদি স্মৰণত নাৰাখে, তেন্তে সেই হ্ৰী মূৰ্তিধাৰিণী অচিৰে নৃমুণ্ডধাৰিণী ঘোৰাৰূপে আবিৰ্ভূতা হৈ

সেইবিলাক লোকৰ অসৎ কৰ্ম জনসমাজত প্ৰকাশ কৰি দিয়ে। এইদৰে ভগৱতীয়ে শৰণাগত হ'বলৈ শিক্ষা দিয়ে। যিবিলাকে বুদ্ধি-বৃত্তিক ভগৱতীৰ স্বৰূপ বুলি বিবেচনা নকৰি নিজৰে বুদ্ধি বুলি বিবেচনা কৰে সেইবিলাকে পুনঃ দৈৱ-প্ৰতিকূলতা ৰূপ গদাৰ আঘাতত আহত হয়। সেই আঘাতত নিজৰ বুদ্ধি ভ্ৰমাত্মক বুলি ভাবি ব্যথিত হয়। বুদ্ধিৰূপিণী মাতৃ সেই স্থানত গদাধাৰিণী মূৰ্তিত প্ৰকাশিতা হয়। কোনো কোনো লোকে ভগৱতীৰ কৃপাত শুদ্ধবোধৰ সন্ধান পায়, সেই লোকবিলাকে সেই শুদ্ধ বোধৰূপ যি জ্ঞান সেই জ্ঞান যে জগন্ময়ীৰে এটা ৰূপ সেইটো নুবুজি সেই বোধক কেৱল কল্পনামূলক তত্ত্ব বুলি উপেক্ষা কৰে। সেই লোকবিলাকৰ সংসাৰ-চক্ৰৰ পৰিভ্ৰমণৰ অন্ত নপৰে। সেইবাবে ভগৱতীৰ বোধ লক্ষণা মূৰ্তি অজ্ঞান জীৱৰ ওচৰত চক্ৰধাৰিণীৰূপে প্ৰকাশিতা হয়। ৬১।।

অসৎ কৰ্ম কৰাত এটা সঙ্কোচৰ ভাৱ স্বাভাৱিকতে উদয় হয়। সেই সঙ্কোচ ভাৱো যে জগজ্জননীৰে এটা স্বৰূপ, লজ্জাৰূপে যে তেওঁৰ আৱিৰ্ভাৱ সেই কথা যিবিলাকে বুজি নাপায় সেইবিলাকৰ নিন্দিত কৰ্ম শঙ্খ-নিনাদৰ নিচিনা জনৰৱৰ দ্বাৰা সৰ্বজনবিদিত হৈ পৰে। সেইবাবে লজ্জাৰূপে তেওঁ শঙ্খিনী। যিবিলাকে শাৰীৰিক পুষ্টিক মাত্ৰ আহাৰ আৰু ব্যায়ামৰ ফল বুলি ভাবে আৰু পুষ্টিকাৰিণী মাতৃক অনাদৰ কৰে তেওঁলোকৰ সেই পুষ্টি দুৰাৰোগ্য ৰোগত পৰিণত হৈ জগন্মাতৃৰ চাপিনী বা ধনুৰ্দ্ধাৰিণী মূৰ্তিৰ আৱিৰ্ভাৱ ঘোষণা কৰে। যিবিলাকে মানসিক তুষ্টিক ভগৱতীৰ মূৰ্তি বুলি গ্ৰহণ নকৰে, মাত্ৰ বিষয়-ভোগৰ সন্ধান কৰে, তেওঁলোকৰ আকস্মিক বিপদ উপস্থিত হয়। সেই আকস্মিক বিপদ-পাতৰূপ বাণৰ দ্বাৰা বিদ্ধ হৈ তেওঁলোকৰ মৰ্মত চিৰদিন ব্যথা দিয়ে। সেয়েহে ভগৱতী স্বয়ং তুষ্টিমূৰ্তি বাণধাৰিণী। যিবিলাক লোক শান্তিত থাকে আৰু সেই শান্তিত জগন্মাতৃৰ মূৰ্তিৰ স্বৰূপ দেখিবলৈ নাপায়, তেওঁলোকে জ্ঞান-সম্পন্ন হ'লেও সাংসাৰিক দুৰ্ঘটনাৰূপ লৌহ নিৰ্মিত লাঠিৰ আঘাতৰ নিচিনা যন্ত্ৰণা পায়। সেইবাবে ভগৱতী শান্তিৰূপ ভুশুণ্ডীধাৰিণী। যিবিলাকে অপৰক ক্ষমা কৰি জগন্মাতৃৰ ক্ষমাময়ী মূৰ্তি নেদেখে, সেইবিলাকে আনৰ দ্বাৰা অযথা উৎপীড়িত হৈ ভগৱতীৰ পৰিঘধাৰিণী ৰূপৰ বিকাশ দেখিবলৈ পায়। হে মাতৃ! এইদৰে যিবিলাকে সৰ্বভাৱে তোমাক নেদেখে সেইবিলাকে যিমানদিন তোমাক নেদেখে সিমান তুমি সেইসকলৰ ভাৱৰ মাজেদি এটা নহয় এটা উৎপীড়ন ঘটাই সিহঁতক শিক্ষা দি থাকা। সন্তানৰ অজ্ঞান দূৰ কৰিবলৈ তোমাৰ এই শাসনকৰ্ত্ৰী মূৰ্তি। যিবিলাকে এবাৰত শাসন বুজিব নোৱাৰে, সেইবিলাকৰ ওচৰত পুনঃ পুনঃ সেইদৰে বিভিন্ন আয়ুধধাৰিণী মূৰ্তিত বাধ্য হৈ তুমি আৱিৰ্ভূত হোৱা। ই তোমাৰ সন্তান বাৎসল্যৰ অপূৰ্ব নিদৰ্শন। তুমি নিজে পূৰ্ণা, সেইবাবে সন্তানক অপূৰ্ণ দেখিলে তোমাৰ পৰিতৃপ্তি নহয়। সেইবাবে সন্তানৰ ইচ্ছাৰ অভ্যন্তৰেদি, সন্তানৰ অভিলাষ পূৰণৰ অন্তঃস্থলেদি তোমাৰ মঙ্গলময়ী মহতী ইচ্ছা অলক্ষিতে পৰিচালিত হয়। সেই ইচ্ছা সিমানদিন শাসনৰ আকাৰত আছে যিমানদিন জীৱে সৰ্বভাৱে তোমাক দেখিবলৈ নাপায়। যিসকলে সৰ্বভাৱে দেখিবলৈ

পায় তেওঁলোকৰ ওচৰত এইবোৰ মূৰ্তিত প্ৰকটিতা নহৈ সৌম্যা মূৰ্তিত আবিৰ্ভূতা হোৱা। পিছৰ মন্ত্ৰত সেই কথাকেই কৈছে।

**সৌম্যা সৌম্যতৰাশেষ সৌম্যেভ্যস্ত্বতি সুন্দৰী।**
**পৰা পৰাণাং পৰমা ত্বমেব পৰমেশ্বৰী।। ৬২।।**

**অন্বয় ঃ** ত্বমেব সৌম্যা সৌম্যতৰা অশেষ-সৌম্যেভ্যঃ তু অতি সুন্দৰী। পৰাণাম্ পৰা পৰমা পৰম-ঈশ্বৰী।৬২।।

**অনুবাদ ঃ** মা, তুমি সৌম্যা, সৌম্যতৰা আৰু সৌম্যতমা। তুমি অতিশয় সৌন্দৰ্য-বিশিষ্টা। তুমি পৰ আৰু অপৰ উভয়ৰেই আশ্ৰয় পূজনীয়া। সেই হেতুকে তুমিয়েই পৰমেশ্বৰী।৬২।।

**ব্যাখ্যা ঃ** মা, যিবিলাকে সকলো ভাৱত তোমাক দেখিবলৈ অভ্যস্ত হোৱা নাই, সেই অজ্ঞান শিশুবিলাকৰ জ্ঞান-চক্ষু উন্মীলনৰ বাবে তুমি নানা প্ৰহৰণ ধাৰিণী মূৰ্তিত আবিৰ্ভূতা হোৱা। আৰু যিবিলাকে স্ব স্ব প্ৰকৃতিক মাতৃ বুলি বুজিব পাৰিছে, সৰ্বভাৱে সৰ্বত্ৰ মাতৃৰ কৰ্তৃত্ব দেখি নিজকে যন্ত্ৰস্বৰূপ বুলি মন কৰে, যিবিলাকে "ঈশ্বৰঃ সৰ্বভূতানাং হৃদ্দেশেঽৰ্জুন তিষ্ঠতি। ভ্ৰাময়ন্ সৰ্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া" এই গীতোক্ত মন্ত্ৰৰ সাধনাত সিদ্ধ হৈছে, তেওঁলোকৰ ওচৰত তুমি সৌম্য মূৰ্তিত আবিৰ্ভূত হোৱা।

যিবিলাক লোকে তোমাক নিজৰ প্ৰাণৰ উদ্বেলন মাত্ৰ যেন দেখে, সৰ্বান্তঃকৰণে সৰ্বভাৱে আত্মপ্ৰাণৰ এটা বিশিষ্ট মূৰ্তিৰ বিকাশ বুলি বুজি পায়, তেওঁলোকৰ ওচৰত তুমি সৌম্যতৰা। আৰু যিবিলাকে সৰ্বতোভাৱে তোমাৰ ওচৰত নিজৰ মন অৰ্পণ কৰিবলৈ সমৰ্থ হৈছে তেওঁলোকৰ ওচৰত তুমি সৌম্যতমা মূৰ্তিত প্ৰকটিতা হোৱা। এইদৰে তুমি তিনি ঠাইত ত্ৰিবিধৰূপে প্ৰকটিতা হোৱা। বুদ্ধিযোগীৰ ওচৰত তুমি সৌম্যা, প্ৰাণদৰ্শীসকলৰ ওচৰত তুমি সৌম্যতৰা আৰু মন বিলয়কাৰীসকলৰ ওচৰত তুমি সৌম্যতমা। মা যিবিলাক সৌভাগ্যবান সন্তানে তেওঁলোকৰ সম্পূৰ্ণ মনটো তোমাৰ ওচৰত সমৰ্পণ কৰিবলৈ সমৰ্থ হয়, তেওঁলোক সৰ্বভাৱে মাতৃময় হৈ যায়। তেওঁলোকৰ স্থূল ইন্দ্ৰিয় পৰ্যন্ত মাতৃধৰ্ম, মাতৃ মহিমা প্ৰত্যক্ষ কৰে আৰু অন্তৰে-বাহিৰে সৰ্বত্ৰ মাতৃৰ সৌম্যতমা মূৰ্তিৰ প্ৰকাশ দেখি মুগ্ধ হৈ যায়। সেই সৌন্দৰ্য যেতিয়া সাধকৰ দৃষ্টিত প্ৰতিভাত হয় তেতিয়া জাগতিক আন কোনো বিশিষ্ট সৌন্দৰ্যই সাধকক মুগ্ধ কৰিব নোৱাৰে। চন্দ্ৰত, পদুম ফুলত, কামিনীৰ কমনীয় মুখমণ্ডলত যি সৌন্দৰ্য দেখা যায় সেই সৌন্দৰ্যও মহামায়া মাতৃৰ হ্লাদিনী শক্তিৰ বিকাশ মাথোন। তাতেই জীৱ মুগ্ধ হয়, কিন্তু সেই সৌন্দৰ্য অনন্ত সৌন্দৰ্যৰ অধিকাৰিণী মহামায়া মাতৃৰ সৌন্দৰ্যৰ কোটিতম অংশও নহয়। জগতৰ যিকোনো স্থানত যি সৌন্দৰ্যই নাথাকক, সি কেৱল সৌন্দৰ্যময়ীৰ সৌন্দৰ্যৰ বিন্দুমাত্ৰ। অনন্ত ব্ৰহ্মাণ্ডত য'তে যি সৌন্দৰ্যকণা আছে সকলোখিনি একত্ৰিত কৰি যি সৌন্দৰ্যৰাশি কল্পনা কৰা যায় সেই সৌন্দৰ্যই, হে মাতৃ, তোমাৰ সৌম্যতমা মূৰ্তিৰ আভাস।

মা, তুমি 'পৰা পৰাণাং পৰমা'। পৰ—ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ। অপৰ—দেৱতা-মনুষ্যাদি। এই উভয়ে তোমাৰ আশ্ৰয়ত। তুমিয়েই সকলোৰে পূজ্যা; তুমিয়েই পৰমা—সৰ্বশ্ৰেষ্ঠা, তুমিয়েই পৰমেশ্বৰী। যিবিলাকে তোমাৰ পূৰ্বোক্ত ত্ৰিবিধ সৌম্য মূৰ্তিৰ বিকাশ উপলব্ধি কৰি ধন্য হৈছে, যিবিলাকৰ বুদ্ধি, মন আৰু প্ৰাণ সম্যকৰূপে মাতৃযুক্ত হৈছে, তেওঁলোকেই দেখিবলৈ পায় যে ব্ৰহ্মাৰ পৰা কীটাণু পৰ্যন্ত অনন্ত কোটি ব্ৰহ্মাণ্ড তোমাৰ সত্তাতে সত্তাবান। এই ব্ৰহ্মাণ্ডত পৰ-অপৰ, উচ্চ-নীচ য'তে যি আছে জ্ঞানে বা অজ্ঞানে সকলোৱে তোমাৰ পূজাত ব্যস্ত। সেইবিলাকৰ ওচৰত তুমি এইদৰে পৰমেশ্বৰী মূৰ্তিত প্ৰকাশিতা হোৱা।

স্পষ্ট কথাত উপৰোক্ত ভাৱৰ এই অৰ্থ হয় যে জীৱে নিজ নিজ প্ৰকৃতিক মাতৃ বুলি বুজিব পাৰিলে, সৰ্বভাৱে মাতৃ-যোগত অভ্যস্ত হ'লে তেতিয়া ক্ষুদ্ৰ জৈৱী ভাব নাথাকে। তেতিয়া সেই প্ৰকৃতিয়েই জগদ্‌বিধাত্ৰী দৈৱী মহতী প্ৰকৃতিৰূপে উপলব্ধ হয়। তেতিয়া সাধকে দেখা পায় যে ইমানদিনে যাক কেৱল নিজৰ মাতৃৰূপে দেখা পাই আহিছে তেৱেঁই পৰাপৰপূজ্যা পৰমেশ্বৰী। মোৰ নিজৰ মাতৃয়েই সৰ্ব জগতৰ মাতৃ। এয়ে মাতৃৰ বাসুদেৱ মূৰ্তি, অতি সুন্দৰী সৌম্যতমা পৰমেশ্বৰী মূৰ্তি। ৬২।।

**যচ্চ কিঞ্চিৎ ক্বচিদ্বস্তু সদসদ্বাখিলাত্মিকে।**
**তস্য সৰ্বস্য যা শক্তিঃ সা ত্বং কিং স্তূয়সে তদা।। ৬৩।।**

**অন্বয় ঃ** অখিল-আত্মিকে! যৎ চ কিম্ চিৎ, ক-চিৎ অসৎ বা সৎ বস্তু তস্য সৰ্বস্য যা শক্তিঃ সা ত্বং ময়া কিং স্তূয়সে?

**অসৎ** = জড়, অতীত আৰু অনাগত; সৎ = চেতন, বৰ্তমানত বিদ্যমান; বস্তু = পদাৰ্থ, নাম-গ্ৰাহ্য।

**অনুবাদ ঃ** হে বিশ্বৰূপিণী। যিকোনো স্থানত, যিকোনো চেতন বা অচেতন বস্তু অতীতত আছিল, বৰ্তমানেও আছে আৰু ভৱিষ্যততো থাকিব। সেইবিলাকৰ যি শক্তি সেইটো তুমিয়েই। গতিকে মোৰ দ্বাৰা তোমাৰ স্তৱ-স্তুতি কেনেকৈ সম্ভৱ হ'ব পাৰে? বিশ্ব প্ৰপঞ্চত তুমি ব্যতিৰেকে আৰু একোৱেই নাই। তোমাৰ স্তৱ স্তুতি কেনেকৈ হ'ব পাৰে?

**ব্যাখ্যা ঃ** যিবিলাকে নিজৰ প্ৰকৃতিকে মাতৃ বুলি সাধনা পথত অগ্ৰসৰ হয়, তেওঁলোকে কেনেকৈ স্তৰে স্তৰে ভেদজ্ঞান শূন্য অদ্বৈত তত্ত্বত উপনীত হয়, ব্ৰহ্মাৰ এই স্তোত্ৰত সেই কথা প্ৰকটমান হৈ উঠিছে।

হে বিশ্বৰূপিণী মাতৃ! তুমি পৰমাত্মৰূপে দুৰধিগম্যা, প্ৰকৃতিৰূপে মানুহ মাত্ৰৰেই উপলব্ধি যোগ্যা। তোমাৰ প্ৰকৃতিৰূপিণী মূৰ্তিৰ সেৱা কৰিলেই তোমাৰ পৰমেশ্বৰী মূৰ্তি প্ৰকটিতা হয়। তেতিয়া সৎ-অসৎ (চেতন-অচেতন) বুলি কোনো ভেদ নাথাকে। সৰ্বময় জগন্ময় আত্মাৰ বিকাশ দেখি আৰু সৰ্বৰূপত যে বহুত্বৰ প্ৰতীতি হয়, সিয়ে আত্মাৰেই শক্তিমাত্ৰ, এইটো দেখি জীৱৰ সকলো প্ৰকাৰ সংশয় তিৰোহিত হয়।

যেতিয়া চেতন-অচেতন সকলো পদাৰ্থই মোৰেই প্ৰকৃতি, মোৰেই মাতৃ, মোৰেই

আত্মা বা ময়েইহে মাথোন, যেতিয়া স্তব্য, স্তুতি আৰু স্তোতা সকলো ময়েই, তেতিয়া কোনে কাৰ স্তৱ কৰিব? 'যদা সৰ্বমাত্মৈবাভূৎ তদা কেন কং পশ্যেৎ' এনে উপলব্ধিত উপস্থিত হ'লে সেই মুহূৰ্ত্ততে সকলো প্ৰকাৰৰ ক্ৰিয়া বন্ধ হৈ যায়। পূজ্য-পূজক ভেদ নাথাকে—এক হৈ যায়। মই ভাবৰ এই মহতী বিস্তৃতিত জীৱ-ভাৱীয় অস্তিত্ব লোপ পায়। যি 'সৰ্বস্য প্ৰকৃতিঃ' আছিল, সেই প্ৰকৃতি মহাদেৱী হৈ যায়। চিত্ত বিক্ষেপ, বাক্য, নিশ্বাস, হৃৎপিণ্ডৰ ক্ৰিয়া আপোনা-আপুনি বন্ধ হৈ যায়। বাকী থাকে মাথোন এটা ঘন আনন্দময় সত্তা—যি সত্তাত উপস্থিত হ'ব পাৰিলে 'আছে' বুলি কথাটো এইখিনিতে বুলি মনত হয়। এই অৱস্থাত জগতৰ অস্তিত্ব নাই বুলি বোধ হয়। ৬৩।।

**যয়া তয়া জগৎস্ৰষ্টা জগৎ পাতাত্তি যো জগৎ।**
**সোঽপি নিদ্ৰাবশং নীতঃ কস্ত্বাং স্তোতুমিহেশ্বৰঃ।। ৬৪।।**

**অন্বয় ঃ** যয়া তয়া জগৎস্ৰষ্টা, জগৎপতো যঃ জগৎ অত্তি সঃ অপি নিদ্ৰাবশং নীতঃ। ত্বাং স্তোতুম্ ইহ কঃ ঈশ্বৰঃ। ৬৪।।

ঈশ্বৰঃ = সমৰ্থঃ।

**অনুবাদ ঃ** জগতৰ সৃষ্টি-স্থিতি-প্ৰলয়ৰ কৰ্তা যি বিষ্ণু সেই পৰমেশ্বৰ (বিষ্ণু) পৰ্যন্ত তোমাৰ প্ৰভাৱত যোগনিদ্ৰাত আচ্ছন্ন, তেতিয়া অন্য কোনে তোমাৰ স্তৱ কৰিবলৈ সমৰ্থ হ'ব? ৬৪।।

**ব্যাখ্যা ঃ** হে মাতৃ! যি প্ৰাণৰ পৰা জগতৰ সৃষ্টি হৈছে, যি প্ৰাণত এই জগৎ বিধৃত হৈ আছে আৰু যি প্ৰাণত এই জগতৰ লয় হয়, সৃষ্টি-স্থিতি-প্ৰলয়কাৰী সেই প্ৰাণ বা বিষ্ণু শক্তিয়েই যেতিয়া যোগ-নিদ্ৰাত আচ্ছন্ন হৈ আছে, স্বয়ং বিষ্ণু যেতিয়া জন্ম-মৰণৰ মূল সংস্কাৰ জগদ্বিজ দূৰীভূত কৰিবলৈ বিমুখ হৈ আছে তেতিয়া আন কোনে তোমাৰ স্তৱ কৰিব? মই যে ব্ৰহ্মা প্ৰাণৰ কোলাত অৱস্থিত মন মাথোন, বিষ্ণু বা প্ৰাণৰ সহায় নহ'লে তোমাৰ স্তৱ কৰিবলৈ কেনেকৈ সমৰ্থ হ'ম। ৬৪।।

**বিষ্ণুঃ শৰীৰগ্ৰহণমহমীশান এৱ চ।**
**কাৰিতাস্তে যতোঽতস্ত্বাং কঃ স্তোতুং শক্তিমান্ ভৱেৎ।। ৬৫।।**

**অন্বয় ঃ** যতঃ বিষ্ণুঃ অহম্ ঈশান এৱ চ তে শৰীৰ গ্ৰহণম্ কাৰিতাঃ। অতঃ ত্বাং স্তোতুম্ কঃ শক্তিমান ভৱেৎ। ৬৫।।

**অনুবাদ ঃ** হে মাতৃ! মোক (ব্ৰহ্মাক) বিষ্ণুক আৰু ৰুদ্ৰক তুমিয়েই শৰীৰ গ্ৰহণ কৰাইছা। অতএৱ কোনে তোমাৰ স্তৱ কৰিব পাৰে? ৬৫।।

**ব্যাখ্যা ঃ** ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰৰ শক্তি তোমাৰেই শক্তি। তুমিয়েই মন, প্ৰাণ আৰু জ্ঞানৰূপে ব্ৰহ্মা, বিষ্ণু, শিৱ নামত অভিহিত হোৱা। যেতিয়া তুমি জীৱ ভাৱাপন্ন সংস্কাৰৰূপে আত্মপ্ৰকাশ কৰা তেতিয়াই তোমাৰ নম মন। এইদৰে প্ৰত্যেক জীৱৰ হৃদয়ত অনুভূত হোৱা ব্যষ্টি চৈতন্যই প্ৰাণ আৰু প্ৰত্যেক জীৱত সৰ্বদা প্ৰকাশমান বুদ্ধি জ্ঞান নামে অভিহিত হয়। প্ৰত্যেক জীৱত অনুভূয়মান এই যে ব্যষ্টি মন, প্ৰাণ আৰু

জ্ঞান এটা সমষ্টি বিৰাট মন, প্ৰাণ আৰু জ্ঞানৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বুৰবুৰণি মাথোন। প্ৰত্যেক জীৱত যি মন, প্ৰাণ আৰু জ্ঞান নামেৰে অভিহিত, সমষ্টিত সেয়ে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ নামেৰে বৰ্ণিত। সকলোৱে যেতিয়া মহামায়া মা তোমাৰেই বিশিষ্ট বিকাশ মাথোন, আমি সকলোৱে যেতিয়া তোমাত বাদে আন একো নহয়, তেতিয়া তোমাক স্তৱ-স্তুতি কৰিবলৈ আমাৰ সামৰ্থ ক'ত?

এইখিনিতে সাধন ৰহস্যৰ অলপ ঈঙ্গিত পোৱা যায়। সেই যে বিৰাট মন, প্ৰাণ আৰু জ্ঞান, অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ এওঁলোকৰ সাক্ষাৎকাৰ লাভ কৰিব খুজিলে নিজৰেই জীৱ ভাৱীয় মন, প্ৰাণ আৰু জ্ঞানৰ সন্ধান কৰিব লাগে। মন, প্ৰাণ, জ্ঞানকে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি পূজা কৰিব লাগে। যেনেকৈ পৃথিৱীৰ অন্তৰ্নিহিত জল-প্ৰৱাহ স্পৰ্শ কৰিব লাগিলে নিজৰ প্ৰাঙ্গণতে কুৱা খান্দিলেহে অভীষ্ট পূৰ্ণ হয়, সেইদৰে বিৰাটৰ বা সমষ্টিৰ সন্ধান কৰিব লাগিলে নিজৰ অন্তৰত অহৰহ অনুভূয় মান ব্যষ্টি সত্তাৰ আশ্ৰয় গ্ৰহণ কৰিব লাগে। মহামায়াৰ যিখিনি শক্তিকণা নিজৰ ভিতৰত প্ৰকাশ পাব ধৰিছে, যিখিনি শক্তিৰ অংশ নিজৰেই আয়ত্তত আছে, তাকেই ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ মাতৃ বুলি বুজিবলৈ চেষ্টা কৰিব লাগে। তেওঁৰেই চৰণত নিজৰ সুখ-দুখৰ কাহিনী নিবেদন কৰিব লাগে। তেৱেঁই মহতী শক্তিৰূপে প্ৰকটিতা হ'ব আৰু সাধকৰ সকলো অৱসাদ দূৰীভূত কৰিব। ৬৫।।

**সা ত্বমিত্থং প্ৰভাবৈঃ স্বৈৰুদাৰৈৰ্দেবি সংস্তুতা।**
**মোহয়ৈতৌ দুৰাধৰ্ষাবসুৰৌ মধুকৈটভৌ।। ৬৬।।**
**প্ৰবোধঞ্চ জগৎস্বামী নীয়তামচ্যুতো লঘু।।**
**বোধশ্চ ক্ৰিয়তামস্য হন্তুমেতো মহাসুৰৌ। ৬৭।।**

**অন্বয় ঃ** দেবি! সা ত্বম্ ইত্থং স্বৈঃ উদাৰৈঃ প্ৰভাবৈঃ সংস্তুতা এতৌ দুৰাধৰ্ষৌ অসুৰৌ মধুকৈটভৌ মোহয়।। ৬৬।।

জগৎ স্বামী অচ্যুতঃ লঘু প্ৰবোধঞ্চ নীয়তাম্ চ এতৌ মহা-অসুৰৌ হন্তুম্ অস্য বোধঃ ক্ৰিয়তাম্।। ৬৭।।

**অনুবাদ ঃ** হে দেবি! তুমি (হে দেবি! তুমি বিশেষভাৱে নিত্য-তৃপ্তা হৈ, প্ৰসন্না হৈ থকাৰ পৰিচয় দি আহিছা—সেইবাবে প্ৰাৰ্থনা কৰোঁ যে) এইৰূপ (স্বকীয়) অতি উদাৰ প্ৰভাৱৰ দ্বাৰা (মহিমাৰ দ্বাৰা) সংস্তুতা হৈ এই দুৰ্দমনীয় অসুৰ দুজনক মোহিত কৰা। আৰু শীঘ্ৰে তুমি জগৎস্বামী বিষ্ণুক (যোগ-নিদ্ৰাৰ পৰা) প্ৰবুদ্ধ কৰা আৰু যাতে তেওঁ এই অসুৰ দুজনক নিহত কৰে, সেইৰূপ প্ৰবৃত্তিৰ সঞ্চাৰ কৰা। ৬৬।৬৭।।

**ব্যাখ্যা ঃ** হে দেবি! ইমানদিনে আমি বুজিব পাৰিছোঁ যে তোমাৰ স্তৱ, তোমাৰ সাধনা তুমিয়েই কৰা। তোমাৰ প্ৰভাৱ (মহিমা) অতি উদাৰ। তোমাৰ মহতী শক্তিৰ অনিৰ্বচনীয় কাহিনী, স্নেহৰ অনন্ত ৰহস্য তুমি নিজে যদি বৰ্ণনা নকৰা, নিজে যদি নিজকে প্ৰকাশিত নকৰা, নিজে যদি ইচ্ছা কৰি ধৰা নিদিয়া তেতিয়া কাৰো সাধ্য নাই যে তোমাক ধৰিব বা বুজিব পাৰে। "নায়মাত্মা প্ৰৱচনেন লভ্যো ন মেধয়া ন বহুনা

শ্ৰুতেন।" য'ত শাস্ত্ৰজ্ঞান, য'ত বেদ অধ্যয়ন বা যিমানেই কঠোৰ তপস্যা নহওঁক কিয়, তুমি ইচ্ছা কৰি ধৰা নিদিলে কাৰো অধিকাৰ নাই যে তোমাক জানিব পাৰে। তোমাক স্তৱ কৰিবলৈ গৈ তোমাৰ বিশিষ্ট প্ৰভাৱ উপলব্ধি কৰি মুগ্ধ হৈ এইটো বুজিব পাৰিছোঁ যে আমাৰ মুখৰ পৰা যি স্তৱ স্তুতি আৰু ব্যাখ্যা নিৰ্গত হৈছে সেইবোৰ সকলোৰে সেই ৰূপতে তুমিয়েই আবিৰ্ভূতা হৈছা। তুমিয়েই তোমাৰ স্তৱ কৰিলা আৰু তাৰ দ্বাৰা তুমি নিত্য-তৃপ্তা হৈ বিশেষ প্ৰসন্নতাৰ লক্ষণ প্ৰকাশ কৰিছা। সেইবাবে প্ৰাৰ্থনা কৰোঁ যেন বিশেষ দয়া প্ৰকাশ কৰি তোমাৰ সন্তানৰ হৃদয় আলোকিত কৰি তোমাৰ স্ব-প্ৰকাশৰূপিনী পৰমেশ্বৰী মূৰ্তিত আবিৰ্ভূতা হোৱা আৰু এই মধু-কৈটভ নামধাৰী অসুৰ দুজনক মোহিত কৰা। এই যে বহু হোৱাৰ বাঞ্ছা আমাৰ হৈছিল আৰু তাৰবাবে যে বহুত্বৰ ক্ৰীড়াই আমাক উৎপীড়িত কৰিব ধৰিছে সেই বহুত্বৰ হোৱাৰ বাঞ্ছাই আৰু বহুত্বৰ ক্ৰীড়াই আমাক তোমাৰ জগদতীত সৌম্য মূৰ্তিৰ সৌন্দৰ্য উপভোগ কৰিবলৈ নিদিয়ে। যাতে এই দেৱ বিৰোধী ভাব দুটাই স্বকীয় ভাৱ পৰিত্যাগ কৰি তোমাৰ একৰস আনন্দঘন মূৰ্তিত মোহিত হয়—তাকে কৰা।

অকল অসুৰ দুজনক মোহিত কৰিলেই নহ'ব। বিষ্ণু যোগ-নিদ্ৰাত আচ্ছন্ন হৈ থকা বাবে এই অসুৰদ্বয়ৰ অত্যাচাৰ। সেই অচ্যুত বিষ্ণু যাতে যোগ-নিদ্ৰাৰ পৰা প্ৰবোধিত হয়, হে মাতৃ, তাকো তুমি কৰিব লাগিব। জীৱৰ প্ৰাণ শক্তিৰ প্ৰকাশৰ যি স্থান, সেই স্থান হৈছে প্ৰত্যেক জীৱৰ হৃদয়। সেই হৃদয়ত প্ৰাণৰূপী বিষ্ণু সৰ্বদা বিৰাজ কৰে; কিন্তু প্ৰাণশক্তিয়ে ক্ষণিক আনন্দৰ মোহত জাগতিক বিষয়-বাসনাত মুগ্ধ হৈ আছে। সেইবাবে হৃদয়ত চিৰ বিৰাজমান প্ৰাণৰূপী বিষ্ণুক প্ৰবুদ্ধ কৰিব লাগিব; তেতিয়াহে তেওঁ এই অসুৰ নিধনত প্ৰবৃত্ত হ'ব পাৰে। প্ৰাণশক্তিয়ে জগতৰ ক্ষণিক আনন্দত মুগ্ধ হৈ থকা বাবে অসুৰদ্বয়ক নিধন কৰিলে যে চিৰস্থায়ী আনন্দ লাভ হয়, সেই কথা বুজি পায় যদিও, তথাপি সেই অসুৰদ্বয়ৰ নিধনত পৰাঙ্মুখ হৈ আছে।

আমি মুখত কওঁ যে বিষয়-বাসনা আমাৰ নাই, কিন্তু প্ৰাণৰ ফালে লক্ষ্য কৰিলেই বুজা যায় যে সেই কথাৰ কোনো মূল্য নাই। যথাৰ্থতে প্ৰাণে পূৰ্ণভাৱে নিত্যবস্তু সনাতন মাতৃচৰণ আকাংক্ষা নকৰে, কাৰণ প্ৰাণে পূৰ্ণভাৱে জগত-খেলা বিদূৰিত কৰিবলৈ নিবিচাৰে।

ইয়াত আমি দেখিবলৈ পাওঁ যে ব্ৰহ্মাই মাতৃৰ ওচৰত তিনিটা বৰ প্ৰাৰ্থনা কৰিছে। প্ৰথমটো মধু-কৈটভৰ মোহ। দ্বিতীয়টি বিষ্ণুৰ জাগৰণ আৰু তৃতীয়টো হৈছে বিষ্ণুৰ অসুৰ বধানুসাৰিণী বুদ্ধিৰ অনুপ্ৰেৰণা। এই তিনিটা নহ'লে কাৰ্যতঃ এই দুৰ্জয় অসুৰৰ বিনাশ নহয়; কাৰণ অসুৰৰূপেও মা; মাতৃৰ এই আসুৰী প্ৰকৃতি যদি স্বেচ্ছাই আত্ম-নিধন যাচি নলয়, তেন্তে কাৰো সাধ্য নাই যে সিহঁতক নিধন কৰে। দ্বিতীয়তঃ বিষ্ণু বা প্ৰাণশক্তি সম্যকভাৱে প্ৰবুদ্ধ নহ'লে মাতৃলাভ নহয়; তৃতীয়তঃ মাতৃ-মিলনৰ অভিলাষ পূৰ্ণভাৱে উদ্বুদ্ধ হ'লেহে প্ৰাণে জগৎ-ভাৱক সম্পূৰ্ণভাৱে উচ্ছেদ কৰিবলৈ উদ্যত হয়। সেয়ে বিষ্ণুৰ অসুৰ নিধনৰ বাবে বুদ্ধিৰ অনুপ্ৰেৰণা।

মধু-কৈটভ বধৰ এয়ে ৰহস্য। ৬৬।৬৭।।

ঋষিৰুবাচ।
এবং স্তুতা তদা দেবী তামসী তত্ৰ বেধসা।
বিষ্ণোঃ প্ৰবোধনাৰ্থায় নিহন্তুং মধুকৈটভৌ।। ৬৮।।
নেত্ৰাস্য-নাসিকা-বাহু-হৃদয়েভ্যস্তথোৰসঃ।
নিৰ্গম্য দৰ্শনে তস্থৌ ব্ৰহ্মণোঽব্যক্তজন্মনঃ।। ৬৯।।

**অন্বয় ঃ** ঋষিঃ উবাচ। তামসী দেবী তদা তত্ৰ এবং বেধসা স্তুতা মধুকৈটভৌ নিহন্তুং বিষ্ণোঃ প্ৰভোধনাৰ্থয় নেত্ৰ-আস্য-নাসিকা-বাহু-হৃদয়েভ্যঃ উৰসঃ নিৰ্গম্য অব্যক্ত জন্মনঃ ব্ৰহ্মণঃ দৰ্শনে তস্থৌ।।

**অনুবাদ ঃ** মেধা ঋষিয়ে ক'লে—তেতিয়া তাত তামসী দেৱী ব্ৰহ্মাৰ স্তুতিত মধু আৰু কৈটভৰ বিনাশৰ কাৰণে আৰু বিষ্ণুৰ যোগ-নিদ্ৰা ভঙ্গৰ কাৰণে বিষ্ণুৰ নেত্ৰ, মুখ, নাসিকা, বাহু, হৃদয় আৰু বক্ষঃস্থলৰ পৰা নিৰ্গতা হৈ ব্ৰহ্মাৰ দৃষ্টিগোচৰ হ'ল।৬৮-৬৯।।

**ব্যাখ্যা ঃ** এইবোৰ স্থান প্ৰাণশক্তিৰ বিশিষ্ট অনুভূতিৰ কেন্দ্ৰ। জগতৰ বীজসমূহ যাতে পুনৰাই অঙ্কুৰিত আৰু উৎপাদিত হ'ব পাৰে সেই শক্তি ধ্বংস নকৰাকৈ পৰমাত্মাৰ সহিত মিলনৰ যি প্ৰয়াস সেই অৱস্থাকে যোগ-নিদ্ৰা বোলে। এই অৱস্থাত প্ৰাণৰ ক্ৰিয়াশক্তি স্তব্ধ হৈ থাকে আৰু সেইবাবে সেই শক্তি চক্ষু, মুখ, নাসিকা, বাহু, হৃদয় আৰু বক্ষঃস্থল প্ৰভৃতি বিকাশ কেন্দ্ৰৰ পৰা উপসংহৃত হৈ পৰমাত্মাৰ লগত মিলনৰ বাবে প্ৰয়াসী হয়। এই অৱস্থাৰ পৰা জাগৃত হ'লে, অৰ্থাৎ যোগ-নিদ্ৰা ভঙ্গ হ'লে, সেইবোৰ বিকাশ কেন্দ্ৰত প্ৰাণশক্তিৰ ক্ৰিয়াশীলতা পুনঃ পৰিলক্ষিত হয়।

সাধনাৰ ক্ষেত্ৰত ই এটি বিশেষ অৱস্থা। প্ৰথম প্ৰথম যেতিয়া দেহাত্মবোধ আৰু বহুভাৱ পৰিত্যাগ কৰি ধীৰে ধীৰে পৰমাত্মাভিমুখী গতি লাভ হয়, তেতিয়া চক্ষু, মুখ, হৃদয় প্ৰভৃতি অঙ্গৰ অস্বাভাৱিক স্পন্দন বা বিক্ষেপ হ'বলৈ ধৰে। আকৌ যোগযুক্ত অৱস্থাৰ পৰা বহিৰ্মুখ হোৱাৰ উপক্ৰম হ'লেও এইসকল অঙ্গৰ সেইদৰে স্পন্দন বা বিক্ষেপ আৰম্ভ হয়।

ব্ৰহ্মাৰ কাতৰ প্ৰাৰ্থনাত মহামায়া তামসী মূৰ্তিত আবিৰ্ভূতা হ'ল। তমো গুণতেই সকলো ভাৱৰ বিলয় ঘটে। মহামায়া দুইবিধ প্ৰকৃতিত আবিৰ্ভূতা হয়; মহতী প্ৰকৃতি আৰু জীৱভাৱীয় প্ৰকৃতি। প্ৰকৃতিৰ তিনিগুণ; সত্ব, ৰজঃ, তমঃ। ভগৱদ্‌গীতাত এই দুইবিধ প্ৰকৃতিক যথাক্ৰমে পৰা প্ৰকৃতি আৰু অপৰা প্ৰকৃতি বুলি কোৱা হৈছে। পৰা প্ৰকৃতি তমো গুণৰ পৰা আৰম্ভ কৰি যথাক্ৰমে তমঃ, ৰজঃ, সত্ব গুণ ৰূপে আৰু অপৰা প্ৰকৃতি যথাক্ৰমে সত্ব, ৰজঃ আৰু তমো গুণৰূপে অভিব্যক্ত হয়। অপৰা প্ৰকৃতিৰ সৰ্বশেষত তমো গুণ অভিব্যক্ত হয় আৰু পৰা প্ৰকৃতিৰ সৰ্বপ্ৰথমে তমো গুণৰ অভিব্যক্তি হয়। সত্ব গুণ উভয় প্ৰকৃতিৰ সন্ধিস্থল। নিদ্ৰা, তন্দ্ৰা, মোহ, আলস্য, জড়তা প্ৰভৃতি অপৰা প্ৰকৃতিৰ তমোগুণৰ ধৰ্ম আৰু সৰ্বভাৱৰ [illegible]ৰ বিলয় পৰা প্ৰকৃতিৰ তমোগুণৰ ধৰ্ম। *মহামায়াৰ জগৎমুখী বিকাশৰ নাম অপৰা প্ৰকৃতি আৰু পৰমাত্মাভিমুখী* বিকাশৰ নাম পৰা প্ৰকৃতি। জীৱ প্ৰকৃতি যেতিয়া তমঃ আৰু ৰজো গুণৰ প্ৰাধান্যক

অভিভূত কৰি বিশুদ্ধ সত্ত্ব গুণত অৱস্থিত হয় তেতিয়াৰ পৰাই পৰা প্ৰকৃতিৰ ৰজো গুণৰ ক্ৰিয়াশীলতা আৰম্ভ হয় আৰু এই ক্ৰিয়াশীলতাৰ দ্বাৰাই সেই সত্ত্ব গুণ প্ৰলয়াভিমুখী হয়, অৰ্থাৎ পৰা প্ৰকৃতিৰ তমো গুণত বিলীন হয়। সেইবাবে এই স্থূলত মহামায়াৰ তামসী মূৰ্তিৰ আবিৰ্ভাৱ। মধু আৰু কৈটভৰ উৎপত্তি হৈছে সত্ত্ব গুণৰ পৰা। সেইবাবে সত্ত্ব গুণৰেই অভিব্যক্তি তমো গুণত বহুভাৱেচ্ছা (কৈটভক) আৰু বহু ভাৱৰ বা বহু হোৱাৰ যি ইচ্ছা তাৰ যি উৎপত্তি স্থূল আনন্দ (মধুক) এই অসুৰ দুটাক বিলীন কৰিবৰ বাবে মধ্যৱৰ্তী ৰজো গুণৰ ক্ৰিয়াশীলতা বা প্ৰাণৰ জাগৰণ একান্ত আৱশ্যক। ব্ৰহ্মাৰ স্তৱত এয়ে তামসী মূৰ্তিৰ আবিৰ্ভাৱ আৰু মধু-কৈটভ নিধনৰ বাবে বিষ্ণুৰ জাগৰণ।

এই তামসী প্ৰকৃতি স্থূলভাৱে প্ৰকটিতা হ'লে খড়্গ, শূল প্ৰভৃতি (ইয়াৰ আগতে কোৱা হৈছে) দশবিধ অস্ত্ৰধাৰিণী মহাকালীৰ মূৰ্তিৰ আবিৰ্ভাৱ হয়। এই মূৰ্তি নীলকান্ত মণিৰ দৰে দ্যুতিসম্পন্না আৰু হস্ত, পদ আৰু মুখ প্ৰভৃতি দহোটা ইন্দ্ৰিয়। এই ইন্দ্ৰিয়সমূহ জ্ঞান আৰু কৰ্মেন্দ্ৰিয়ৰূপে দহবিধ চিৎ শক্তিৰ প্ৰৱাহৰ দ্যোতক। একমাত্ৰ চিৎ শক্তিয়েই যে দহ প্ৰকাৰ ইন্দ্ৰিয়ৰ পথেদি বহুভাৱে বিকাশ পায়, এইটোকে পৰিস্ফুট কৰি এই বহুভাৱক একত্বত বিলীন কৰিবৰ বাবে এই তামসী মহাকালী মূৰ্তিৰ আবিৰ্ভাৱ হয়। এই মূৰ্তিত একত্ব আৰু বহুত্বৰ অপূৰ্ব সমন্বয় প্ৰকটিত। মোক্ষকামী সাধক এই মূৰ্তি দৰ্শন কৰি ধন্য হয়।

চিদ্‌ব্যোম ক্ষেত্ৰত যেতিয়া কোনো বিশিষ্ট মূৰ্তিৰ আবিৰ্ভাৱ হয়, তেতিয়া সেই মূৰ্তিটো সাধকৰ সংস্কাৰ অনুযায়ী গঠিত হয়। মহামায়াৰ নিজৰ কোনো বিশিষ্ট মূৰ্তি নাই। সৰ্বৰূপতেই তেওঁ, অথচ স্বয়ং ৰূপ-বিবৰ্জিত। তথাপি তেওঁ ৰূপ ধাৰণ কৰে— সাধকানাং হিতাৰ্থায় ব্ৰহ্মণো ৰূপকল্পনা—সাধকৰ হিতৰ কাৰণে সত্য সঙ্কল্প ব্ৰহ্ম বা মহামায়া মাতৃ নিজৰ ভিতৰতে বিশিষ্ট ৰূপৰ কল্পনা কৰে। এয়ে আমাৰ পুৰাণ আদি শাস্ত্ৰৰ বৰ্ণিত দেৱ-দেৱী। সাধকসকলৰ যাৰ যেনে সংস্কাৰ, যেয়ে যি গুণৰ দ্বাৰা আত্মাক বিশেষিত কৰে, যি ৰূপেৰে কল্পনা কৰে, ভক্তি-প্ৰিয় অৰূপ পৰমাত্মা সেই ৰূপত ৰূপায়িত আৰু সেই গুণত গুণময় হৈ সাধকৰ অভিলাষ পূৰ্ণ কৰে। এয়ে সাধনা-জগতত বিভিন্ন মূৰ্তি দৰ্শনৰ ৰহস্য।

দুই স্থানত এইৰূপ বিশিষ্ট মূৰ্তি দৰ্শন হয়। মনোময় ক্ষেত্ৰত আৰু বিজ্ঞানময় কোষত বা প্ৰজ্ঞাত। মনে মনে কোনো বিশিষ্ট মূৰ্তিৰ কল্পনা কৰি থাকি প্ৰতিদিনৰ অভ্যাসৰ ফলত সেই কল্পনা ঘনীভূত হ'লে সেই ৰূপ মূৰ্তিৰ দৰ্শন হয়। কোনো কোনো ক্ষেত্ৰত সেই ধৰণৰ অভ্যাসৰ বলত কল্পনা ঘন হৈ নুঠিলেও মূৰ্তি দৰ্শন হয়। তেনে ক্ষেত্ৰত বুজিব লাগিব যে সি পূৰ্বজন্মৰ সঞ্চিত ঘন কল্পনাৰ ফল। সি যি নহওঁক, মনোময় ক্ষেত্ৰত যিবিলাক মূৰ্তিৰ দৰ্শন হয়, সেইবোৰ মূৰ্তি ক্ষণিক আনন্দদায়ক আৰু ভগৱৎ সত্তাৰ বিশ্বাসবৰ্দ্ধক; এই বিষয়ে কোনো সংশয় নাই; কিন্তু সেইসকল মূৰ্তিয়ে সাধকক কৃতাৰ্থ কৰিব নোৱাৰে; কাৰণ তাত প্ৰাণধৰ্মৰ বিকাশ নাই, সৰ্বজ্ঞতা, সৰ্বদৰ্শিতা, সৰ্বশক্তিমত্তা প্ৰভৃতি মহত্বৰ স্ফুৰণ নাই। সেইবোৰ মনেৰে কল্পনা কৰা ছায়া বিশেষ মাত্ৰ; গতিকে বৰাভয় দি সাধকক অমৰত্ব দিব নোৱাৰে; কিন্তু প্ৰজ্ঞা

ক্ষেত্ৰত কোনো বিশিষ্ট মূৰ্তিৰ দৰ্শন লাভ ঘটিলে সৰ্ববিধ সংশয় দূৰ হয়, জ্ঞান নেত্ৰ উন্মীলন কৰে, সাধক অভীষ্ট বৰ লাভত ধন্য হয়।

সি যিয়েই নহওঁক, মন্ত্ৰত উক্ত হৈছে যে চক্ষু, মুখ, নাক, বাহু, হৃদয় আৰু বক্ষঃস্থলৰ পৰা নিৰ্গত হৈ তামসী দেৱী ব্ৰহ্মাৰ দৰ্শনলৈ আহিল। সেই সেই স্থানবোৰ প্ৰাণশক্তিৰ বিশিষ্ট অনুভূতিৰ কেন্দ্ৰ। জগতৰ বীজসমূহক পুনৰাই অঙ্কুৰ উৎপাদনৰ শক্তিহীন নকৰাকৈ পৰমাত্মাৰ সহিত মিলনৰ যি প্ৰয়াস, সেই অৱস্থাকে যোগ-নিদ্ৰা বোলে। এই অৱস্থাত প্ৰাণৰ ক্ৰিয়াশীলতা স্তব্ধ হৈ থাকে। এই অৱস্থাৰ পৰা ব্যুন্মিত হ'লে আৰু যোগ-নিদ্ৰা ভঙ্গ হ'লে সেই সেই কেন্দ্ৰত প্ৰাণশক্তিৰ ক্ৰিয়াশীলতা পূৰ্ববৎ পৰিলক্ষিত হয়। প্ৰাণশক্তিৰ ক্ৰিয়াশীলতা শুদ্ধ হ'লে চক্ষু, মুখ, নাক, বাহু, হৃদয় আৰু বক্ষঃস্থল প্ৰভৃতি বিকাশ কেন্দ্ৰৰ পৰা প্ৰাণশক্তি উপসংহৃত হৈ পৰমাত্মাৰ লগত সংলীন হোৱাৰ প্ৰয়াস পায়।

সাধকসকলে বুজিব পাৰে যে প্ৰথম প্ৰথম যেতিয়া দেহাত্মবোধ আৰু বহুভাৱ পৰিত্যাগ কৰি ধীৰে ধীৰে পৰমাত্মাভিমুখী গতি লাভ হয়, তেতিয়া চক্ষু, মুখ, হৃদয় প্ৰভৃতি অৱয়বৰ অস্বাভাৱিক স্পন্দন বা বিক্ষেপ হয়। আকৌ যোগযুক্ত অৱস্থাৰ পৰা বহিৰ্মুখ হোৱাৰ উপক্ৰম হ'লেও এইবিলাক অৱয়বৰ সেই ধৰণৰ বিক্ষেপ আৰম্ভ হয়। ইমানদিনে মাতৃৰ জগন্মূৰ্তি ৰূপ দেখি চক্ষু, তেওঁৰ গুণানুকীৰ্তন কৰি মুখ, চৰণ স্পৰ্শ কৰি বাহু, সত্তা অনুভৱ কৰি হৃদয় আৰু মাতৃ-স্নেহ বহন কৰি বক্ষঃস্থল পৰিতৃপ্ত আছিল। এতিয়া আৰু এই বিভিন্ন অঙ্গসমূহ মাতৃৰ সেই পৰিচ্ছিন্ন ভাৱসমূহত মুগ্ধ হৈ থাকিবলৈ ইচ্ছা নকৰে। সেই মহামায়া মাতৃ তামসী মূৰ্তিত ইন্দ্ৰিয়বৰ্গৰ আশ্ৰয় পৰিত্যাগ কৰি বিশুদ্ধ আত্ম-স্বৰূপত সংস্থিত হোৱাৰ কাৰণে প্ৰাণশক্তিক উদ্বুদ্ধ কৰিলে।

মন্ত্ৰত ব্ৰহ্মাক অব্যক্তজন্মা বোলা হৈছে। অব্যক্ত বা প্ৰকৃতিৰ পৰাই মনৰ জন্ম হয়। মনুষ্য মাত্ৰেই উপলব্ধি কৰিব পাৰে যে চিত্তবৃত্তিবোৰ কোনো অব্যক্ত ক্ষেত্ৰৰ পৰা বিকাশ পাই পুনৰাই তাতেই বিলীন হয়। এই অব্যক্ত ক্ষেত্ৰৰ সন্ধান পালেই সাধক পৰমাত্ম স্বৰূপৰ সন্নিহিত হয়। ৬৮।৬৯।।

**উত্তস্থৌ চ জগন্নাথস্তয়া মুক্তো জনাৰ্দ্দনঃ।**
**একাৰ্ণবেঽহিশয়নাত্ততঃ স দদৃশে চ তৌ।। ৭০।।**
**মধুকৈটভৌ দুৰাত্মানাৱতিবীৰ্য্য পৰাক্ৰমৌ।**
**ক্ৰোধৰক্তেক্ষণাবত্তুং ব্ৰহ্মাণং জনিতোদ্যমৌ।। ৭১।।**

**অন্বয় ঃ** তয়া মুক্তঃ জন-অৰ্দনঃ জগৎ-নাথঃ এক অৰ্ণবে অহি-শয়নাৎ উত্তস্থৌ চ। ততঃ সঃ দুৰাত্মানৌ অতিবীৰ্য্য পৰাক্ৰমৌতৌ মধু-কৈটভৌ ব্ৰহ্মাণং অত্তুং জনিত-উদ্যমৌ দদৃশে।। ৭১।৭২।।

**অনুবাদ ঃ** জনাৰ্দন জগন্নাথ বিষ্ণু যোগনিদ্ৰাৰ পৰা মুক্ত হ'ল আৰু একীভূত কাৰণ সাগৰত অৱস্থিত শেষ শয্যাৰ পৰা উঠিল। উঠি দেখা পালে যে দুৰাত্মা, মহাবীৰ্য

আৰু মহাবিক্ৰমশালী মধু আৰু কৈটভে ক্ৰোধত আৰক্তলোচন হৈ ব্ৰহ্মাক ভক্ষণ কৰিবলৈ উদ্যত হৈছে। ৭১।৭২।।

ব্যাখ্যা ঃ ব্ৰহ্মাৰ স্তৱত বিশেষভাৱে পৰিতুষ্টা হৈ মহামায়া মাতৃয়ে বিষ্ণুৰ যোগনিদ্ৰা মূৰ্তি পৰিত্যাগ কৰিলে। নিদ্ৰামুক্ত হৈ জগন্নাথ উঠিল; কিন্তু জনাৰ্দ্দনৰূপে এইবাৰ অসুৰ নিধন কৰিব লাগিব। সেইবাবে বিষ্ণুৰ এই জনাৰ্দন (জন-পীড়ক) ৰূপ ধাৰণ।

পূৰ্বে যি মন অত্যন্ত চঞ্চল আৰু জাগতিক বিষয়ত সৰ্বপ্ৰধান নিয়ন্তা আছিল, সেই মনেই পৰম শান্তভাৱে অৱস্থান কৰিবৰ কাৰণে অসুৰ নিধনৰ বাবে মহামায়াৰ অনুগ্ৰহত প্ৰাণশক্তিক উদ্বুদ্ধ কৰি দিলে। চঞ্চলতা পৰিত্যাগ যে কিমান সুখৰ, কিমান আনন্দৰ, সেইটো প্ৰশান্ত ভাৱৰ অলপমানো আস্বাদ নাপালে উপলব্ধি নহয়।

ইয়াত পৰিষ্কাৰ কথা এয়ে যে যেতিয়া জীৱে জাগতিক সকলো পদাৰ্থতে, সকলো কাৰ্যতে আত্মসত্তা দৰ্শন কৰে—সমগ্ৰ জগতত সত্য প্ৰতিষ্ঠা হয়, তাৰ ফলত প্ৰাণ মাতৃযুক্ত হয়। সেই সময়ত অতি চঞ্চল মনেও চিৰাভ্যস্ত চঞ্চলতা পৰিত্যাগ কৰিবলৈ সাজু হয়; কিন্তু আদি সংস্কাৰৰূপী অসুৰ দুটাই মনক পুনৰাই বহুভাৱে তৰঙ্গায়িত হোৱাৰ বাবে উদ্বুদ্ধ কৰিবৰ যত্ন কৰি থাকে। এয়ে মধু-কৈটভৰ ব্ৰহ্মাক গ্ৰাস কৰিবৰ উদ্যম। প্ৰাণেইহে জগতখনক ধৰি থাকে। সেই প্ৰাণ জগতৰ সংস্কাৰসমূহক শয্যাৰূপে পৰিকল্পিত কৰি (একাৰ্ণবে অহিশয়নাৎ) মাতৃযুক্তভাৱে অৱস্থান কৰি আছিল—যেন মাতৃৰ কোলাত আছিল। মাতৃস্বৰূপা জগন্মূৰ্তিত থাকি প্ৰাণেও পৰিতৃপ্তি লাভ কৰি আছিল আৰু ভাৱাতীত মাতৃসত্তাত থাকি পৰমাত্মাৰ লগত মিলনৰ বিষয়ে সম্পূৰ্ণ উদাসীন আছিল। ই মোহ। ইমানদিনে সেই মোহৰ অৱসান হৈছে। যোগনিদ্ৰাৰূপিণী মহামায়া মাতৃয়ে সেই প্ৰাণক জনাৰ্দনৰূপে অসুৰ পীড়নৰ কাৰণে প্ৰবুদ্ধ কৰিলে; সেয়েহে প্ৰাণে আজি আদি সংকল্পৰ বিলয় সাধনত প্ৰবৃত্ত হৈছে। সাধনাৰ ক্ষেত্ৰত বহুত্বৰ সংস্কাৰসমূহে সাধকক চঞ্চল কৰি তোলে। সেই চঞ্চলতাৰ পৰা মুক্তি পাবৰ কাৰণে ভাৱৰূপ, গুণৰূপ অসুৰবিলাকক নিধন কৰি ভাৱাতীত, গুণাতীত সত্তাত প্ৰৱেশ কৰিবৰ কাৰণে সাধকে প্ৰাণপণ উদ্যম কৰে।

এই উদ্যম বাহিৰত দেখা নাযায়। ই বিজ্ঞানময় কোষৰ সাধনা। তাত কি হয়, সেই কথা বিজ্ঞানময় কোষত যিবিলাকে আত্মবোধ উপসংহৃত কৰিব পাৰিছে, তেওঁলোকেহে কেৱল অনুভৱ কৰিব পাৰে। অকপট কাতৰ প্ৰাৰ্থনা আৰু সম্পূৰ্ণ আত্মসমৰ্পণেই সেই ক্ষেত্ৰৰ সাধনা। কিমান বিফলতা, কিমান হতাশা আহি সাধকক অৱসন্ন কৰে, কিন্তু একমাত্ৰ নিৰ্ভৰতা আৰু আত্মসমৰ্পণৰ ফলত সকলো প্ৰতিকূলতা অপূৰ্ব উপায়েৰে দূৰীভূত হৈ যায়। ৭০।৭১।।

**সমুত্থায় ততস্তাভ্যাং যুযুধে ভগবান্ হৰিঃ।**
**পঞ্চ বৰ্ষ সহস্ৰাণি বাহুপ্ৰহৰণো বিভুঃ।। ৭২।।**

অন্বয় ঃ ততঃ সমুত্থায় ভগবান্ বিভুঃ হৰিঃ বাহুপ্ৰহৰণঃ তাভ্যাং পঞ্চবৰ্ষ সহস্ৰাণি যুযুধে। ৭২।।

অনুবাদ ঃ তাৰ পাছত ভগৱান বাহু-প্ৰহৰণ বিভু-হৰি সম্যকভাৱে নিদ্ৰাৰ পৰা উঠি পাঁচ হাজাৰ বছৰ সেই অসুৰ দুজনৰ লগত যুদ্ধ কৰিলে। ৭২।।

ব্যাখ্যা ঃ যোগনিদ্ৰা বিমুক্ত প্ৰাণে নিজকে ভগৱান, বিভু আৰু হৰি—এই তিনি প্ৰকাৰে উপলব্ধি কৰি মহা শক্তিমান বুলি বোধ কৰে।

ভগবান—সৰ্বৈশ্বৰ্য সমন্বিত; বিভু—ব্যাপক, অসীম শক্তিসম্পন্ন; হৰি—সৰ্ব সংহাৰক।

সৰ্বৈশ্বৰ্য সমন্বিত, অসীম শক্তিসম্পন্ন আৰু সৰ্ব সংহাৰক বুলি এই তিনিপ্ৰকাৰ অনুভূতি প্ৰাণত নাজাগিলে, অসুৰ নিধনৰ যোগ্যতা নহয়। ময়েই ভগৱান, ময়েই বিভু, ময়েই সৰ্বসংহাৰক হৰি; গতিকে নিশ্চয় মই অসুৰ কুল নিৰ্মূল কৰিবলৈ সক্ষম। ইয়েই পৰম পুৰুষকাৰ।

বাহু প্ৰহৰণ শব্দৰ দ্বাৰা আদান শক্তি বা গ্ৰহণ বুজা যায়। বাহু বা গ্ৰহণেন্দ্ৰিয় যাৰ প্ৰহৰণ, অৰ্থাৎ অস্ত্ৰবিশেষ—তেওঁকেই বাহু-প্ৰহৰণ বোলা হয়। আদি সংস্কাৰসমূহৰ ফল আহৰণ কৰি সেই সংস্কাৰসমূহৰ ফলোন্মুখতা নিৰাকৃত কৰিবৰ বাবে প্ৰাণশক্তিয়ে এই আদান-শক্তিক প্ৰয়োগ কৰে। এয়ে মধু-কৈটভ বধৰ বাহুযুদ্ধ। 'পঞ্চ বৰ্ষ সহস্ৰাণি' ইয়াৰ দেখা অৰ্থ হৈছে—আধিভৌতিক, অৰ্থ হৈছে পাঁচ হাজাৰ বছৰ ধৰি; কিন্তু আধ্যাত্মিক ভাৱত ইয়াৰ অৰ্থ বেলেগ। পঞ্চ শব্দই ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ এই পাঁচ বিষয়ক বুজায়। বৰ্ষ শব্দৰ অৰ্থ দেশ বা স্থান আৰু সহস্ৰ শব্দটোৱে দীৰ্ঘকাল বা অসংখ্যক বুজায়।

মনৰ কেন্দ্ৰৰ পৰা পাঁচ প্ৰকাৰ বিষয়-অনুভূতিৰ উৎপত্তি হয়। সেই স্থানক পঞ্চবৰ্ষ বোলা হৈছে। এই পাঁচ প্ৰকাৰ অনুভূতিয়েই আকৌ অসংখ্য নাম, অসংখ্য ৰূপ গ্ৰহণ কৰে। সেইবাবে 'সহস্ৰাণি' পদটোত বহুবচন ব্যৱহাৰ হৈছে।

মই বহু প্ৰকাৰে প্ৰকাশিত হ'ম—এই সংস্কাৰৰ মূলত দুটা ভাৱ আছে। এটা আনন্দ আৰু এটা বহুত্বৰ ইচ্ছা। এয়েই মধু-কৈটভ। ইহঁতক নাশ কৰিবলৈ, বহুভাৱৰ কেন্দ্ৰ স্থানক লক্ষ্য কৰি পুনঃ পুনঃ গ্ৰহণ শক্তিৰ প্ৰভাৱেৰে নিজক উপসংহৰণ কৰিব লাগিব বা কোঁচাই আনিব লাগিব। যিমানদিন অনুভূতিসমূহ আত্মৰতি বা আত্মতৃপ্ত নহয়, সিমানদিন এই বাহু-প্ৰহৰণ প্ৰয়োগ একান্ত আৱশ্যক। অনুভূতিসমূহ বিষয় ভোগৰ বাবে ব্যগ্ৰ হয় আৰু প্ৰাণশক্তিয়ে যেন পাছফালৰ পৰা দুয়োহাতে নিজৰ ভিতৰত গ্ৰহণ কৰি মিলাই ল'ব খোজে। এয়ে গ্ৰহণ শক্তিৰ প্ৰয়োগ বা বাহু প্ৰহৰণ প্ৰয়োগৰ ৰহস্য! অনুভূতি কেন্দ্ৰ বহু জন্মাবধি পাঁচ প্ৰকাৰ তৰঙ্গত তৰঙ্গায়িত হোৱাত অভ্যস্ত। সেই তৰঙ্গবোৰ পুনৰাই বিভিন্ন নামত, বিভিন্ন ৰূপত আৰু বিভিন্ন ব্যৱহাৰ ক্ৰিয়াত অসংখ্য ভেদ বিশিষ্ট হৈ আবিৰ্ভূত হয়। গতিকে মধু-কৈটভক নাশ কৰিবলৈ হ'লে সেই অনুভূতি কেন্দ্ৰক (পঞ্চ-বৰ্ষ-সহস্ৰক) লক্ষ্য কৰি গ্ৰহণ শক্তিৰ প্ৰয়োগৰ

আৱশ্যক, অৰ্থাৎ বাহু-প্ৰহৰণ ব্যতিৰেকে আন কোনো প্ৰকাৰ উপায়ৰ দ্বাৰা মধু-কৈটভৰ নিধন সম্পন্ন হ'ব নোৱাৰে। সেইবাবে এই ঠাইত অসুৰ দুটাৰ লগত বিষ্ণুৰ বাহু যুদ্ধৰ কথা কোৱা হৈছে।

আনপক্ষে পঞ্চবৰ্ষ সহস্ৰ শব্দটোৰ অৰ্থ দীৰ্ঘকাল বুলি ধৰিলেও তাৰ তাৎপৰ্য এই হয় যে জীৱত্বৰ মৌলিক উপাদান স্বৰূপ সেই দুটা প্ৰবল সংস্কাৰ ঈশ্বৰ-ভাবীয় দুটা অৱস্থা বিশেষ। জীৱ ভাবীয় শক্তি প্ৰয়োগৰ দ্বাৰা তাৰ বিনাশ সাধন কৰিব লাগিলে, দীৰ্ঘকাল ব্যাপি অভ্যাস আৰু বৈৰাগ্য ৰূপ উভয় হস্তৰ শক্তি প্ৰয়োগ কৰিবৰ আৱশ্যক হয়। বাস্তৱিক পক্ষে অনবৰতভাৱে আৰু শ্ৰদ্ধা সহকাৰে দীৰ্ঘকালৰ অভ্যাস আৰু বৈৰাগ্য নহ'লে জীৱত্বৰ গ্ৰন্থি কিছুতেই সমূলে ছিন্ন নহয়। ৭২।।

**তাৱপ্যতিবলোন্মত্তৌ মহামায়াবিমোহিতৌ।**
**উক্তৱন্তৌ ৱৰোঽস্মত্তো ব্ৰিয়তামিতি কেশৱম্।। ৭৩।।**

**অন্বয় ঃ** অতি-বল-উন্মত্তৌ তৌ অপি মহামায়া বিমোহিতৌ অস্মত্তঃ বৰঃ ব্ৰিয়তাম্ ইতি কেশৱম্ উক্তৱন্তৌ। ৭৩।।

**অনুবাদ ঃ** সেই অসুৰ দুজন অতি বল-গৰ্বিত; কিন্তু মহামায়াৰ স্বৰূপত বিমোহিত হৈ সিহঁত উভয়ে কেশৱক ক'লে—তুমি আমাৰ পৰা বৰ লোৱা। ৭৩।।

**ব্যাখ্যা ঃ** মধু-কৈটভ অতি বলোন্মত্ত অসুৰ; কাৰণ 'সোঽকাময়ত বহুস্যাং প্ৰজায়েম'—'মই বহু হৈ উৎপন্ন হ'ম'—এই যে বহু ভাৱৰ ইচ্ছা-সংস্কাৰ, ই সকলোতকৈ বৃহত্তম ক্ষেত্ৰ ব্ৰহ্মাৰ পৰাই সঞ্জাত হৈছে। সেইবাবে অতি প্ৰবল। আনফালে 'বহুভাৱে প্ৰকাশিত মই এক হ'ম' এই ইচ্ছা জীৱ ভাবীয় সংস্কাৰৰ পৰা উৎপন্ন; গতিকে দুৰ্বলৰ দ্বাৰা প্ৰবলৰ উচ্ছেদ সম্ভৱ নহয়। এনে ক্ষেত্ৰত আমি যাক ভগৱৎ কৃপা বুলি কওঁ—সেই কৃপাৰ আৱশ্যক। সেইবাবে মাতৃ মহামায়াই স্বয়ং আত্মস্বৰূপ প্ৰকটিত কৰি অসুৰ দুজনক বিমোহিত কৰিলে।

তাৎপৰ্য এয়ে যে প্ৰাণ যেতিয়া মাতৃ-স্নেহত মুগ্ধ, মন যেতিয়া মাতৃৰ মহতী শক্তিত মুগ্ধ—এই উভয়েই যেতিয়া আৰু বহু ভাৱৰ ইচ্ছা নকৰে, মহামায়া মাতৃৰ অনন্ত উদাৰ নিত্য শান্তিময় সৰ্বভাৱশূন্য নিৰঞ্জন সত্তাত মিলি যোৱাই যেতিয়া উভয়ৰ উদ্দেশ্য, একান্ত অভিলাষ, তেতিয়া উভয়ৰ কাতৰ প্ৰাৰ্থনাত বাধ্য হৈ মহামায়া জননী মধু-কৈটভক আত্ম স্বৰূপে মুগ্ধ কৰিলে। সিহঁতে নীল-মেঘবৰণী তামসী মূৰ্তিৰ মনোহৰ ৰূপত মুগ্ধ হৈ গ'ল। সেই মনোহৰ ৰূপত নিজ নিজ সত্তাক মিলাই দিবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

এনেকুৱাই হয়। যেতিয়া প্ৰাণশক্তিৰ আকুল বেদনা অনুভূত হয়, তেতিয়া সেই বেদনাই মানুহৰ হৃদয়ত মূৰ্ত হৈ উঠি ইষ্ট-মূৰ্তিৰূপে ক্ষণিক সময়ৰ কাৰণে আবিৰ্ভূতা হয়। সেয়ে মহামায়াৰ কৃপা। সেই চিন্ময়ী মহামায়াৰ ইমান ৰূপ মাধুৰী যে যিজনে সেই ৰূপ-সৌন্দৰ্য এবাৰ দেখিবলৈ পাইছে, তাক কেতিয়াও পাহৰিব নোৱাৰে। সেই শ্যামবৰ্ণা, স্নিগ্ধা, সুধাময়ী মাধুৰী, যি মাধুৰীয়ে কোটি সূৰ্য, কোটি চন্দ্ৰৰ ৰশ্মিকো ম্লান কৰিব পাৰে,

সেই অভিনৱ চাৰুতা, চিদ্‌ঘন ৰূপৰাশি এবাৰ দেখিলে জগতৰ আন কোনো বিষয়ে কোনো তৃপ্তি বা সুখ দিব নোৱাৰে। তেতিয়া বহুত্বৰ প্ৰতি কোনো আগ্ৰহ নাথাকে। সৰ্বদাই তাতেই নিজক মিলিত কৰিবৰ বাসনা উপস্থিত হয়। সেয়ে ভক্ত সাধকৰ স্বৰূপ বুলি চিনিব পাৰে। সেয়েহে বহুত্বৰ সংস্কাৰৰূপী অসুৰদ্বয় আজি মাতৃ সত্তাত বিমুগ্ধ হৈ নিজেই নিজৰ বিনাশ সাধনত উদ্যত হৈছে। সেইবাবে কেশৱক ক'লে—আমাৰ ওচৰত বৰ গ্ৰহণ কৰা।

প্ৰাণ ইয়াত কেশৱ মূৰ্তিত বিৰাজিত, অৰ্থাৎ সৰ্ব ভাৱৰ বীজক সংহৰণ কৰি স্বকীয় বিশিষ্ট ভাৱটো পৰ্যন্ত বিলয় কৰি মহাকাৰণত সম্মিলিত হ'বলৈ ব্যগ্ৰ। কেশৱ মূৰ্তিৰ স্বৰূপ বুজিলে এই কথা স্পষ্ট হয়। 'ক' শব্দৰ অৰ্থ জল। কাৰণ-সলিলত যিজনা শৱৰ নিচিনা অৱস্থান কৰে তেৱেঁই কেশৱ। প্ৰাণৰ প্ৰলয়কালীন শক্তিৰ আভাস পাই 'মহামায়া বিমোহিত', অৰ্থাৎ মাতৃৰ স্বৰূপত বিমুগ্ধ হৈ অসুৰ দুজনে প্ৰাণক ক'লে— ইমানদিনে বহু ভাৱত বিকাশ হোৱাত আৰু সেই বিকাশৰ আনন্দত মুগ্ধ হৈ আছিলোঁ, এতিয়া সেই মোহৰ ছেদন হৈছে। এতিয়া বুজিব পাৰিছোঁ যে তুমিয়েই আমাৰ একমাত্ৰ মহা-মঙ্গলৰ হেতু, তোমাৰ অভিপ্ৰায় বুজিব পাৰিছোঁ—এতিয়া তুমি আমাৰ পৰা যি খোজা তাকে দিবলৈ সাজু আছোঁ।

(সংস্কাৰৰাশিও জ্ঞান। জ্ঞান (আত্মজ্ঞান) সহজাত, পশ্চাদ্‌জাত নহয়, অৰ্থাৎ জন্য পদাৰ্থ নহয়। সেইবাবে সংস্কাৰসমূহ বীজস্বৰূপে ব্ৰহ্মাত অৱস্থিত হৈ থাকে।) ৭৩।।

**শ্ৰীভগৱানুবাচ।**

**ভৱতামদ্য মে তুষ্টৌ মম বধ্যাবুভাৱপি।**

**কিমন্যেন বৰেণাত্ৰ এতাৱদ্ধি বৃতং মম।। ৭৪।।**

**অন্বয় ঃ** শ্ৰীভগৱান (শ্ৰীবিষ্ণু) উবাচ—(যদি) মে উভৌ অপি তুষ্টৌ (তৰ্হি) মম বধ্যৌ ভৱেতাম্; অত্ৰ অন্যেন বৰেণ কিম্ (প্ৰয়োজনম্)? এতাৱৎ হি মম বৃতম্।৭৪।।

বৃতম্—ঈপ্সিতম্।

**অনুবাদ ঃ** ভগৱান শ্ৰীবিষ্ণুৱে ক'লে—তোমালোকে যদি মোৰ প্ৰতি সন্তুষ্ট হৈছা, তেন্তে তোমালোক উভয়ে মোৰ বধ্য হোৱা। এনে ক্ষেত্ৰত আন কি বৰৰ প্ৰয়োজন আছে? এয়ে মোৰ প্ৰাৰ্থিত বিষয়।৭৪।।

**ব্যাখ্যা ঃ** কিছুদিন অনুভূতি কেন্দ্ৰক লক্ষ্য কৰি, গ্ৰহণ শক্তি প্ৰয়োগত বা মাতৃ স্বৰূপ দৰ্শনত অভ্যস্ত হ'লে, অৰ্থাৎ প্ৰত্যেক অনুভূতিয়েই মা, এনে বোধ যেতিয়া নিসংশয় হয়, এনে বোধত যেতিয়া কোনো প্ৰাৰ্থনা কৰা যায় যে 'তোমালোক মোৰ বধ্য হোৱা', তেতিয়া সংস্কাৰৰূপী অসুৰ সম্পূৰ্ণভাৱে মাতৃমূৰ্তিত মিলিত হৈ যাওক— এয়ে হয় একমাত্ৰ প্ৰাৰ্থনা। ৭৪।।

ঋষিৰুবাচ।
বঞ্চিতাভ্যামিতি তদা সৰ্বমাপোময়ং জগৎ।
বিলোক্য তাভ্যাং গদিতো ভগবান্ কমলেক্ষণঃ।। ৭৫।।
আবাং জহি ন যত্ৰোৰ্বী সলিলেন পৰিপ্লুতা।। ৭৬।।

**অন্বয় ঃ** ঋষিঃ উবাচ—ইতি বঞ্চিতাভ্যাম্ তাভ্যং তদা সৰ্বম জগৎ আপোময়ং বিলোক্য ভগবান্ কমল-ঈক্ষণঃ গদিতঃ। যত্ৰ উৰ্বী (পৃথিৱী) সলিলেন ন পৰিপ্লুতা (তত্ৰ) আবাম্ জহি (বিনাশয়)।

**অনুবাদ ঃ** ঋষিয়ে ক'লে সেই অসুৰ দুজনে নিজকে বঞ্চিত হোৱা বুলি ভাবি আৰু সমগ্ৰ জগত জলময় (ৰসময়) হৈ থকা দেখি কমল-লোচন ভগৱানে বিষ্ণুক ক'লে—পৃথিৱীৰ যি ঠাই জল-পৰিপ্লুতা হৈ থকা নাই, সেই ঠাইত আমাক বধ কৰা। ৭৫।৭৬।।

**ব্যাখ্যা ঃ** মধু-কৈটভ আজি মহামায়াৰ স্বৰূপত মুগ্ধ হৈছে; সেই কাৰণে ইমান দিনৰ মূৰত বুজিব পাৰিলে যে আমি বঞ্চিত হৈ আছোঁ। বহু ভাৱৰ খেলা খেলি থাকি আমি ভূমা সুখৰ পৰা বঞ্চিত হৈ আছোঁ। ঠিক সেইদৰে জীৱেও যিমানদিন মহামায়াৰ মায়াত সম্পূৰ্ণ বিমুগ্ধ নহয়—সিমানদিন জগত ভাৱত (বহু ভাৱত) মুগ্ধ হৈ থাকে—জগতখনকে আনন্দৰ স্থান বুলি ভাবে। যিমানদিন জীৱে ক্ষণস্থায়ী ইন্দ্ৰিয়ভোগ্য বিষয়-সুখত চৰিতাৰ্থ হৈ থাকে সিমানদিন নিজক বঞ্চিত বুলি ভাবিব নোৱাৰে। কিন্তু মহামায়া মাতৃয়ে যিদিনা আত্মস্বৰূপ মুক্ত কৰি জীৱৰ সমুখত দাণ্ডি ধৰে, সিদিনাহে জীৱে বুজিব পাৰে—'হায়! হায়! ইমানদিনে মই জগতৰ যথাৰ্থ সুখৰ পৰা বঞ্চিত হৈ আছোঁ। বঞ্চিতাভ্যামিতি—ইয়াৰ মৰ্মাৰ্থ এয়ে।

'আপোময়ং জগৎ'। অপ্ শব্দৰ অৰ্থ ব্যাপন শীলা ধী-বৃত্তি। আচাৰ্য সায়নদেৱে দেৱী-সূক্ত ব্যাখ্যাৰ সময়ত এই অৰ্থ কৰিছে। এই শ্লোকত সেই অৰ্থ গ্ৰহণীয়; কাৰণ বুদ্ধিতত্ত্বতেই পৰমাত্মা বিশেষভাৱে অনুভূতিযোগ্য।

সাধকে নশ্বৰ দেহাদিৰ আত্মবোধ গুচাই ধী-ক্ষেত্ৰত আৰোহণ কৰে আৰু পৰমাত্মাই জীৱৰ প্ৰতি স্নেহশীল হৈ বুদ্ধিময় ক্ষেত্ৰত অৱতৰণ কৰে। এই ঠাইতে জীৱ আৰু পৰমাত্মাৰ মিলন সংঘটিত হয়। বিপৰ্যয় বা বিৰোধ ভাৱৰ স্থান নাথাকে, তেতিয়াই মধু-কৈটভ বধ্য হয়। হে সাধক! তুমি চোৱা—তোমাৰ পঞ্চবৰ্গ (অনুভূতি কেন্দ্ৰ) অনবৰত হাজাৰ হাজাৰ প্ৰকাৰে ভেদ বিশিষ্ট হৈ উপস্থিত হৈছে আৰু একমাত্ৰ বাহুৱেই তোমাৰ প্ৰহৰণ; তুমিও দুয়োহাতে সেই ভাৱৰাশিক গ্ৰহণ কৰি কোৱা যে—আহা মোৰ মাতৃ, আহা মোৰ আত্মা, তুমি ৰূপ হৈ আহা, ৰস হৈ আহা, শব্দ হৈ আহা, যিৰূপতে আহা, তুমিয়েই মোৰ সৰ্বস্ব, তুমিয়েই মোৰ আত্মা। এইদৰে গ্ৰহণ কৰিলে, অৰ্থাৎ সৰ্বভাৱ আত্মাতে আৰু আত্মাকে সৰ্বভাৱে দৰ্শন কৰিলে অজেয় অসুৰ স্বেচ্ছাই নিজ মৃত্যু যাচি ল'ব।

এইটো কেনেকৈ সম্ভৱ? তুমি যেতিয়া দেখিবলৈ পাবা যে তোমাৰ দৃঢ় সংস্কাৰসমূহক মাতৃময় কৰি তুলিব পাৰিছা, তোমাৰ অনুভূতি কেন্দ্ৰত সত্যৰূপ অগ্নি

জ্বলাব পাৰিছা, সেই সংস্কাৰসমূহ জুইত যেনেকৈ আপোনা-আপুনি পতঙ্গসমূহ আহি পৰে, সেইদৰে সংস্কাৰৰাশি আহি সেই সত্য-ৰূপ অগ্নিত পৰি সত্যময় হৈ পৰিছে—মাতৃময় ৰূপ হৈ পৰিছে, তেতিয়া তুমি মাতৃৰ ওচৰত প্ৰাৰ্থনা কৰিব পাৰিবা—হে মাতৃ! তুমি আৰু কিয় এইদৰে বহুভাৱে প্ৰকাশ হৈছা—এইবাৰ বহুভাৱ সংহৰণ কৰা। তেতিয়া সন্তান-বৎসলা মাতৃয়ে বহুৰূপ সংহৰণ কৰি ল'ব। মা'ই যদি নিজে সন্তান স্নেহত মুগ্ধ হৈ তেওঁৰ আসুৰী মূৰ্তি সংহৰণ নকৰে, তেন্তে কাৰো সাধ্য নাই, তাৰ অঙ্গস্পৰ্শ কৰে। সকলো প্ৰকাৰ যোগ, বৃত্তি-নিৰোধ, দৃঢ় অধ্যৱসায়, চিত্ত-বিক্ষেপ দূৰ কৰাত অসমৰ্থ হ'ব পাৰে, যদিহে প্ৰকৃতিৰূপিণী মা স্বকীয় আসুৰী ভাৱ (পুনঃ পুনঃ পৰিণাম ৰূপ বহুত্ব) নিজৰ অঙ্গত বিলীন কৰি নলয়। এয়ে যথাৰ্থ তত্ত্ব।

ভগৱান বিষ্ণুৱে অসুৰ দুটাৰ বধ্যত্ব প্ৰাৰ্থনা কৰিলে—কিমন্যেন বৰেণাত্ৰ। আন বৰৰ প্ৰয়োজন কি? আন একো বৰ নালাগে। মই সিদ্ধ পুৰুষ হৈ জগতত শক্তিমান বুলি কোনো প্ৰতিষ্ঠা এৰি যাব নোখোজোঁ, নাইবা প্ৰেম, ভক্তি-জ্ঞান, সৎ কৰ্ম প্ৰভৃতিৰ নিচিনা সৰ্বোত্তম ভূষণেৰে ভূষিত হৈ মহিমাময় পুৰুষ হ'ব নোখোজোঁ নাইবা জগতৰ মহামূল্য ৰত্নসকলৰ অধিকাৰীও হ'ব নোখোজোঁ—মই সৰ্বতোভাৱে নিজকে তোমাৰ চৰণত সমৰ্পণ কৰিব খোজোঁ। এইৰূপ নিষ্কামতা বা যথাৰ্থ মুমুক্ষুভাৱ প্ৰাণত বিকাশ পালেই, অসুৰৰ ওচৰত প্ৰাৰ্থনা ইয়েই জীৱন্মুক্ত সাধকৰ আনন্দ-নিকেতন। ইয়েই বৈষ্ণৱৰ বৃন্দাৱন—ইয়াতেই ৰাসলীলা। ৰস-স্বৰূপ আত্মাই ইন্দ্ৰিয় শক্তিৰূপিণী গোপীগণ পৰিবেষ্টিতা আৰাধিকা জীৱ প্ৰকৃতিৰ লগত ইয়াতেই ৰমণ কৰে। এই আনন্দ ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি। 'আত্মাৰামোঽপ্যৰীৰমৎ' আত্মাৰাম হৈও কেনেকৈ তেওঁ জীৱ প্ৰকৃতিৰ লগত ৰমণ কৰে এই বৃন্দাৱনলৈ আহিব নোৱাৰিলে কেনেকৈ বুজা যাব? ইন্দ্ৰিয় শক্তিসমূহেই গোপী। আত্মাই শ্ৰীকৃষ্ণ। যেতিয়া আত্মাৰ মহাকৰ্ষণত ইন্দ্ৰিয় শক্তিসমূহে বিষয় ৰূপ কুল পৰিত্যাগ কৰি তীব্ৰবেগে বংশী-ধ্বনিৰ অনুসৰণত কৃষ্ণান্বেষণত লৰি যায়, জীৱ (ৰাধিকা) যেতিয়া সম্পূৰ্ণৰূপে কৃষ্ণ প্ৰেমত, পৰমাত্ম মোহত মুগ্ধ হৈ এই বুদ্ধিময় ক্ষেত্ৰৰূপে বৃন্দাৱনত উপস্থিত হয়, তেতিয়াই আত্মামিলনৰ মহা সন্ধিক্ষণ। শিৱৰ ভাষাত এই ধী-ক্ষেত্ৰই কৈলাস। ইয়াতেই বিজ্ঞানময় শিৱে পাৰ্বতীৰূপিণী পৰা প্ৰকৃতিৰ লগত আনন্দত বিহাৰ কৰে। এই ঠাইত উপস্থিত হ'লেই 'সৰ্বমাপোময়ং জগৎ'—সমস্ত জগৎ ব্যাপনশীল, ধীময়, বোধময় বুলি বুজা যায়। ইয়েই বোধদ্বাৰা গঠিত চিন্ময় ক্ষেত্ৰ। ইয়াত জড়ভাৱ নাই। অপ্ শব্দৰ অৰ্থ ৰস। পৰমাত্মাই একমাত্ৰ ৰস-স্বৰূপ। আনন্দময় আত্মদৰ্শন হ'লেই জগৎ আপোময় বা ৰসময় বুলি প্ৰতীতি হয়। মধু-কৈটভ ইমানদিনৰ মূৰত আনন্দময়ী মহামায়াৰ স্বৰূপত মুগ্ধ হৈছে—সেইবাবে জগৎ আপোময় বুলি দেখিছে।

যি বিষ্ণুৱেই সিহঁতক বিনাশ কৰিবলৈ উদ্যত হৈছে, সেই বিষ্ণুও এতিয়া সিহঁতৰ দৃষ্টিত 'ভগৱান কমলেক্ষণ' প্ৰিয় দৰ্শন হৈ উঠিছে; কাৰণ সিহঁতে এতিয়া প্ৰাণকেই প্ৰকৃত বন্ধু বুলি বুজিব পাৰিছে। প্ৰাণে যে সিহঁতক ধ্বংস কৰিবলৈ উদ্যত হৈ সিহঁতক ৰস সমুদ্ৰত বুৰাব খুজিছে সেইটো উপলব্ধি কৰিছে। সিহঁত ৰস-সমুদ্ৰৰ তৰঙ্গ মাত্ৰ; এতিয়া

আৰু তৰঙ্গৰূপে উঠিব নালাগিব—একেবাৰে সমুদ্ৰত বিলীন হৈ সমুদ্ৰ হৈ যাব। প্ৰাণেই এই মহামিলনৰ একমাত্ৰ উপায়; সেইবাবে প্ৰাণেই পৰম-প্ৰিয়; সেইবাবে প্ৰাণ 'কমলেক্ষণ' স্নেহদৃষ্টি সম্পন্ন বা প্ৰিয় দৰ্শন।

ইয়াতকৈও বিস্ময়ৰ কথা হৈছে বিষ্ণুৰ ওচৰত মধু-কৈটভৰ প্ৰাৰ্থনাৰ মৰ্ম। যি ঠাইত 'উৰ্বী (পৃথিবী) সলিল-পৰিপ্লুতা নহয়, তাতে আমাক বধ কৰা'। যি ঠাইত এই সলিল-পৰিপ্লুতা পৃথিবী নাই, য'ত নিৰবচ্ছিন্ন সলিল, অৰ্থাৎ নিৰবচ্ছিন্ন ৰস, নিৰবচ্ছিন্ন আনন্দ সেই ঠাইত আমাক নিধন কৰা—ডুবাই দিয়া। বহুভাৱে বিকাশৰ যি আনন্দ সেই আনন্দ আৰু নালাগে। য'ৰপৰা আহিছোঁ, তালৈকে লৈ ব'লা।

বুদ্ধিময় ক্ষেত্ৰত উপস্থিত হ'ব পাৰিলে জগৎ-সত্তা বিলুপ্তপ্ৰায় হয়—ইয়াত জগৎ বোধময় ৰূপে প্ৰকাশ পায়। এই বোধটোৱেই আনন্দৰ স্বৰূপ। সেইবাবে মন্ত্ৰত 'আপোময়ং জগৎ' বুলি কৈছে। য'ত বোধময় জগৎ ভাৱো নাই, য'ত নিৰবচ্ছিন্ন বোধ বা আনন্দ সেই ঠাইতে বিষয়ৰ পৰা হোৱাৰ আনন্দৰ আৰু বহুত্বৰ শেষ হয়। বুদ্ধি বা মহৎ তত্ত্বৰ উদয় হ'লে দ্ৰষ্টা অৰ্থাৎ সাক্ষী ভাৱটোৰ উপলব্ধি হয়। জগতখন যেন ছায়াৰ নিচিনা বুদ্ধি-সত্তাত ভাঁহি থাকে। সুখ-দুখ, হাঁহি-কান্দোনে বিভিন্ন বিৰুদ্ধ ভাৱবোৰে সাধকক তেতিয়া চঞ্চল কৰিব নোৱাৰে—মই সকলো ভাৱৰে দ্ৰষ্টা মাথোন এই ভাৱ ফুটি উঠে। এই আত্ম-বোধময় উদাসীন ক্ষেত্ৰত জগৎ-সত্তা ক্ষীণভাৱে থাকে—এয়ে 'আপোময়ং জগৎ'। য'ত জগতৰ ক্ষীণ সত্তাও নাই। সেই বিশুদ্ধ বোধমাত্ৰ স্বৰূপত সকলো ভাৱৰ অৱসান হয়। মধু-কৈটভ তালৈকে যাবলৈ বিচাৰে। ৭৫।৭৬।।

**ঋষিৰুবাচ।**

**তথেত্যুক্ত্বা ভগৱতা শঙ্খচক্ৰগদাভৃতা।**

**কৃত্বা শঙ্খেন বৈ ছিন্নে জঘনে শিৰসী তয়োঃ।। ৭৭।।**

**অন্বয় ঃ** ঋষিঃ উবাচ—ভগৱতা শঙ্খচক্ৰগদাভৃতা তথা ইতি উক্ত্বা তয়োঃ শিৰসী জঘনে কৃত্বা চক্ৰেণ বৈ ছিন্নে। ৭৭।।

**অনুবাদ ঃ** মেধা ঋষিয়ে ক'লে—শঙ্খ-চক্ৰ-গদাধাৰী ভগৱান বিষ্ণুৱে 'সেয়ে হওঁক' বুলি অসুৰ দুজনৰ মূৰ দুটি জঙ্ঘাদেশত (উৰুত) থৈ সুদৰ্শন চক্ৰৰ দ্বাৰা ছেদন কৰিলে। ৭৭।।

**ব্যাখ্যা ঃ** শঙ্খ নাদশক্তিৰ প্ৰতিভূ। যি প্ৰণৱধ্বনি অনন্ত জগৎ পৰিব্যাপ্ত, সাধকে যি ধ্বনি অনাহত চক্ৰৰ পৰা শুনিবলৈ পায়, যাৰ বিভিন্ন তৰঙ্গসমূহ জগতত শব্দৰ আকাৰত পৰিচিত—শঙ্খ তাৰেই প্ৰতিনিধি। গীতাতো দেখিবলৈ পোৱা যায় সাৰথিৰূপী ভগৱান শ্ৰীকৃষ্ণৰ হাতত নাদশক্তিৰ প্ৰতিভূ স্বৰূপ শঙ্খ আছে।

চক্ৰ শব্দৰ অৰ্থ জগৎ। অন্নৰ পৰা প্ৰাণী, পৰ্জন্যৰ পৰা অন্ন, যজ্ঞৰ পৰা মেঘ, কৰ্মৰ পৰা যজ্ঞ, বেদৰ পৰা কৰ্ম আৰু অক্ষৰ পুৰুষৰ বেদ উৎপন্ন হয়। অনুলোম আৰু বিলোম ভাৱে এই চক্ৰবৎ গতিৰ নাম সংসাৰ। এয়ে বিষ্ণুৰ হাতত থকা চক্ৰ। ইয়াৰেই

নাম সুদৰ্শন চক্ৰ। ব্ৰহ্মাৰ দ্বাৰা প্ৰবৰ্তিত এই জগৎ চক্ৰক যিসকলে অনবৰত ব্ৰহ্মাতে প্ৰতিষ্ঠিত হৈ থকা দেখে, তেওঁলোকৰ চক্ষুত এই চক্ৰ অতি সুন্দৰ দৰ্শন।

গদা—লয় বা সংহাৰ শক্তিৰ প্ৰতিভূ। যি শক্তিৰ প্ৰভাৱত এই জগত চক্ৰৰ প্ৰলয় হয়, তাকেই গদা বোলে। গদ্ ধাতুৰ অৰ্থ ব্যক্ত শব্দ। শঙ্খ বা প্ৰণৱ নাদত জগতৰ উৎপত্তি—সি অব্যক্ত ধ্বনি। আৰু গদা বা বক্তি নাদত ব্যোম (বি + ওম্) শব্দত জগতৰ প্ৰলয় হয়। শঙ্খ, চক্ৰ, গদাধাৰী বুলিলে সৃষ্টি, স্থিতি, প্ৰলয় কৰ্তাক বুজায়।

মধু-কৈটভ স্বেচ্ছাপূৰ্বক নিহত হ'বলৈ অভিলাষী। প্ৰাণশক্তি মহামায়াৰ শক্তিত শক্তিমান—সৃষ্টি-স্থিতি-প্ৰলয় সামৰ্থৰ দ্বাৰা উদ্ভাসিত। এই অৱস্থাত বিষ্ণুৱে মধু-কৈটভৰ মস্তক নিজৰ জঙঘাদেশত থৈ ছেদন কৰিলে। 'মহীতলং তজ্জঘনে' বিষ্ণুৰ জঘন দেশ মহীতল। মহী বা ক্ষিতিতত্ত্ব জড় পদাৰ্থৰ সৰ্বশেষ পৰিণতি। জড়ৰ পৰা চৈতন্যক বিচ্ছিন্ন কৰিব লাগিলে স্থূলতম ক্ষিতিৰ আশ্ৰয় গ্ৰহণ কৰিব লাগে। এক কথাত পাৰ্থিৱ দেহ ব্যতিৰেকে জড় আৰু চৈতন্যৰ ভেদ উপলব্ধি কৰিব নোৱাৰি। গতিকে মানৱ দেহেই সাধনাৰ ক্ষেত্ৰ। ইয়াৰ পৰাই ভোগ আৰু অপবৰ্গ লাভ হয়। ইয়াকেই বিষ্ণুৰ জঙঘাদেশ বুলি অভিবৰ্ণিত হৈছে।

মস্তকচ্ছেদন কথাটোৰ ভিতৰত অলপ ৰহস্য আছে। আমাৰ জ্ঞানেন্দ্ৰিয়সমূহ কণ্ঠৰ উপৰিভাগত আছে। যদিও ত্বক্ সৰ্বশৰীৰ ব্যাপি, তথাপি ত্বকৰ ধৰ্ম-স্পৰ্শ অধৰ-ওষ্ঠতে পৰিব্যক্ত। কণ্ঠৰ উপৰিভাগ জ্ঞান বা চিৎক্ষেত্ৰ আৰু নিম্নভাগ জড়ক্ষেত্ৰ। এই চিৎ জড়ৰ লগত মিলিত হৈ জীৱ হৈছে। এই মিলনৰ বিচ্ছেদ ঘটোৱাটোৱেই জীৱত্ব ৰূপ বন্ধনৰ বিমুক্তি। চৈতন্য জড়ৰ সংমিশ্ৰণত নিজৰ শুদ্ধ ভাৱক তিৰস্কৃত কৰি পৰিচ্ছিন্ন জীৱ ভাৱত পৰিব্যক্ত হৈছে। সেই জীৱ ভাৱৰ পৰা চৈতন্যক মুক্ত কৰাই সকলো প্ৰকাৰ সাধনাৰ উদ্দেশ্য। এই উদ্দেশ্যক লক্ষ্য কৰিয়েই আমাৰ দেশত দেৱতাৰ পূজাত উৎসৰ্গীকৃত ছাগাদি পশুৰ কণ্ঠদেশ ছেদন কৰা হয়।

সি যি নহওঁক, এইদৰে যোগনিদ্ৰা বিমুক্ত বিষ্ণুৱে মধু-কৈটভৰ শিৰশ্ছেদন কৰিলে। ইয়াৰ তাৎপৰ্য এই যে যিবিলাক মৌলিক সংস্কাৰত আৱদ্ধ হৈ জীৱে জন্ম-মৃত্যুৰ প্ৰবাহত পুনঃ পুনঃ আৱৰ্তন কৰি ফুৰে, সেই আদি সংস্কাৰ—বহুত্বমূলক আনন্দ আৰু বহু ভাৱৰ ইচ্ছাৰ পৰা প্ৰবুদ্ধ প্ৰাণশক্তিয়ে ইমানদিনে মুক্ত কৰিলে। সেই বিমুক্তি স্থূল পাৰ্থিৱ দেহকে আশ্ৰয় কৰি সম্ভৱ হ'ল। ইয়াকেই জীৱৰ ব্ৰহ্মগ্ৰন্থি ভেদ বোলে। মনে যি অজ্ঞান গ্ৰন্থিৰ মেৰপাকত পৰি প্ৰতি মুহূৰ্ততে বহুত্বৰ সংকল্প কৰে আৰু তাতেই আনন্দ পায় সেই গ্ৰন্থিচ্ছেদ কৰাকেই ব্ৰহ্মগ্ৰন্থ ভেদ বোলে। ব্ৰহ্মা বা মন যি গ্ৰন্থিত আৱদ্ধ হৈ বহুভাৱমূলক মৌলিক সংস্কাৰ ৰূপ প্ৰথম গ্ৰন্থিৰ উচ্ছেদকে মধু-কৈটভ বধ প্ৰসঙ্গত বৰ্ণনা কৰা হৈছে। এই ব্ৰহ্মগ্ৰন্থি ভেদ হ'লে সাধকে বুজিব পাৰে যে এই জগৎ, এই স্ত্ৰী-পুত্ৰাদি, এই দেহ সকলো কল্পনা মাত্ৰ। মহামায়া শক্তিৰ বিৰাট মনৰ কল্পনাই যে বিশ্বৰূপে প্ৰতিভাত সেই চিত্ৰ স্পষ্ট হৈ উঠে। সেই সত্য উপলব্ধি হয়। তাৰ পাছত ভৱিষ্যতৰ আশা-আকাংক্ষাও দূৰীভূত হয়।

**এৱমেষা সমুৎপন্না ব্ৰহ্মণা সংস্তুতা স্বয়ম্।**
**প্ৰভাৱমস্যা দেব্যাস্তু ভূয়ঃ শৃণু বদামি তে।। ৭৮।।**

ইতি শ্ৰীমাৰ্কণ্ডেয় পুৰাণে সাবৰ্ণিকে মন্বন্তৰে দেৱী
মাহাত্ম্যে মধু-কৈটভ বধো নাম প্ৰথমোধ্যায়ঃ।।

**অন্বয় ঃ** এষা এবম্ ব্ৰহ্মণা সংস্তুতা স্বয়ম্ সমুৎপন্না। অস্যাঃ দেব্যাঃ প্ৰভাৱম্ ভূয়ঃ শৃণু। তে তু (নিশ্চয়) বদামি। ৭৮।।

**অনুবাদ ঃ** ব্ৰহ্মাৰ দ্বাৰা সংস্তুতা হৈ মহামায়া স্বয়ং আবিৰ্ভূতা হ'ল। এই দেৱীৰ আবিৰ্ভাৱ বা দেৱীৰ প্ৰভাৱ (মাহাত্ম্য) পুনৰায় বৰ্ণনা কৰোঁ, তুমি (অৱহিত চিত্তে) শুনা।৭৮।।

মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত সাৱৰ্ণি মনুৰ অধিকাৰৰ সময়ত দেৱী মাহাত্ম্যত মধু-কৈটভ নামক প্ৰথম অধ্যায় সমাপ্ত।

**ব্যাখ্যা ঃ** ব্ৰহ্মা বা মনে স্তুতি কৰিলেই দেৱী স্বয়ং বিশিষ্ট মূৰ্তিত এইদৰে আবিৰ্ভূতা হয়।

যেতিয়া একমাত্ৰ বুদ্ধিত ভগৱদ্ ভাৱ ফুটি উঠে তেতিয়া সাধকৰ ভগৱৎ-সত্তা মাত্ৰ উপলব্ধি হয়। প্ৰাণত যেতিয়া ভগৱদ্ ভাৱ বিকাশ পায়, তেতিয়া সৰ্বত্ৰ অব্যক্ত চৈতন্য-সত্তা প্ৰত্যক্ষ হয়। আৰু যেতিয়া মন পৰ্যন্ত ভগৱদ্ ভাৱেৰে তন্ময় হৈ পৰে, তেতিয়া মনোময়ী ইন্দ্ৰিয় ধৰ্মময়ী মাতৃ বিশিষ্ট মূৰ্তিত প্ৰকটিতা হয়। গতিকে ব্ৰহ্মা বা মনে যদি জগন্মাতাৰ আৰাধনা কৰে, যদি মাতৃৰ আবিৰ্ভাৱৰ বাবে ব্যাকুল হয়, তেতিয়া জগন্মাতৃ নিশ্চয় এইদৰে স্থূল মূৰ্তিত দেখা দিয়ে। এইদৰে যিবিলাকে বুদ্ধি, প্ৰাণ আৰু মন সম্যকভাৱে মাতৃময় কৰি মাতৃ লাভৰ দ্বাৰা ধন্য হয় তেওঁলোকৰ সেই মাতৃ-দৰ্শনৰ দ্বাৰা সকলো প্ৰকাৰ সংশয়ৰ নিৰাশ হয় আৰু হৃদয়-গ্ৰন্থিৰ ভেদ হয়।

এই প্ৰথম চৰিতত আমি দেখিবলৈ পাওঁ যে সমাধি-সহায় সুৰথৰূপী জীৱাত্মাই মেধস্ৰূপী বিজ্ঞানময় গুৰুৰ চৰণত আশ্ৰয় লৈ ক্ৰমে ক্ৰমে মাতৃ মহত্বৰ মহামায়াৰ প্ৰভাৱ দেখি ধন্য হৈছে।

মধু আৰু কৈটভ—আগামী কৰ্মৰ বীজ। এই বীজ ধ্বংসপ্ৰাপ্ত হ'লে, অৰ্থাৎ অঙ্কুৰ উৎপাদনৰ বাবে শক্তিহীন হ'লে ব্ৰহ্মগ্ৰন্থি ভেদ হয়। "এই জগতত বা পৰজন্মতো মোক আৰু একো নালাগে", "ভোগৰ বা ফলৰ কামনা মোৰ নাই" এই ধৰণৰ নিষ্কাম ভাৱেই 'এক মই—বহু হ'ম' এই আদিম সংস্কাৰৰ বীজ ধ্বংস কৰে। দেৱী-মাহাত্ম্যই (চণ্ডীৰ প্ৰথম চৰিতে) ইয়াকেই বৰ্ণনা কৰিছে যে মহামায়াৰ তামসী মূৰ্তিৰ যেতিয়া আবিৰ্ভাৱ হয় আৰু বিষ্ণুৰ জাগৰণ হয়, তেতিয়াই যথাৰ্থতে ফল ভোগ কামনাত বৈৰাগ্য উপস্থিত হয়। মাতৃ মূৰ্তিৰ দৰ্শন লাভ কৰিবৰ পূৰ্বে কোনেও সম্পূৰ্ণভাৱে বাসনা ত্যাগ কৰিব নোৱাৰে।

মাতৃ দৰ্শনৰ উপায় কি? উপায় ইচ্ছা। দেখিবৰ ইচ্ছা হ'লেই দেখা যায়। তেওঁ সৰ্বত্ৰ সুপ্ৰতিভাত, ক'তো লুকাই থকা নাই। জীৱৰ ইচ্ছা নহয়, সেইবাবে দেখা নাপায়। ইচ্ছা কৰিলে তেওঁ প্ৰথমতঃ সদ্ গুৰুৰূপে দেখা দিয়ে। গুৰু চৰণত মন-প্ৰাণ সৰ্বস্ব

অৰ্পিত হ'লে সকলো কৰ্মই 'মই কৰিছোঁ' বুলি ধাৰণা নহয়। তেওঁৰ ইচ্ছাতেই সকলো কৰ্ম হৈ থাকে। তাৰ ফলত কৰ্মৰ ফলৰ প্ৰতি অনুৰাগ নোহোৱা হয়, মন বিদ্বেষশূন্য হয়। এইদৰে জাগতিক কৰ্মৰ কোনো কৰ্মৰ ফলেই ভৱিষ্যত কৰ্ম-বীজত আগামী সংস্কাৰত পৰিণত নহয়। এইদৰে জাগতিক কৰ্মত যি পৰিমাণে আসক্তি কমি আহে সেই পৰিমাণে হৃদয়স্থ গুৰুৰ প্ৰতি সাধকৰ আসক্তি বাঢ়ি আহে। আসক্তি যিমানেই বাঢ়ে, সিমানেই সাধক মুগ্ধ হয়। ক্ৰমে সৰ্বতোভাৱে আত্মসমৰ্পণ কৰি সাধকৰ মন নিৰ্বিকাৰ প্ৰাপ্ত হয়—নিশ্চিত হয়। পুনঃ পুনঃ সমাধিস্থ হয়। এই সমাধিয়েই মাতৃ দৰ্শনৰ সহায় হয়।

তত্ত্ব জিজ্ঞাসু জীৱাত্মৰূপী সুৰথৰ সংশয় নিৰাশ কৰিবলৈ গৈ বিজ্ঞানময় গুৰু মেধস্ ঋষিয়ে পূৰ্বেই কৈছে যে দেৱকাৰ্য সিদ্ধিৰ বাবে মহামায়া যেতিয়া বিশিষ্টৰূপে আবিৰ্ভূতা হয়, তেতিয়াই তেওঁ উৎপন্না বুলি অভিহিতা হয়। পৰম কৰুণাময় গুৰু সুৰথক মহামায়াৰ সেই আবিৰ্ভাৱটো প্ৰত্যক্ষ কৰাই দিলে—'এৱমেষা সমুৎপন্না'। বিপন্ন ব্ৰহ্মাক অসুৰৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ গৈ মহামায়া মাতৃ কেনেকৈ তামসী মূৰ্তিত আবিৰ্ভূতা হয় তাকে দেখুৱাই দিলে; আৰু পাছত যথাক্ৰমে বিশিষ্ট আবিৰ্ভাৱ প্ৰত্যক্ষ কৰাব, সেইবাবে কৈছে যে মহামায়াৰ আৰু প্ৰভাৱৰ কথা বৰ্ণনা কৰোঁ—তুমি মন দি শুনা—'প্ৰভাৱমস্যা দেব্যাস্তু ভূয়ঃ শৃনু বদামি তে'।

মধু-কৈটভ বধ বা শ্ৰীশ্ৰীচণ্ডীৰ প্ৰথম চৰিত সমাপ্ত।

# শ্ৰীশ্ৰী চণ্ডী

## মধ্যম চৰিত্ৰৰ ঋষি আৰু দেৱতাদি

## ওঁ নমশ্চণ্ডিকায়ৈ

**ওঁ অস্য শ্ৰীমধ্যম চৰিত্ৰস্য বিষ্ণুৰ্ঋষিঃ মহালক্ষ্মী দেৱতা,**
**উষ্ণিক্ ছন্দঃ শাকম্ভৰী শক্তিঃ, দুৰ্গা বীজং, বায়ুস্তত্ত্বং,**
**যজুৰ্বেদঃ স্বৰূপং মহালক্ষ্মীপ্ৰীত্যৰ্থং (অৰ্থাৰ্থে) মধ্যম চৰিত্ৰ ৰূপে বিনিয়োগঃ।**

শ্ৰীশ্ৰী চণ্ডীৰ মধ্যম চৰিত্ৰৰ (মাহাত্ম্যৰ) মন্ত্ৰদ্ৰষ্টা (ঋষি)— বিষ্ণু, দেৱতা মহালক্ষ্মী, ছন্দ উষ্ণিক্, শক্তি—শাকম্ভৰী, বীজ—দুৰ্গা, তত্ত্ব—বায়ু আৰু স্বৰূপ—যজুৰ্বেদ। শ্ৰীমহালক্ষ্মীৰ প্ৰীতিৰ নিমিত্তে (ধন-সম্পত্তি পাবৰ বাবে) মধ্যম চৰিত্ৰ পাঠৰ বিনিয়োগ (প্ৰয়োগ হয়)।

ব্যাখ্যা ঃ মধ্যম চৰিত্ৰ মহিষাসুৰ বধ। ইয়াৰ ঋষি বিষ্ণু। যি সমষ্টি প্ৰাণে এই বিৰাট ব্ৰহ্মাণ্ডক ধৰি ৰাখিছে, তেৱেঁই বিষ্ণু। মহিষাসুৰ ৰজোগুণৰ বহিৰ্মুখ বিক্ষেপৰ এটা ৰূপ, সেই ৰূপ মহাপ্ৰাণৰ কোলাত বিলীন হয়। সেইকাৰণে বিষ্ণুৱেই মধ্যম চৰিতৰ দ্ৰষ্টা বা ঋষি। মহালক্ষ্মী দেৱতা। লক্ষ্মী হৈছে প্ৰাণশক্তি। যিমান দিন দেহত প্ৰাণ থাকে, সিমান দিনেই আমাৰ নামৰ আগত লক্ষ্মী অৰ্থ বুজোৱা শ্ৰী শব্দ ব্যৱহাৰ কৰা হয়। ব্যষ্টি প্ৰাণশক্তিৰ নাম লক্ষ্মী আৰু সমষ্টি প্ৰাণশক্তি মহালক্ষ্মী নামে অভিহিতা হয়। এই প্ৰাণশক্তি ৰজো গুণাত্মিকা—পৰাপ্ৰকৃতিৰ মহতী শক্তি; ৰজো গুণৰ আত্মাউমুখী ক্ৰিয়া শক্তি। বিষয়ত আসক্তিৰ যি ৰূপ, সেই ৰূপক এই শক্তিয়ে বিনষ্ট কৰে। সেইবাবে মহালক্ষ্মী মধ্যম চৰিতৰ দেৱতা।

উষ্ণিক্ ইয়াৰ ছন্দঃ। এই চৰিতত যি সাধকে প্ৰৱেশ কৰে তেওঁৰ প্ৰাণ প্ৰবাহ বা প্ৰাণায়াম, বৈদিক উষ্ণিক্ ছন্দৰ অনুৰূপ স্পন্দনযুক্ত হয়। শাকম্ভৰী শক্তি। শাকৰ দ্বাৰা জীৱসকলক ভৰণ কৰে বা পোষণ কৰে বুলি এই শক্তিৰ নাম শাকম্ভৰী। দুৰ্গা বীজ। যিগৰাকী দেৱীয়ে সকলো দুৰ্গতি হৰণ কৰে, তেৱেঁই দুৰ্গা। মহিষাসুৰ নিহত হোৱা মাত্ৰকে (বিষয়-বাসনা মনৰপৰা অন্তৰ্হিত হোৱা মাত্ৰকে) মানুহৰ দুৰ্গতিৰ অন্ত পৰে।

বায়ু তত্ত্ব। প্ৰাণশক্তি যেতিয়া স্থূল তত্ত্বৰূপে আত্মপ্ৰকাশ কৰে তেতিয়া বায়ুৰূপেই তাৰ অভিব্যক্তি হয়। শ্বাস-প্ৰশ্বাসেই প্ৰাণৰ বহিৰ্লক্ষণ। সেইবাবে বায়ুই ইয়াৰ তত্ত্ব।

যজুৰ্বেদ স্বৰূপ। বায়ুতত্ত্বৰ বেদন বা অনুভূতিৰপৰাই উচ্চাৰণিক শব্দসমূহ আবিৰ্ভূত হয়। সেইবাবে এই মন্ত্ৰত বায়ু দেৱতাকে যজুৰ্বেদৰ প্ৰথম আৰম্ভ বুলি কৈছে। মহালক্ষ্মীৰ প্ৰীতি অৰ্থাৎ মহাপ্ৰাণময়ী শক্তিৰ প্ৰতি মহতী প্ৰীতিলাভৰ উদ্দেশ্যে ইয়াৰ বিনিয়োগ হয়।

# মহালক্ষ্মীৰ ধ্যান

ওঁ অক্ষস্ৰক্ পৰশুং[১] গদেষু কুলিশং পদ্মং ধনুঃ কুণ্ডিকাং
দণ্ডং শক্তিমসিঞ্চ চৰ্ম জলজং ঘণ্টাং সুৰাভাজনম্।
শূলং পাশ-সুদৰ্শনে চ দধতীং হস্তৈঃ প্ৰবাল প্ৰভাং[২]
সেৱে সৈৰিভ-মৰ্দিনীমিহ মহালক্ষ্মীং সৰোজস্থিতাম্।।

ওঁ অক্ষস্ৰক্ পৰশুং (ৰুদ্ৰাক্ষ, মালা আৰু কুঠাৰ) গদা—ইষু-কুলিশং (গদা শৰ আৰু বজ্ৰ) পদ্মং (পদ্ম) ধনুং (ধনু) কুণ্ডিকাং (কমণ্ডলু) দণ্ডং (দণ্ড) শক্তিম্ (শক্তি) অসিং চ (আৰু অসি) চৰ্ম (চৰ্মেৰে নিৰ্মিত ঢাল) জল-জং (শঙ্খ) ঘণ্টাং (ঘণ্টা) সুৰাভাজনং (সুৰাপাত্ৰ) শূলং (শূল) পাশ-সুদৰ্শনে চ (আৰু পাশ আৰু সুদৰ্শন চক্ৰ) হস্তৈঃ (ওঠৰখন[৩] হাতেৰে) দধতীং (ধাৰণকাৰিণী) প্ৰবাল প্ৰভাং (শৰীৰত প্ৰৱালৰ আভা থকা) সৈৰিভমৰ্দিনীম্ (মহিষাসুৰ নাশিনী) সৰোজস্থিতাং (পদ্ম-পুষ্পৰ ওপৰত বহি থকা) মহালক্ষ্মীম্ (মহালক্ষ্মীক) ইহ (ইয়াত) সেবে (সেৱা কৰোঁ বা ধ্যান কৰোঁ)।

ওঁ—যাৰ ওঠৰখন হাতত ৰুদ্ৰাক্ষৰ জপমালা, কুঠাৰ, গদা, শৰ, বজ্ৰ, পদ্ম, ধনু, কমণ্ডলু, দণ্ডশক্তি, অসি, ঢাল, শঙ্খ, ঘণ্টা, সুৰাপাত্ৰ, শূল, পাশ আৰু সুদৰ্শন চক্ৰ শোভিত আছে, এতিয়া মই সেই প্ৰৱাল প্ৰভাযুক্তা মহিষাসুৰ মৰ্দিণী পদ্মাসীনা মহালক্ষ্মী দেৱীৰ ধ্যান কৰোঁ।

১। অক্ষস্ৰক পৰশূ ইতিবা (পাঠান্তৰ)

২। প্ৰসন্নানাং ইতি অন্যপাঠঃ

৩। ওঠৰখন হাতত ওঠৰবিধ অস্ত্ৰ শোভিত থকা কথা লক্ষ্মীতন্ত্ৰত আৰু বৈকৃতিক ৰহস্য তন্ত্ৰত আছে।

লক্ষ্মী তন্ত্ৰত লক্ষ্মী দেৱীয়ে কৈছে—

মহালক্ষ্মীৰহং শক্ৰ পুনঃ স্বায়ম্ভুৱেঽন্তৰে।
হিতায় সৰ্বদেৱানাং জাতা মহিষমৰ্দিণী।।
মদীয়া শক্তিলেশা যে তত্ৰ দেৱ শৰীৰগাঃ।
ধৃতং ময়া তৈঃ শম্ভূতৈ ৰূপং পৰম শোভনম্।।
আয়ুধানি চ দেৱানাং যানি যানি সুৰেশ্বৰ।
মচ্ছক্তয়স্তদাকাৰাণ্যায়ুধানি মমাভৱন্।।

হে ইন্দ্ৰ! মই মহালক্ষ্মী। মই স্বায়ম্ভুৱ মন্বন্তৰত দেৱতাসকলৰ মঙ্গলৰ কাৰণে মহিষমৰ্দ্দিনী ৰূপে আবিৰ্ভূতা হৈছিলোঁ। দেৱতাসকলৰ শৰীৰত মোৰেই যি শক্তিকণাসমূহ আছিল, সেই শক্তিকণাসমূহৰপৰা সম্ভূত হোৱা পৰম শোভন ৰূপ মই গ্ৰহণ কৰিছিলোঁ। হে সুৰেশ্বৰ। দেৱতাসকলৰ যি যি আয়ুধ (অস্ত্ৰ) আছে সেইবিলাক মোৰেই শক্তিৰ অংশ। মোৰ আয়ুধসমূহো দেৱতাসকলৰ আয়ুধৰ নিচিনা আকাৰ হৈছিল।

বৈকৃতিক ৰহস্য তন্ত্ৰতো দক্ষিণাধঃ ক্ৰমে (সোঁফালৰ প্ৰথম হস্তৰপৰা আৰম্ভ কৰি তাৰ তলে তলে পুনঃ বাঁওফালৰ প্ৰথমৰপৰা শেষ হস্তলৈকে) অক্ষমালা, পদ্ম, বাণ, অসি, কুলিশ, গদা, চক্ৰ, শূল, পৰশু, শঙ্খ, ঘণ্টা, পাশ, শক্তি, দণ্ড, চৰ্ম, ধনু, সুৰাপাত্ৰ আৰু কমণ্ডলু—এই ১৮টি আয়ুধ সৰ্বদেৱময়ী মহালক্ষ্মীৰ ওঠৰখন হাতত শোভিত আছিল।

# শ্ৰীশ্ৰীচণ্ডী

## মধ্যম চৰিত

## দ্বিতীয় অধ্যায়—মহিষাসুৰ সৈন্য বধ

## ওঁ নমশ্চণ্ডিকায়ৈ

(ওঁ হ্ৰীঁ) ঋষিৰুবাচ। ১।।
দেবাসুৰমভূদ্ যুদ্ধং পূৰ্ণমব্দশতং পুৰা।
মহিষেঽসুৰাণামধিপে দেৱানাঞ্চ পুৰন্দৰে।। ২।।

**অন্বয় ঃ** ঋষিঃউবাচ—পুৰা মহিষে অসুৰাণাং চ পুৰন্দৰে দেৱানাং অধিপে (সতি) পূৰ্ণং অব্দশতং দেৱ-অসুৰম্ যুদ্ধম্ অভূৎ।। ১।২।।

**অনুবাদ ঃ** ঋষিয়ে ক'লে—পুৰণি কালত যেতিয়া মহিষাসুৰ অসুৰবিলাকৰ আৰু পুৰন্দৰ দেৱতাসকলৰ অধিপতি আছিল, তেতিয়া পুৰা ১০০ বছৰ ধৰি দেৱাসুৰ যুদ্ধ হৈছিল।

[পুৰন্দৰ—পুৰাণি (অৰীণাং) দাৰয়তি (দলন কৰে) ইতি পুৰন্দৰঃ।
পুৰণি কালত—প্ৰথম মনু স্বায়ম্ভুৱৰ অধিকাৰৰ সময়ত]

**ব্যাখ্যা ঃ** মধুকৈটভ নিহত হৈছে—ভৱিষ্যৎ কৰ্মৰ বীজ ধ্বংস হৈছে। সাধকে এতিয়া নিত্য নতুন আশা-আকাঙ্খা বুকুত লৈ কৰ্মত প্ৰবৃত্ত নহয়। জীৱৰ কৰ্মক্ষেত্ৰ দেহ। যেতিয়ালৈকে জীৱে দেহ ধাৰণ কৰি থাকিব তেতিয়ালৈকে কৰ্ম কৰিবই লাগিব। সেইবাবে আসক্তিশূন্য হৈ যথাসম্ভৱ কৰিবলগীয়া কৰ্ম কৰিব লাগে। কৰ্মৰ সফলতাতো কোনো উল্লাস নাই আৰু বিফলতাতো কোনো বিষাদ নাই। এনে এটি অৱস্থা একান্ত বাঞ্ছনীয় আৰু সৌভাগ্যৰ ফল নিশ্চয়।

পৰমাত্মামুখী জীৱে প্ৰথমতে ভাৱে যে স্ত্ৰী-পুত্ৰাদি সংসাৰৰ বন্ধনেই পৰমাত্ম লাভৰ অন্তৰায়। সংসাৰ আশ্ৰম পৰিত্যাগ নকৰিলে, এই বন্ধনৰপৰা মুক্তিৰ উপায় নাই। কিন্তু গুৰুৰ কৃপাত যেতিয়া এইটো বুজে যে স্ত্ৰী-পুত্ৰাদিৰ সংসাৰেই বন্ধন নহয়, অন্তৰৰ সংস্কাৰসমূহহে যথাৰ্থ বন্ধন। সংসাৰথন নিজৰ অন্তৰতে অৱস্থিত হৈ আছে। সাধকে যেতিয়া এই কথা বুজি পায় তেতিয়া সংসাৰৰ মূল উৎপাদন কৰিবলৈ যত্নবান হয়। তেতিয়া সেই যত্নৰ ফলত সত্য প্ৰতিষ্ঠা হয়। গুৰুৰ কৃপাত লুপ্তপ্ৰায় প্ৰাণশক্তি উদ্বুদ্ধ হয়। আগামী কৰ্মৰ বীজস্বৰূপ সংস্কাৰৰূপী মধুকৈটভৰ নিধন হয়; কিন্তু দুটি মূল সংস্কাৰ (সঞ্চিত আৰু প্ৰাৰব্ধ) গভীৰভাৱে নিহিত হৈ থকাত সেই সংস্কাৰ দ্বয় সহজে উন্মূলিত নহয়। দুৰ্জয় অসুৰ মধুকৈটভ নিহত হৈছে। অভিনৱ আশাৰ মূল উৎপাটিত হৈছে, কিন্তু তথাপি শান্তি নাই, বিশ্বাস নাই। পৰমাত্ম লাভ হোৱাৰ পথ বহু দীৰ্ঘগামী। সংসাৰৰ আসক্তিৰপৰা জীৱ মুক্ত হৈছে, কিন্তু তথাপি মন আকুল-বিকুল। পৰমাত্ম লাভৰ পথ নিষ্কণ্টক হোৱা নাই—বহু বাধা অতিক্ৰম কৰিব লাগিব—বহুপ্ৰকাৰ সুখ-দুখ ভোগৰ মাজেদি আগবাঢ়িব লাগিব—সেই পথ এতিয়াও বহু দীঘল। সাধকৰ

উদ্বিগ্নতা ক্ৰমে বাঢ়ি থাকে। এইপ্ৰকাৰ ভাৱৰ দ্বাৰা যেতিয়া অহৰহ উৎপীড়িত হয়, তেতিয়া নিজে ইয়াৰ কাৰণ নিৰ্ণয় কৰিবলৈ অক্ষম হৈ গুৰুৰ চৰণত শৰণাপন্ন হয়। বিজ্ঞানময় গুৰুৱে এই অৱস্থাত যি পথৰ নিৰ্দেশ দিয়ে, সাধকৰ চকুৰ আগত যি চিত্ৰ উদঘাটিত কৰি দেখুৱাই দিয়ে, সেই পথ বা সেই চিত্ৰই মহিষাসুৰ বধ বা বিষ্ণুগ্ৰন্থি ভেদ।

মধুকৈটভ বধৰ পাছত বিজ্ঞানময় গুৰু মেধস্ ঋষিয়ে সুৰথক কৈছিল—'ভূয়ঃ শৃণু বদামে তে'—পুনঃ তোমাক কওঁ শুনা। গুৰুৱে জানিছিল মধুকৈটভ বধত দেৱীৰ যি মহত্ব দেখুওৱা হ'ল তাৰদ্বাৰা সুৰথৰ প্ৰাণৰ আকাঙ্ক্ষা পূৰ্ণকৈ নিটিকিব। জীৱত্বৰ বিন্দুমাত্ৰ অৱশেষ থাকিলে আশাৰ একান্ত অৱসান নহয়। জীৱে যেতিয়ালৈকে পূৰ্ণভাৱে ব্ৰহ্মত্বত উপনীত হ'ব নোৱাৰে, তেতিয়ালৈকে এই আশাৰ নিবৃত্তি নহয়। সেইকাৰণে অন্তৰ্যামী বিজ্ঞানময় গুৰুৱে শিষ্যক অৱসৰ নিদি আকৌ কৈ থাকে। সেইবাবে এই অধ্যায়ৰ প্ৰথমতে 'ঋষিৰুবাচ' বুলি উল্লিখিত হৈছে। ঋষিয়ে কৈছে—হে বৎস সুৰথ! তোমাৰ ভৱিষ্যৎ কৰ্মবীজ ধ্বংস হ'লেও সঞ্চিত কৰ্ম এতিয়াও ধ্বংস হোৱা নাই। সঞ্চিত কৰ্ম বা সংস্কাৰ ৰাশিয়ে যে বহুত্ব বিষয়ক ফল প্ৰসৱ কৰিব তাৰ কোনো প্ৰতিকাৰ হোৱা নাই। তুমি নতুনকৈ নিতৌ নতুন নতুন বিষয়ৰ আকাঙ্ক্ষা নকৰিলেও তুমি ইয়াৰ পূৰ্বে বহু জন্ম-জন্মান্তৰ ধৰি যে অগণিত আশা-আকাঙ্ক্ষা পোষণ কৰি আহিছা সেইবিলাক পুঞ্জীভূত হৈ আছে। সেইবিলাক বহুত্বৰ সংস্কাৰ ৰূপ অচলভাৱে প্ৰতিষ্ঠা লাভ কৰি তোমাৰ চিত্তক্ষেত্ৰত অৱস্থান কৰি আছে। তোমাৰ সঞ্চিত সংস্কাৰসমূহ এতিয়াও অক্ষুণ্ণভাৱে নিজৰ নিজৰ অধিকাৰ বিস্তাৰ কৰি আছে। সেইবিলাকক ধ্বংস কৰিব নোৱাৰিলে নিৰৱচ্ছিন্ন ব্ৰহ্মানন্দ সুখ লাভৰ আশা নাই।

এই মধ্যম চৰিতত সঞ্চিত কৰ্ম-সংস্কাৰসমূহকে অসুৰৰূপে বৰ্ণনা কৰা হৈছে।

জীৱে বহু জন্ম ব্যাপি নানাবিধ বৈধ কৰ্মাদিৰ অনুষ্ঠানৰদ্বাৰা কিম্বা যোগ তপস্যা আদিৰ সহায়ত অথবা জ্ঞান-ভক্তিৰ অনুশীলনত পৰমাত্ম-বিষয়ক সংস্কাৰসমূহ সঞ্চয় কৰে। তেওঁলোকেই দেৱতা অৰ্থাৎ মন, বুদ্ধি ইন্দ্ৰিয়সমূহৰ যি পৰমাত্মমুখী গতি বা মিলন প্ৰয়াস সেয়ে দেৱশক্তি নামেৰে অভিহিত আৰু সেই মন-বুদ্ধি ইন্দ্ৰিয়সমূহৰ যি বিষয়াভিমুখী লালসা, সেইবোৰেই সুৰবিৰোধী অসুৰ।

শ্ৰীমদ্ভগৱদগীতাৰ ষোড়শ অধ্যায়ত ভগৱানে দেৱাসুৰ সম্পদ বিভাগ কৰিছে।

অভয়, সত্ত্বশুদ্ধি, আত্মজ্ঞানৰ উপায়ত একান্ত নিষ্ঠা, দান, ইন্দ্ৰিয় সংযম, যজ্ঞ, বেদ অধ্যয়ন, তপস্যা, সৰলতা, অহিংসা, সত্য, অক্ৰোধ, ত্যাগ, শান্তি, নিৰ্লোভ, মৃদুতা, লজ্জা, ধীৰতা, তেজ, ক্ষমা, ধৃতি, অদ্ৰোহ আৰু নিৰভিমান—এইবিলাক দেৱতাসকলৰ সম্পদ অৰ্থাৎ দেৱশক্তিৰ কাৰ্য বুলি গীতাত ব্যাখ্যা কৰা হৈছে। ইয়াৰ বিপৰীত ভয়, অশুদ্ধি প্ৰভৃতি আৰু দম্ভ, দৰ্প, অভিমান, ক্ৰোধ, নিষ্ঠুৰতা আৰু অজ্ঞান এইবোৰ আসুৰ সম্পদ বা অসুৰ শক্তিৰ কাৰ্যৰূপে বৰ্ণিত হৈছে।

ছান্দোগ্য উপনিষদৰো প্ৰথম প্ৰপাঠকৰ দ্বিতীয় খণ্ডত এই বিষয়ে উল্লেখ আছে।

"দেবাসুৰা হ বৈ যত্র সংযেতিৰে" —ভগৱান শঙ্কৰাচাৰ্যই ইয়াৰ ভাষ্য ব্যাখ্যাত কৈছে—

দেবা দীব্যতে দ্যোতনার্থস্য শাস্ত্রোদ্ভাসিতা ইন্দ্রিয়বৃত্তয়ঃ, অসুৰাস্তদ্বিপৰীতাঃ, সংগ্রামং কৃতৱন্তঃ। শাস্ত্রীয় প্রকাশ বৃত্ত্যভিভবনায় প্রবৃত্তাঃ স্বাভাবিক্যস্তমোৰূপা ইন্দ্রিয়বৃত্তয়োऽসুৰাঃ। তথা তদ্বিপৰীতাঃ শাস্ত্রার্থবিষয়-বিবেকজ্যোতিৰাত্মনো দেবাঃ স্বাভাবিক তমোৰূপা সুৰাভিভবনায় প্রবৃত্তাঃ। ইত্যন্যোऽন্যাভিভৱোদ্ভৱৰূপঃ সংগ্রাম ইৱ সর্বপ্রাণিষু প্রতিদেহং দেৱাসুৰ সংগ্রামোऽনাদি কাল প্রবৃত্ত ইত্যভিপ্রায়ঃ"।।

ইয়াৰ তাৎপর্য এয়ে যে "প্রত্যেক জীৱৰেই দেহত চিৰকালেই দেৱাসুৰৰ সংগ্রাম চলি আছে। শাস্ত্রোদ্ভাসিত অৰ্থাৎ শাস্ত্রত প্রকাশ কৰা বা উল্লেখ কৰা ইন্দ্রিয় বৃত্তিয়েই দেৱতা আৰু তাৰ বিপৰীত অৰ্থাৎ বিষয়াসক্ত বৃত্তিসমূহেই অসুৰ। উভয়পক্ষই পৰস্পৰৰ বিষয় অপহৰণত উদ্যত হৈ সর্বদায় সংগ্রাম কৰি আছে। প্ৰাণীসমূহৰ শৰীৰত উভয়বিধ বৃত্তিয়েই আছে। এটা হৈছে শাস্ত্ৰজ্ঞানৰপৰা উদ্ভৱ হোৱা পৰমাত্মবিষয়ক ইন্দ্ৰিয়-বৃত্তি আৰু আনটো হৈছে বিষয়-ভোগ বাসনাৰূপ ইন্দ্ৰিয় বৃত্তি। এই উভয় বৃত্তিৰেই পৰস্পৰে পৰস্পৰক দ্বেষ কৰা ভাৱ অনাদি-সিদ্ধ।" শ্ৰীশ্ৰী চণ্ডীৰ বিষয়বস্তু এই দেবাসুৰ সংগ্ৰামৰ পৰম আধ্যাত্মিক ৰহস্য। কিন্তু সেইবুলি যেন এইটো কোনেও নাভাৱে যে দেৱতা আৰু অসুৰ শ্ৰেণীৰ এই দুই প্ৰকাৰ প্ৰাণী নাই।

ঋষিয়ে কৈছে যে যেতিয়া মহিষ নামে অসুৰ অসুৰবিলাকৰ ৰজা আছিল আৰু পুৰন্দৰ আছিল দেৱতাসকলৰ ৰজা বা ইন্দ্ৰ, তেতিয়া এই দেবাসুৰ সংগ্ৰাম আৰম্ভ হয়।

মহিষাসুৰ হৈছে ৰজোগুণ। চণ্ডীত সত্ত্ব, ৰজঃ, তমঃ এই তিনি গুণৰ বিশ্লেষণ তিনিটা চৰিতত বৰ্ণনা কৰা হৈছে। প্ৰথম চৰিতত সত্ত্ব গুণৰ বহিৰ্বিকাশৰূপী সংস্কাৰদ্বয়ক মধুকৈটভ নামত বৰ্ণনা কৰা হৈছে। এই দ্বিতীয় চৰিতত ৰজো গুণৰ বৰ্হিমুখী বিকাশৰপৰা উদ্ভৱ হোৱা সঞ্চিত বহুত্ব সংস্কাৰক অসুৰবৃন্দ বুলি বৰ্ণিত হ'ব। 'এক মই বহুভাৱে প্ৰকাশিত হ'ম' এই ভাৱটো বিদুৰিত হৈছে; কিন্তু মই যে অনাদিকালৰপৰা বহুত্বক স্বীকাৰ কৰি লৈছোঁ, অনাদি কালৰপৰা জীৱাত্মা মই বহুত্ব বিষয়ক সংস্কাৰ চিত্তক্ষেত্ৰত পোষণ কৰি আহিছোঁ, সেই সংস্কাৰতো দূৰীভূত হোৱা নাই। সেই সংস্কাৰেই অসুৰবিলাক। ৰজো গুণৰপৰাই ইয়াৰ অভিব্যক্তি হয়, যাৱতীয় কামনা-বাসনা আৰু ভগৱদ্‌গীতাত উল্লেখ কৰা দম্ভ, দৰ্প, অভিমান প্ৰভৃতি যাৱতীয় অসুৰ-সম্পদ এই ৰজো গুণৰেই স্থূল বিকাশ মাত্ৰ। সেইবাবে ৰজো গুণৰূপী মহিষাসুৰ এই অসুৰবিলাকৰ অধিপতি।

আকৌ আনপক্ষে ৰজো গুণৰ অন্তৰ্মুখী বিকাশসমূহেই দেৱতা। পুৰ বিদাৰক বা পুৰ ধ্বংসকাৰক যিজন তেওঁকেই পুৰন্দৰ বোলা হয়। পুৰ কি? পুৰ হৈছে দেহ। এই দেহৰূপ পুৰৰ নখন দুৱাৰ। এই নবদ্বাৰ বিশিষ্ট দেহৰূপ পুৰক বিদীৰ্ণ কৰি অৰ্থাৎ দেহত্ববোধ বিলয় কৰি দেহত্ৰয়াতীত, অৱস্থাত্ৰয়াতীত, গুণত্ৰয়াতীত, পৰমাত্ম সত্তাত সম্যকভাৱে মিলিত হোৱাৰ বাবে যি প্ৰয়াস সেই প্ৰয়াসৰূপ চেষ্টাকেই পুৰন্দৰ বোলা হয়। এই পুৰন্দৰেই দেৱতাসকলৰ অধিপতি। সমস্ত দেৱশক্তি অৰ্থাৎ অভয়, সত্ত্বশুদ্ধি,

দান, দম, তিতিক্ষা প্ৰভৃতি এওঁকে অনুসৰণ কৰে। যাৱতীয় দেৱভাৱ এই পুৰন্দৰৰ আদেশত চলে।

এই যুদ্ধ পূৰা ১০০ বছৰ চলিছিল। 'পূৰ্ণম্‌ব্দশতম্'। গোটেই জীৱনে এই যুদ্ধ চলে। মানুহৰ আয়ুৰ পৰিমাণ ১০০ বছৰ। আমাৰ জ্যোতিষশাস্ত্ৰমতে আয়ুৰ পৰিমাণৰ দুটা মত পোৱা যায়। ১০৮ বছৰ আৰু ১২০ বছৰ। কাৰো কাৰো আয়ুৰ পৰিমাণ ১০০ বছৰতকৈ বেছি হোৱা প্ৰমাণ এতিয়াও পোৱা যায়; কিন্তু সকলো যুগতে মানুহৰ সাধাৰণ আয়ুৰ পৰিমাণ ১০০ বছৰ। যোগ আদি শক্তিৰ প্ৰভাৱত কাৰো কাৰো আয়ুৰ পৰিমাণ ১০০ বছৰতকৈও বাঢ়ে আৰু ৰোগ আদি অনিয়ম-অত্যাচাৰৰ ফলত কমেও। সত্য যুগত এক লাখ বছৰ আয়ু আছিল—তাৰ তাৎপৰ্য বেলেগ। তেতিয়াৰ মাহ, বছৰ গণনাৰ লগত বৰ্তমানৰ মাহ, বছৰ গণনাৰো কিছু পাৰ্থক্য আছে।

পূৰ্ণ শতবৰ্ষ শব্দৰ তাৎপৰ্য এটি পূৰ্ণ মনুষ্য জীৱন। "শতং বৈ পুৰুষাণামায়ুঃ" বুলি শাস্ত্ৰত পোৱা যায়।

যিবিলাক মানুহে নিজৰ হৃদয় ক্ষেত্ৰত দেৱাসুৰ সংগ্ৰামৰ কথা চিন্তা কৰিবৰ ইচ্ছা নকৰে, চিন্তা কৰি মিছাকৈ অশান্তি ভোগ কৰিবৰ কি আৱশ্যক বুলি ভাৱে তেওঁলোকৰ পক্ষে সাধন-সমৰ নহয়। যিবিলাক লোক সুৰথ হৈছে, নিজৰ ৰাজ্যৰ পৰা বিচ্যুত হৈ নিজক উপলব্ধি কৰিছে সেইবিলাকৰ পক্ষে এই সংগ্ৰাম বা সাধন-সমৰ বৰ আনন্দদায়ক। চণ্ডীৰ আধ্যাত্মিক ব্যাখ্যাও তেওঁলোকৰ পক্ষে বৰ ফলদায়ক। ১। ২

**তত্ৰাসুৰৈৰ্মহাবীৰ্যৈৰ্দেৱসৈন্যং পৰাজিতম্।**
**জিত্বা চ সকলান্ দেৱানিন্দ্ৰোঽভূন্মহিষাসুৰঃ।। ৩।।**

**অন্বয় ঃ** তত্ৰ মহাবীৰ্যৈঃ অসুৰৈঃ দেৱ-সৈন্যং পৰাজিতম্। মহিষাসুৰং সকলান্ দেৱান্ জিত্বা ইন্দ্ৰঃ অভূৎ।। ৩।।

**অনুবাদ ঃ** সেই যুদ্ধত মহাবীৰ্য অসুৰবিলাকে দেৱসৈন্যবিলাকক পৰাজিত কৰে আৰু দেৱতাসকলক জয় কৰি মহিষাসুৰ ইন্দ্ৰ হৈছিল। ।। ৩।।

**ব্যাখ্যা ঃ** অসুৰ-বল অমিতবীৰ্য। বহু জন্ম ধৰি বৰ্হিমুখ কৰ্ম-প্ৰৱণতাৰ অভ্যাস। তাৰে ফলত আমালোকৰ চিত্ত অনবৰত ৰূপ-ৰসাদি বিষয়-ভোগৰপৰাহে আনন্দ লাভ কৰে। আমালোকৰ চিত্ত কোনোৰকমে অন্তৰ্মুখী বা ভগৱৎমুখী হ'বলৈ নিবিচাৰে, (নিৰ্ঢেউ) তৰঙ্গহীন উদাৰ ক্ষেত্ৰত এক লহমাৰ বাবেও থাকিব নোখোজে। এয়ে অসুৰবিলাকৰ অসীম বীৰ্যৱত্তাৰ লক্ষণ। আনপক্ষে দেৱসৈন্য—ভগৱৎমুখী বৃত্তিসমূহ অতি দুৰ্বল; কাৰণ সিহঁতৰ আবিৰ্ভাৱৰ সময় বেছিদিন হোৱা নাই। সত্তাৱপূৰ্ণ বৃত্তিবিলাক এতিয়া পৰিপুষ্ট হৈ উঠা নাই। এনে অৱস্থাত প্ৰথম প্ৰথম অসুৰবিলাকৰ দ্বাৰা দেৱশক্তি নিৰ্জিত হ'বই লাগিব। অন্তৰে অন্তৰে যদিও এটা ভগৱৎমুখী আকৰ্ষণ নিয়তভাৱে থাকে, তথাপি বিকৰ্ষণ অৰ্থাৎ অনুলোম গতিৰ প্ৰভাৱ যিমানদিন বেছি থাকে সিমানদিন এই যুদ্ধ উপলব্ধিত নাহে। তাৰ পাছত যেতিয়া ভগৱৎ কৃপাত ধীৰে

ধীৰে আকৰ্ষণ শক্তি অলপ প্ৰবল হ'বলৈ ধৰে, তেতিয়া বিৰোধী দলৰ লগত সংঘৰ্ষ হয়। এই সংঘৰ্ষৰে প্ৰথম ফল পৰাজয়।

যেতিয়া দেৱতাসকল পৰাজিত, তেতিয়া মহিষাসুৰে (ৰজো গুণৰ বহিৰ্বিকাশে) ইন্দ্ৰত্ব লাভ কৰিলে। সমস্ত দেৱশক্তিৰ ওপৰত প্ৰভুত্ব লাভ কৰিলে। মহিষাসুৰ ইমান দিন মাথোন অসুৰ শক্তিৰ পৰিচালক আছিল। এইবাৰ দেৱশক্তিও তাৰ অধীন হ'ল।

ৰজো গুণৰ অন্তৰ্মুখী চৰম পৰিণতিৰ ফল—পৰবৈৰাগ্য। যাৱতীয় শক্তি প্ৰৱাহক সম্যকভাৱে সংহৰণ কৰাই ৰজো গুণৰ অন্তৰ্মুখী ক্ৰিয়া। ইয়াৰে নাম পুৰন্দৰ। এই পুৰন্দৰ (পুৰ-বিদাৰণকাৰী) যেতিয়া দেৱশক্তিৰ অধিপতি হৈ থাকে তেতিয়া বহিৰ্মুখী বৃত্তি-প্ৰৱাহৰ সংহৰণ কাৰ্য পূৰ্ণৰূপে চলি থাকে। তাৰেই ফল হয়—পৰ-বৈৰাগ্য। এইবাৰ মহিষে দেৱলোকৰ আধিপত্য লাভ কৰিছে। বাহিৰৰ ফালে অৰ্থাৎ বিষয়ৰ ক্ৰিয়াশীলতাই তাৰ স্বভাৱ; সেই কাৰণে দেৱশক্তিসমূহকো সি বহিৰ্মুখ কৰি পেলাব। দয়া, ক্ষমা, উদাৰতা, নিস্পৃহতা প্ৰভৃতি দেৱভাৱ অসুৰৰ দ্বাৰা নিৰ্জিত হৈ থাকিলে পৰ-বৈৰাগ্যৰ আশা নাই। কাৰ্যতঃ যাৱতীয় কৰ্মৰ বীজ ধ্বংস নহ'লে আন একোতেই পৰ-বৈৰাগ্য উপস্থিত হ'ব নোৱাৰে।

স্পষ্টতৰ কথা ইমানেই যে ৰজো গুণৰ দুটা দিক্। এটা দিক্ হৈছে পৰ-বৈৰাগ্য আৰু আনটো দিক্ হৈছে ভোগাসক্তি। সেই দুটাই হৈছে পুৰন্দৰ আৰু মহিষাসুৰ। পৰ-বৈৰাগ্যৰ স্বৰূপ—সৰ্বস্বত্যাগ, দেহ, মন, ইন্দ্ৰিয় পৰ্যন্ত পৰিত্যাগ। ভোগাসক্তিৰ স্বৰূপ—সৰ্বস্ব গ্ৰহণ। পুৰন্দৰে বিচাৰে মোক্ষ—মহিষে বিচাৰে ভোগ। যিমান দিন মোক্ষ বাসনা প্ৰবল নহয়, সিমানদিন মহিষৰদ্বাৰা পুৰন্দৰ নিৰ্জিত হ'বই। মহিষে ইন্দ্ৰত্ব লাভ কৰিবই।

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব। মধ্যম চৰিতত আমি যিমান অসুৰৰ নাম পাম—সেইবিলাক হৈছে—মহিষাসুৰ—অসুৰৰ ৰজা আৰু চিক্ষুৰ, চামৰ, উদগ্ৰ, কৰাল, উদ্ধত, বাস্কল, তাম্ৰ, অথাক, উগ্ৰাস্য, উগ্ৰবীৰ্য, মহাথনু, বিড়াল, দুৰ্দ্ধৰ, দুৰ্মুখ আৰু অসিলোমা। যথাক্ৰমে এওঁলোকক ৰজোগুণ, বিক্ষেপ, আৱৰণ, দৰ্প, ভয়, দম্ভ, ভোগাভিলাষ, লোভ, মোহ, ক্ৰোধ, শাৰীৰিক বল, অভিমান, দোষ-দৃষ্টি, অক্ষমা, নিষ্ঠুৰতা আৰু দ্বেষ নামে ব্যাখ্যা কৰা হ'ব। ৩।।

**ততঃ পৰাজিতাঃ দেবাঃ পদ্মযোনিং প্ৰজাপতিম্।**
**পুৰস্কৃত্য গতাস্তত্ৰ যত্ৰেশগৰুড়ধ্বজৌ।। ৪।।**

**অন্বয় ঃ** ততঃ পৰাজিতাঃ দেবাঃ পদ্মযোনিং প্ৰজাপতিং পুৰস্কৃত্য যত্ৰ ঈশ-গৰুড়ধ্বজৌ (স্তঃ) তত্ৰ গতৌ।। ৪।।

**ঈশ-গৰুড়ধ্বজৌ = শিব আৰু বিষ্ণু।**

**অনুবাদ ঃ তাৰ পাছত পৰাজিত দেৱতাসকলে পদ্মযোনি প্ৰজাপতিক আগত লৈ য'ত শিব আৰু বিষ্ণু আছিল তালৈ গ'ল। ৪।।**

**ব্যাখ্যা ঃ পদ্মযোনি ব্ৰহ্মা। এওঁ সকলো ভাৱৰে অধিপতি; সেইবাবে এওঁক প্ৰজাপতি বোলা হয়। ভাৱ আৰু প্ৰজা একেই কথা। উপনিষদত কোৱা আছে—উভয়ে**

প্ৰাজাপত্যাঃ—অৰ্থাৎ সুৰ আৰু অসুৰ উভয়ে প্ৰজাপতিৰ পৰা সঞ্জাত। দেৱশক্তি আৰু অসুৰ শক্তি উভয়ৰে মনৰ ভাৱ।

নাভিৰ পৰা নিম্নভাগ অসুৰৰ ক্ষেত্ৰ আৰু তাৰ উৰ্দ্ধভাগ দেৱ-ক্ষেত্ৰ। মনৰ যি অংশত অসুৰৰ আধিপত্যৰ বিস্তাৰ হয়, সেই অংশ প্ৰজাপতি হ'লেও পদ্মযোনি নহয়। নাভিকমলৰ পৰাহে ব্ৰহ্মাৰ উৎপত্তি। মনৰ যি অংশ পৰমাত্মাভিমুখী হৈছে, যি অংশত যথাৰ্থতঃ মাতৃলাভ (ব্ৰহ্ম লাভৰ) বাসনা ফুটি উঠিছে সেয়েহে পদ্মযোনি। সেই পদ্মযোনি ব্ৰহ্মাক আগত লৈ দেৱতাসকল অৰ্থাৎ ইন্দ্ৰিয়াধিষ্ঠিত চৈতন্যবৃন্দ বিষ্ণু আৰু শিৱৰ ওচৰত উপস্থিত হ'লগৈ। বিষ্ণু—প্ৰাণশক্তি, শিৱ—জ্ঞানশক্তি। বিষ্ণুৰ স্থান—হৃদয়-পদ্ম আৰু শিৱৰ স্থান ললাট। সেইবাবে পৰাজিত দেৱতাসকল পদ্মযোনিক লৈ শিৱ আৰু বিষ্ণুৰ ওচৰত উপস্থিত হ'লগৈ। ইয়াৰ তাৎপৰ্য এয়ে যে পৰমাত্মাভিমুখী ইন্দ্ৰিয় শক্তি-সমন্বিত মন আসুৰিক ভাৱৰ দ্বাৰা উৎপীড়িত হৈ প্ৰাণ আৰু জ্ঞানৰ (বুদ্ধি-সমন্বিত জ্ঞান বা বুদ্ধি) ওচৰত উপস্থিত হ'ল। সহজে উপলব্ধি কৰিব পৰা এইখিনি কথাকে আমি নুবুজাত আমাৰ যে এনেকুৱা নৈৰাশ্য উপস্থিত হয়, তাৰ কাৰণ হৈছে আমি গোটেই মনটো ঢালি দি ঈশ্বৰাভিমুখীও হ'ব নোৱাৰোঁ আৰু গোটেই মনটো ঢালি দি জগদ্‌ভোগো কৰিব নোৱাৰোঁ। মনৰ এফালে মাতৃ-দৰ্শন (ভগবদ্ দৰ্শন) আকাঙ্ক্ষা থাকে আৰু আনফালে স্ত্ৰী-পুত্ৰাদিৰ লগত বিলাস-ভোগৰো আকাঙ্ক্ষা থাকে। এফালে দেৱৰাজ পুৰন্দৰৰ কৰ্তৃত্ব, আনফালে অসুৰৰাজ মহিষাসুৰৰ আধিপত্য-উৎপীড়ন। এই উৎপীড়নৰ ফলত প্ৰথমতে দেৱশক্তি নিৰ্জ্জিত হয়। প্ৰাণ আৰু জ্ঞানশক্তি সম্যকভাৱে মাতৃমুখী (ভগবদ্‌মুখী) নহ'লে মনৰ পূৰ্ণবল লাভ কৰিব পৰা নাযায়। সেইবাবে মনে বাধ্য হৈ প্ৰাণ আৰু জ্ঞানৰ শৰণাপন্ন হ'বলগা হয়। ইতিপূৰ্বে যি প্ৰাণ উদ্বুদ্ধ হৈ মধু-কৈটভক নিধন কৰিছে আৰু যি বিজ্ঞানময় গুৰু মেধস্‌ৰূপে আত্মপ্ৰকাশ কৰি ধীৰে ধীৰে অজ্ঞান দূৰ কৰি দিব ধৰিছে তেওঁলোকৰ শৰণাপন্ন হ'ব পাৰিলে, তেওঁলোকৰ চৰণত পূৰ্ণভাৱে আত্মনিবেদন কৰিব পাৰিলে নিশ্চয় এই অসুৰ অত্যাচাৰ বিদূৰিত হ'ব। এয়ে প্ৰজাপতিৰ আশা।

মন কেনেকৈ প্ৰাণ আৰু জ্ঞানৰ শৰণাপন্ন হ'ব? প্ৰাণ আৰু জ্ঞানশক্তিৰ সত্তা নাথাকিলে মনৰ সুকীয়া সত্তা নাই। মন সম্যকভাৱে প্ৰাণ আৰু জ্ঞানশক্তিৰ সত্তাতে সত্তাবান্—এই উপলব্ধিয়েই মনৰ শৰণাগত হোৱা। জীৱে যিমানদিন 'মই ভাৱ'ক শক্তভাৱে ধৰি ৰাখে, যিমানদিন অভিমানৰ উচ্চ শিৰ কোনোপধ্যে অৱনত হ'বলৈ ইচ্ছা নকৰে, সিমানদিন এই শৰণাগত ভাৱ কেতিয়াও নাহে। এই শৰণাগত ভাৱ আৰু আত্ম-নিবেদন একেই কথা। নিজকে তৃণৱৎ গণ্য কৰি, নিজৰ কোনো ক্ষমতাও নাই, কৰ্তৃত্বও নাই, নিজে সম্পূৰ্ণ দুৰ্বল, সম্পূৰ্ণ অজ্ঞান—এইবুলি নিজকে বিজ্ঞানময় গুৰুৰ চৰণত অৰ্পণ কৰিব লাগিব। ইয়াৰেই নাম আত্ম-নিবেদন। যিবিলাকে বহুদিন ধৰি কঠোৰ সাধনা কৰি অমৃতৰ সন্ধান নাপায়, তেওঁলোকৰ সাধনা আত্ম-নিবেদনৰূপ ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। আত্ম-নিবেদন নহ'লে সাধনাৰ আৰম্ভই নহয়। আত্ম-নিবেদন বা আত্মদান নহ'লে কেতিয়াও আত্মলাভ (মাতৃলাভ বা ভগৱৎ-লাভ) একেবাৰেই নহয়।

শৰণাগতভাৱেই সৰ্ববিধ সাধনাৰ একমাত্ৰ উদ্দেশ্য, একমাত্ৰ আলম্বন—এয়ে সকলো শাস্ত্ৰৰে সিদ্ধান্ত। সেইবাবে স্বয়ং ভগবানেও অৰ্জুনক কৈছে—মামেব শৰণং ব্ৰজ—একমাত্ৰ মোতেই শৰণ লোৱা। সেইবাবে আমি ইয়াত দেখিবলৈ পাওঁ যে প্ৰজাপতিও ঈশ (শিৱ) আৰু গৰুড় ধ্বজৰ (বিষ্ণুৰ) শৰণাগত হ'ল।। ৪।।

যথাবৃত্তং তয়োস্তন্মহিষাসুৰচেষ্টিতম্।
ত্ৰিদশাঃ কথয়ামাসুৰ্দেৱাভিভৱবিস্তৰম্।। ৫।।

**অন্বয় ঃ** ত্ৰিদশাঃ তয়োঃ মহিষাসুৰ চেষ্টিতম্ দেৱ-অভিভৱ-বিস্তৰম্ যথাবৃত্তং তৎ-বৎ কথয়ামাসুঃ।। ৫।।

তয়োঃ (শিৱ আৰু বিষ্ণুৰ ওচৰত প্ৰাণ আৰু জ্ঞান-শক্তিৰ ওচৰত)। যথাবৃত্তং (যেনেদৰে ঘটিছিল)।

**অনুবাদ ঃ** (তাৰ পাছত) দেৱতাসকলে তেওঁলোকৰ পৰাভৱ কাহিনী (মহিষাসুৰৰ কাৰ্য-কলাপ আৰু দেৱতাসকলৰ পৰাজয় বিৱৰণ) যথাযথৰূপে বৰ্ণনা কৰিলে।। ৫।।

**ব্যাখ্যা ঃ** অসুৰৰ অত্যাচাৰত উৎপীড়িত মনে প্ৰাণ আৰু জ্ঞান-শক্তিৰ শৰণাপন্ন হৈ, বহিৰ্মুখী প্ৰবৃত্তিৰ অত্যাচাৰ কাহিনী আৰু নিবৃত্তিমুখী বৃত্তিসমূহৰ দুৰৱস্থাৰ কথা যথাযথভাৱে জনাবলৈ ধৰে, অৰ্থাৎ মনৰ সাহায্যৰে প্ৰাণ আৰু জ্ঞানে বিক্ষেপ শক্তিৰ যাৱতীয় কাৰ্য-বিৱৰণ পৰিজ্ঞাত হয়। প্ৰাণ ভোক্তা আৰু জ্ঞান প্ৰকাশক। মনে যিবিলাক বিষয় আহৰণ কৰে তাকে প্ৰকাশ কৰাই হৈছে জ্ঞানৰ (বুদ্ধিৰ) কাৰ্য। (জ্ঞানৰ অৰ্থ ব্ৰহ্মজ্ঞান বুলি ইয়াত কোৱা নাই—জ্ঞান বুদ্ধিৰ অৰ্থতহে ইয়াত ব্যৱহৃত)। সেই প্ৰকাশিত বিষয়সমূহৰ সংস্পৰ্শত যি সুখ বা দুঃখ ভোগ সেয়ে প্ৰাণৰ কাৰ্য। এক কথাত—মন আহৰ্ত্তা (সংগ্ৰাহক) বা স্ৰষ্টা; প্ৰাণ কৰ্তা বা ভোক্তা; জ্ঞান প্ৰকাশক বা লয়কাৰক। ইন্দ্ৰিয়ৰ সহায়ত যি বিষয় প্ৰকাশ হয় তাৰ পৰ্যাৱসান (শেষ) হয় বুদ্ধি-তত্ত্বত। বুদ্ধিৰ সিপাৰে বৈষয়িক প্ৰকাশ নাই। এই কাৰণে বুদ্ধিক প্ৰলয়ৰ দেৱতা বোলা হয়।

মনে অসুৰৰ অত্যাচাৰৰ কাহিনী প্ৰাণ আৰু জ্ঞানৰ ওচৰত বিবৃত কৰিলে। ইমানদিনে মনৰ মাজত যেনে ইচ্ছা ফুটি উঠিছে তাকেই বুদ্ধিৰ আলোকত আলোকিত কৰি মনে প্ৰাণক উপহাৰ দিছে। প্ৰজাপতিয়ে ইমানদিন তেওঁৰ চিৰাভ্যস্ত কাৰ্যকে কৰি গৈ আছিল। সেইবাবে প্ৰাণ আৰু জ্ঞানেও তাক অসুৰৰ অত্যাচাৰ হিচাবে গ্ৰহণ কৰা নাছিল; কিন্তু আজি স্বয়ং মনেই বৈষয়িক প্ৰকাশক আসুৰিক অত্যাচাৰৰূপে বৰ্ণনা কৰিছে। ইয়াৰ বাহিৰেও প্ৰাণশক্তিৰো (মধুকৈটভ বধৰ সময়ত) যোগ নিদ্ৰা ভঙ্গ হৈছে, জ্ঞান-শক্তিও বিজ্ঞানময় গুৰুৰূপে আত্মপ্ৰকাশ কৰিছে; সেইবাবে প্ৰাণ আৰু জ্ঞানশক্তিয়ে মনৰ বৈষয়িক স্পন্দনবোৰ যদিও ইমানদিনে অত্যাচাৰ হিচাবে গ্ৰহণ কৰা নাই, এতিয়া স্পষ্টকৈ বুজিব পাৰিছে যে সেই বৈষয়িক স্পন্দনবোৰ অসুৰৰ অত্যাচাৰত বাদে আন একো নহয় আৰু স্পষ্ট ভাষাত ইয়াৰ অৰ্থ এনেকুৱা—যিমানদিন ৰূপ-ৰস বিষয়কে বা কামিনী-কাঞ্চনকে (স্ত্ৰী-সম্ভোগ আৰু ধন-লিপ্সাকে) পৰম পুৰুষাৰ্থৰূপে

বোধ কৰা যায় সিমানদিন মন, প্ৰাণ আৰু জ্ঞান সৰ্বতোভাৱে তাতেই মুগ্ধ থাকে। তাৰ পাছত যেতিয়া প্ৰজ্ঞা-চক্ষু ধীৰে ধীৰে উন্মীলিত হ'বলৈ ধৰে, তেতিয়া সেই মন, প্ৰাণ আৰু জ্ঞানেই সেইবিলাকক আসুৰিক স্পন্দন বুলি বুজিব পাৰে।

জীৱে প্ৰবৃত্তিৰ তাড়নাত নিতান্ত উৎপীড়িত হৈ ইফালে-সিফালে ঘূৰি ফুৰে। প্ৰবৃত্তিক দমন কৰিবলৈ কঠোৰ হঠযোগাদিও অৱলম্বন কৰে। হঠযোগাদিৰ যি সাধন সেই সাধনকে উদ্দেশ্য বুলি লয়; কিন্তু সি উপায়হে মাথোন। জীৱৰ উদ্দেশ্য সাধনৰ উপায় হৈছে—প্ৰজাপতিৰ নিচিনা হৃদয়ত অনুভূত হোৱা চৈতন্যৰ—প্ৰাণৰ শৰণাগত হোৱা। অন্তৰস্থিত জ্ঞানময় গুৰুৰ শৰণ লোৱা। বিষয়-বাসনাত সম্পূৰ্ণ বীতশ্ৰদ্ধ হ'ব লাগিব। "হে গুৰো! তুমিয়েই মোৰ একমাত্ৰ গতি, একমাত্ৰ ভৰ্ত্ত (পোষণ-কৰ্তা), নিয়ন্তা, শুভাশুভ দ্ৰষ্টা, নিবাস, ৰক্ষক, উপকাৰ কৰ্তা, সৃষ্টি কৰ্তা, সংহৰ্তা, আধাৰ স্থান, লয় স্থান আৰু অবিনাশী কাৰণ (গতিৰ্ভৰ্ত্তা প্ৰভুঃ সাক্ষী নিবাসঃ শৰণং সুহৃৎ। প্ৰভবঃ প্ৰলয়ঃ স্থানং নিধানং বীজমব্যয়ম্।। ৯।১৮ গীঃ)" —এই ঐকান্তিকতাৰে শৰণাগত হ'ব লাগিব। ইয়েই আচল ক্ৰন্দন। স্ত্ৰীজনোচিত ৰোদন দুৰ্বলতা মাত্ৰ। তেনে ৰোদন সত্য প্ৰতিষ্ঠাৰ বিৰোধী।। ৫।।

**সূৰ্যোন্দ্ৰাগ্ন্যনিলেন্দূনাং যমস্য বৰুণস্য চ।**
**অন্যেষাঞ্চাধিকাৰান্ স স্বয়মেবাধিতিষ্ঠিতি।। ৬।।**

**অন্বয় ঃ** সূৰ্য-ইন্দ্ৰ-অগ্নি-অনিল ইন্দূনাং যমস্য বৰুণস্য চ অন্যেষাং চ অধিকাৰান্ সঃ স্বয়মেব অধিতিষ্ঠতি।। ৬।।

**অনুবাদ ঃ** সূৰ্য, ইন্দ্ৰ, অগ্নি, বায়ু, চন্দ্ৰ, যম, বৰুণ আৰু অন্য অন্য দেৱতাসকলৰ অধিকাৰসমূহত নিজেই অধিষ্ঠিত হৈছে। ৬।।

**ব্যাখ্যা ঃ** এই দুটা মন্ত্ৰত দেৱতাসকলৰ অভিনৱ কাহিনী বৰ্ণনা কৰা হৈছে। সূৰ্য্য—চক্ষুৰ অধিপতি দেৱতা; ইন্দ্ৰ—পাণি-ইন্দ্ৰিয়ৰ (হস্তদ্বয়ৰ) অধিপতি দেৱতা; অগ্নি—বাক্ ইন্দ্ৰিয়ৰ অধিপতি; অনিল—ত্বক্ ইন্দ্ৰিয়ৰ দেৱতা; ইন্দু—মনৰ অধিপতি; যম—পায়ু (মলদ্বাৰ) ইন্দ্ৰিয়ৰ দেৱতা আৰু বৰুণ—বাসনা (জিভা) ইন্দ্ৰিয়ৰ দেৱতা। তাত বাদেও অন্য অন্য দেৱতাবৰ্গৰ যি যি বেলেগ বেলেগ অধিকাৰ আছিল সেই সেই অধিকাৰত মহিষাসুৰ স্বয়ং অধিষ্ঠিত হৈছে।

দেৱতা তত্ত্ব কি? চৈতন্যৰ যি বিশেষ বিশেষ অৱস্থা সেয়ে দেৱতা পদবাচ্য। চৈতন্যৰ যেতিয়া এই বিশেষ অৱস্থাবোৰ নাথাকে, তেতিয়া তেওঁ নিৰঞ্জন, নিৰ্গুণ ইত্যাদি পদৰ দ্বাৰা অভিহিত হয়। কোনো বিশেষ ভাৱযুক্ত হৈ যেতিয়া প্ৰকাশ পায় তেতিয়া তেওঁ সেই বিশেষ দেৱতা। চৈতন্যৰ যি অংশ 'মই সূৰ্য্য' বুলি প্ৰকাশিত হয় তেতিয়া তেওঁ সূৰ্য্যদেৱ। চৈতন্যৰ যি অংশ 'মই বুদ্ধি' ৰূপ প্ৰতিভাত হয় তেতিয়া তেওঁ বুদ্ধিৰ অধিপতি দেৱতা—অচ্যুত। যি চৈতন্য 'মই সৃষ্টি-কৰ্তা' এইবুলি বোধ কৰে, তেতিয়া তেওঁ ব্ৰহ্মা। এইদৰে চৈতন্যৰ বিভিন্ন প্ৰকাশত চৈতন্য বিভিন্ন

দেৱতাৰূপে প্ৰতিভাত হৈছে। সেই দেৱতাসকলৰ সংখ্যা পুৰাণাদি শাস্ত্ৰত ত্ৰিশ বা তেত্ৰিশ কোটি বুলি বৰ্ণিত হৈছে।

পুৰাণাদি শাস্ত্ৰৰ বৰ্ণনা এইৰূপ—আমাৰ দহ বা একাদশ ইন্দ্ৰিয় (মনটোও এটা ইন্দ্ৰিয়) সত্ত্ব, ৰজঃ আৰু তমো গুণৰ দ্বাৰা গুণিত হৈ ত্ৰিশ বা তেত্ৰিশ কোটি সংখ্যা পাইছেগৈ। 'কোটি' শব্দৰ অৰ্থ—বহু, অসংখ্য। চিৎপ্ৰৱাহ বা চৈতন্যৰ প্ৰৱাহ চক্ষু আদি ইন্দ্ৰিয়ৰূপে প্ৰকাশ পায়। সেইবাবে চক্ষু আদিৰ অধিপতি সূৰ্য আদি দেৱতা।

চক্ষু আদি ইন্দ্ৰিয়ৰূপে যি চিৎপ্ৰৱাহ প্ৰকাশিত হৈ আছে তাতে মনটো নিবিষ্ট কৰিলে সূৰ্য্য আদি দেৱতাৰ স্বৰূপ বা শক্তি প্ৰত্যক্ষ কৰা যায়। সেই ৰূপ ধ্যান লাগে। ধ্যান-মন্ত্ৰৰ অনুভৱ উপলব্ধি লাগে। সেই সেই দেৱতাৰ শক্তিক প্ৰতীকৰূপে ধৰি লৈ ব্ৰহ্মভাৱত উপাসনা কৰিব লাগে! ব্ৰহ্ম এটা অদ্ভুত অজ্ঞেয় বস্তু নহয়। যাৰপৰা এই জগতৰ জন্ম, সৃষ্টি আৰু লয় হয় (জন্মাদ্যস্য যতঃ) তেৱেঁই সৰ্বাপেক্ষা বৃহৎ—বৃহৎ বাবেই তেওঁ ব্ৰহ্ম। তেওঁ আমাৰ সমুখত বিভিন্ন ইন্দ্ৰিয়ৰ অধিষ্ঠাতৃ দেৱতা হিচাবে প্ৰতীক স্বৰূপত অৱস্থান কৰি আছে। এই প্ৰতীক ৰূপকে কেন্দ্ৰ কৰি সৃষ্টি, স্থিতি আৰু লয় দেৱতা হৈ সমগ্ৰ বিশ্ব ব্যাপি আছে আৰু মোৰ নিজৰ আৰু সমস্ত ভূতবৰ্গৰ অন্তৰৰূপে বিৰাজ কৰি আছে। এই বোধ প্ৰৱাহক ধৰি ৰখাকেই ব্ৰহ্মৰ প্ৰতীক ৰূপে উপাসনা কৰা বোলে।

মহিষাসুৰৰ অধিকাৰ কি?

চক্ষু আদি ইন্দ্ৰিয়বিলাক সাধাৰণতঃ জড়ত্ব প্ৰিয়, জড় বস্তুতে আকৃষ্ট আৰু জড়ভাৱেই পৰিচালিত হৈ থাকে। সেয়ে মহিষাসুৰৰ অত্যাচাৰ। মহিষাসুৰে সূৰ্য্য আদি দেৱতাসকলৰ অধিকাৰ অপহৰণ কৰিছে। এই মন্ত্ৰ-শ্লোকত এয়ে স্থূল কথা। ইন্দ্ৰিয়াধিপতি দেৱতাসকলে চিৎভাৱে—পৰমাত্মা সংযোগ ভাৱ পাহৰি স্থূল অভিমানী জড়ত্বপ্ৰিয় হৈ পৰিছে—জড় শক্তিৰূপে প্ৰতিফলিত হৈছে। ইন্দ্ৰিয়বৰ্গই পৰমাত্মমুখী গতি পৰিত্যাগ কৰি বিষয়াভিমুখে আকৃষ্ট হৈছে। এইটো কাৰ প্ৰভাৱ? সেই মহিষাসুৰৰ প্ৰভাৱ—ৰজো গুণৰ প্ৰভাৱ।

এই প্ৰভাৱৰ কবলৰ পৰা মুক্তি পাবৰ উপায় কি?

উপায় হৈছে চক্ষু, কাণ, মন আদি ইন্দ্ৰিয়ক জড়ত্বৰ আকৰ্ষণৰপৰা আঁতৰত ৰখা। সমগ্ৰ জগতৰ ভিতৰত যত ৰূপ আছে সমস্তই জগন্ময়ী মাতৃৰ ৰূপ—অসীম চৈতন্য বা পৰম ব্ৰহ্মৰে প্ৰতীক ৰূপ। সেই জগন্ময়ী মাতৃৰ ৰূপ দৰ্শনৰ অভ্যাস কৰিব লাগে। ৰূপৰ নিচিনা ৰস, শব্দ, স্পৰ্শ আৰু গন্ধ আদি ক্ষেত্ৰতো অভ্যাস কৰিব লাগে। সকলো ৰসেই মাতৃৰ স্তন-দুগ্ধ, সকলো প্ৰকাৰ শব্দই মাতৃৰ কণ্ঠস্বৰ, সকলো স্পৰ্শই মাতৃ-আলিঙ্গনৰ স্পৰ্শ আৰু সকলো প্ৰকাৰ গন্ধই (দুৰ্গন্ধও) মাতৃ দেহৰে গন্ধ বুলি ভাবিবলৈ অভ্যাস কৰিব লাগে। ইন্দ্ৰিয়বৰ্গৰ জড়মুখী আৰু চৈতন্যমুখী উভয় ভাৱেই আছে। জড়ত্বৰ পৰা আঁতৰ কৰি আনি চৈতন্যমুখী কৰিবৰ যত্ন কৰিব লাগে। এই উভয় ভাৱৰ সংঘাতেই হৈছে দেৱাসুৰৰ সংগ্ৰাম। মহিষাসুৰৰ লগত সংগ্ৰামৰ অৰ্থ হৈছে যে জড়ৰ দ্বাৰা চৈতন্য উৎপীড়িত হৈছে। চৈতন্যৰ প্ৰতীক দেৱতাবৰ্গ ৰজো গুণৰ পৰা উদ্ভৱ হোৱা জড় ভাৱৰ

প্ৰতীক অসুৰবৰ্গৰ দ্বাৰা অত্যাচাৰিত হৈছে আৰু স্ব-স্ব অধিকাৰৰ পৰা বঞ্চিত হৈছে। জড়ত্ব বোধৰ নাম বন্ধন। ই অসুৰ ভাব। চৈতন্য উপলব্ধিৰ নাম মুক্তি। সেয়ে দেৱভাব।৬।।

**স্বৰ্গান্নিৰাকৃতাঃ সৰ্বে তেন দেৱগণা ভুবি।**
**বিচৰন্তি যথা মৰ্ত্ত্যা মহিষেণ দুৰাত্মনা।। ৭।।**

**অন্বয় ঃ** তেন দুৰাত্মনা মহিষেণ সৰ্বে দেৱগণাঃ স্বৰ্গাৎ নিৰাবৃত্তাঃ যথা মৰ্ত্ত্যাঃ ভুবি বিচৰন্তি।। ৭।।

**অনুবাদ ঃ** সেই দুষ্ট স্বভাৱ মহিষাসুৰৰ দ্বাৰা বিতাড়িত হৈ দেৱতাসকলে মানুহৰ দৰে পৃথিৱীত বিচৰণ কৰিব ধৰিছে। ৭।।

**ব্যাখ্যা ঃ** মহিষাসুৰ দুৰাত্মা—অসৎ প্ৰকৃতি। ৰূপ, ৰস আদি সম্ভূত সুখ ভোগ কৰাটোৱে যেতিয়া আত্মাৰ স্বৰূপ বুলি প্ৰতিভাত হয়, তেতিয়া সেই আত্মাক দুৰাত্মা বুলি কোৱা হয়। প্ৰাক্তন কৰ্মৰ অৰ্থাৎ পূৰ্বজন্মৰ কৰ্মৰ বীজসমূহে আত্মাক সেইদৰে অসৎ ভাৱত প্ৰতিভাত কৰিবলৈ সদায় উন্মুখ হৈ থাকে আৰু তাৰ মূল কেন্দ্ৰ হৈছে ৰজো গুণ। ৰজো গুণৰ প্ৰভাৱত অসুৰ ভাৱৰ বৃদ্ধি হোৱাত দেৱভাৱ পৰাজিত হয়, তেতিয়া জীৱৰ স্বাভাৱিক চৈতন্য প্ৰৱাহ বাধাপ্ৰাপ্ত হয়; আনকি ইন্দ্ৰিয়াধিষ্ঠিত চৈতন্যবৰ্গ বিতাড়িত হয়। ইন্দ্ৰিয়বিলাক অচেতন হৈ পৰে। ৰজো গুণোত্তৰ অসুৰ ভাৱবোৰে জীৱৰ আত্মাক চৈতন্যৰ অমৃতময় অনুভূতি-সুখ ভোগ কৰিব নিদি জীৱক বিষয়-সুখত নিযুক্ত কৰি স্বৰ্গ-সুখৰ পৰা বঞ্চিত কৰে। এই মন্ত্ৰত চৈতন্যৰ অংশ স্বৰূপ দেৱতাসকলক অৰ্থাৎ দেৱভাৱবোৰক স্বৰ্গৰপৰা বিতাড়িত কৰা বুলি মহিষাসুৰ আৰু মহিষাসুৰৰ অনুচৰবৰ্গই অৰ্থাৎ অসৎ ভাৱবোৰে বিতাড়িত কৰা বুলি কৈছে। দেৱতাসকল যদি স্বৰ্গৰপৰা বিতাড়িত হয়, তেন্তে পৃথিৱীলৈ আহিবই লাগিব। দেৱ ভাৱবোৰক যদি জীৱৰ ইন্দ্ৰিয়বোৰে অনুভৱ কৰিব নোৱাৰে, অসুৰ ভাৱবোৰে দেৱ ভাৱবোৰৰ স্থান অধিকাৰ কৰি লয়। দেৱতাসকল যদি স্বৰ্গৰপৰা বিতাড়িত হৈ পৃথিৱীলৈ আহিব লগা হয়, তেওঁলোকেও মানুহৰ দৰে বিচৰণ কৰিবলগা হয়। মুঠ কথা জীৱে বিষয়-ভোগৰ কাৰণে চৈতন্যৰ প্ৰভাৱৰপৰা বিতাড়িত হয়। জড়ত্বৰ প্ৰভাৱত পৰি বন্ধনযুক্ত হৈ পৰে। চৈতন্য শক্তি বা চেতনাবোধে জীৱাত্মাক মুক্তিৰ পথেদি গতি কৰায় আৰু পাৰ্থিৱ সুখান্বেষণৰ জড়ত্ব শক্তিয়ে বন্ধনৰ পথেদি গতি কৰায়।

স্বৰ্গ কাক বোলে? সুকৃতিৰ দ্বাৰা যিটো অৰ্জন কৰা যায় সেয়ে স্বৰ্গ। (সু—অৰ্জ্ + ঘঞ্ = স্বৰ্গ) দেৱতাসকল সৰ্বব্যাপি যি পৰম চৈতন্য (দেৱতাসকল চৈতন্যৰ অংশ হোৱা বাবে) তাৰ লগত সংযুক্ত। জড়ত্বৰ প্ৰবল আকৰ্ষণত বা পাৰ্থিৱ সুখৰ (কাম-কাঞ্চনৰ) প্ৰবল আকাঙ্ক্ষাত জীৱৰ চৈতন্যবৰ্গই চৈতন্য ভাব উদ্বুদ্ধ কৰিব নোৱাৰা হয়। দেৱতাসকলৰ (দেৱসমূহৰ) সেয়ে পৰাজয় আৰু সেয়ে বিতাড়িত হোৱা। পৰাজিত, বিতাড়িত হৈ মানুহৰ লগত একে শ্ৰেণীভুক্ত হৈ যায়। সৰ্বসাধাৰণ লোকৰ ভিতৰত সকলোৱে জড়ত্ব বা পশুত্ব পায়, দেৱত্বহীন হয়।৭।।

**এতদ্বঃ কথিতং সৰ্বমমৰাৰিবিচেষ্টিতম্।**
**শৰণঞ্চ প্ৰপন্নাঃ স্মো বধস্তস্য বিচিন্ত্যতাম্।। ৮।।**

**অন্বয় ঃ** এতৎ সৰ্বং অমৰ-অৰি বিচেষ্টিতম্ বঃ কথিতং চ শৰণং প্ৰপন্নাঃ স্মঃ। তস্য বধঃ বিচিন্ত্যতাম্।। ৮।।

**অনুবাদ ঃ** দেৱতাসকলৰ শত্ৰু অসুৰবিলাকৰ এইবোৰ দৌৰাত্মৰ কথা আপোনালোকৰ আগত প্ৰকাশ কৰিলোঁ আৰু আমি আপোনালোকৰ শৰণাপন্ন হলোঁ। (দেৱতাসকলে ব্ৰহ্মাক আগত লৈ শিৱ আৰু বিষ্ণুৰ আগত এই নিবেদন কৰিছে।) ৮

**ব্যাখ্যা ঃ** মহিষাসুৰ—অমৰাৰি, অমৰত্বৰ বিৰোধী। অমৃত লাভৰ বিৰোধী। মহিষাসুৰৰ অত্যাচাৰত দেৱতাবৰ্গ উৎপীড়িত হৈছে। দেৱতাসকলে এতিয়া জড়ভাৱৰ পৰা মুক্ত হ'বলৈ ইচ্ছা কৰিছে। সেইবাবে বিষ্ণু আৰু শিৱৰ শৰণাপন্ন হৈছে। শৰণাগতভাৱেই সকলো প্ৰকাৰ সাধনাৰ একমাত্ৰ অৱলম্বন। এই লক্ষণ যেতিয়া দেৱতাসকলৰ মনত প্ৰকটিত হৈ উঠিছে, সাধনাৰ সফলতা অৱশ্যম্ভাৱী। যিবিলাক চিত্ত-চাঞ্চল্য দূৰ কৰিবৰ বাবে সৰ্বপ্ৰথমে মাতৃ-চৰণত (ভগবদ্ কৃপাপ্ৰাৰ্থী হয়) অকপটে অকৃত্ৰিমভাৱে শৰণাগত হয়—সম্পূৰ্ণৰূপে নিৰ্ভৰশীল হয়, সেই সাধকে সিদ্ধি পায়। তেতিয়া সাধকে অনাবিল সুখ আৰু শান্তি পায়।

জীৱে যেতিয়া নিজৰ দুৰ্দশাৰ পৰা অৰ্থাৎ অমৃত লাভৰ হানিকাৰক ক্ষুদ্ৰতা আৰু জড়তাৰ পৰা মুক্তি বিচাৰে তেতিয়া জীৱে আৰু দেৱতাবৰ্গই বিষ্ণু আৰু শিৱৰ ওচৰত শৰণাপন্ন হোৱাৰ দৰে নিজৰ অন্তৰস্থ প্ৰাণ আৰু জ্ঞানৰ ওচৰত শৰণাপন্ন হয়। বাহিৰত যাক বিষ্ণু বুলি ধাৰণা কৰা হয়, তেৱেঁই অন্তৰত জ্ঞান। যেতিয়ালৈকে নিজৰ অন্তৰস্থ প্ৰাণ আৰু জ্ঞানৰ (বিষ্ণু আৰু শিৱৰ) শৰণাপন্ন হোৱা নাযায় তেতিয়ালৈকে ৰজো গুণোদ্ভৱ অসুৰৰূপী কাম-ক্ৰোধাদি ষড় ৰিপুৰ বাধা অতিক্ৰম কৰি মুক্তি পোৱাৰ আশা নাথাকে। মহিষাসুৰাদি অসুৰ বধৰ উপায় পোৱা নাযায়। সেইবাবে মহিষাসুৰাদি অসুৰ বধৰ উপায় চিন্তা কৰিবলৈ দেৱতাসকলে বিষ্ণু আৰু শিৱক আকুল প্ৰাৰ্থনা জনাইছে। সেইদৰে জীৱে নিজৰে প্ৰাণ আৰু জ্ঞানৰ ওচৰত আকুল প্ৰাৰ্থনা কৰি ষড়ৰিপুৰ দমনৰ উপায় কি তাকে চিন্তা কৰিবলৈ আবেদন জনাব লাগিব। ৮

**ইত্থং নিশম্য দেৱানাং বচাংসি মধুসূদনঃ।**
**চকাৰ কোপং শম্ভুশ্চ ভ্ৰূকুটিকুটিলাননৌ।। ৯।।**

**অন্বয় ঃ** দেৱানাং ইত্থং বচাংসি নিশম্য মধুসূদনঃ শম্ভুঃ চ ভ্ৰূকুটি-কুটিল-আননৌ কোপং চকাৰ।। ৯।।

**অনুবাদ ঃ** ব্ৰহ্মা প্ৰমুখ দেৱতাসকলৰ মুখত এইবোৰ (শোচনীয় অত্যাচাৰৰ) কথা শুনি মধুসূদন (বিষ্ণু) আৰু শম্ভু (শিৱ) অতিশয় ক্ৰোধান্বিত হ'ল আৰু তেওঁলোকে ভ্ৰূ-কুঞ্চন কৰাত তেওঁলোকৰ মুখমণ্ডল ভীষণাকাৰ ধাৰণ কৰিলে। ৯।।

**ব্যাখ্যা ঃ** দেৱতাসকলৰ কাতৰ নিবেদন বিষ্ণু আৰু শিৱে মন দি শুনিলে। সেইদৰে জীৱেও অন্তৰস্থ প্ৰাণ আৰু জ্ঞানৰ ওচৰত আকুল নিবেদন কৰিলে।

দেৱতাসকলৰ প্ৰাৰ্থনাত যেনেকৈ বিষ্ণু আৰু শিৱ সংক্ষুব্ধ হৈ উঠিছিল, সেইদৰে জীৱৰ অন্তৰস্থ প্ৰাণ আৰু জ্ঞানো সংক্ষোভিত হৈ উঠিব। জড়তাই চৈতন্যক কিমান দিন আৱৰণ কৰি ৰাখিব পাৰে? দেৱতাসকলৰ কথাত (বিষ্ণু) প্ৰাণশক্তি সংক্ষোভিত হৈ উঠিছে আৰু (প্ৰলয়ৰ দেৱতা শিৱ) ক্ৰোধান্বিত হৈ উঠিছে। তেতিয়া শক্তিৰ (মাতৃ দুৰ্গাৰ) ৰণৰঙ্গিনী মূৰ্তি আৱিৰ্ভূত হয়। এইবাৰ মহিষাসুৰৰ নিধন অনিবাৰ্য। জড়তা বা ৰজো গুণৰ পৰা উদ্ভৱ হোৱা ষড় ৰিপুৰ বিনাশ নিশ্চয় হ'ব।

ৰূপ, ৰস আদি বিষয়াভিমুখী ইন্দ্ৰিয় বৃত্তিবোৰক পৰিপুষ্ট কৰাৰ একমাত্ৰ উদ্দেশ্য হৈছে—আত্মশক্তি স্ফুৰণ। আদিতে ইন্দ্ৰিয় বৃত্তিবোৰক উপেক্ষা কৰি থকা হয়, কিন্তু অত্যাচাৰৰ মাত্ৰা যেতিয়া সহ্যৰ সীমা পাৰ হৈ যায়, তেতিয়া প্ৰাণ আৰু জ্ঞানৰ শক্তি উদ্বেলিত হৈ উঠে। প্ৰত্যেক ব্যক্তিয়ে নিজ নিজ জীৱনত সেইটো নিশ্চয় অনুভৱ কৰি থাকে।৯।।

**ততোহতিকোপপূৰ্ণস্য চক্ৰিণো বদনাৎ ততঃ।**
**নিশ্চক্ৰাম মহৎ তেজো ব্ৰহ্মণঃ শঙ্কৰস্য চ।। ১০।।**

**অন্বয় ঃ** ততঃ অতিকোপপূৰ্ণস্য চক্ৰিণঃ বদনাৎ ততঃ ব্ৰহ্মণঃ শঙ্কৰস্য চ (বদনাৎ) মহৎ তেজঃ নিশ্চিক্ৰাম।। ১০।।

**অনুবাদ ঃ** তাৰ পাছত অতি ক্ৰোধান্বিত বিষ্ণুৰ, বিষ্ণুৰ পাছত ব্ৰহ্মা আৰু শিৱৰ মুখৰ পৰা মহৎ তেজ নিৰ্গত হ'ল।। ১০।।

**ব্যাখ্যা ঃ** ক্ৰোধ বা তেজ কি বস্তু? ক্ৰোধৰ উদয় হ'লেই তেজ প্ৰকাশ পায়। মানুহৰ যেতিয়া খং উঠে, তেতিয়া তেওঁৰ মুখখন ৰঙা হৈ উঠে। চকুৰ পৰা যেন জুইৰ ফিৰিঙতি ওলাব ধৰে। ইয়েই ক্ৰোধৰ পৰা তেজৰ উৎপত্তি—তেজৰ বহিঃপ্ৰকাশ।

ইয়াত তিনিওজন দেৱতাৰ পৰমাত্মাভিমুখী ৰজো গুণৰ যি অভিস্পন্দন সেয়ে ক্ৰোধ। পূৰ্বে আমি মহিষাসুৰক কাম-ক্ৰোধাদিৰ মূলীভূত ৰজোগুণ ৰূপে বুজি আহিছোঁ, এতিয়া দেৱতা তিনিওজনৰো সেই ক্ৰোধ—ৰজো গুণৰেই অভিব্যক্তি দেখিবলৈ পাওঁ। সেইটো স্বাভাৱিক। কাঁইটেৰে কাঁইট উলিয়াব লাগে। ক্ৰোধৰ দ্বাৰা ক্ৰোধক নিপাত কৰিব লাগে। মনোবিজ্ঞানৰ ই এটা প্ৰধান ৰহস্য।

বহুতে কয় যে অক্ৰোধৰ দ্বাৰা ক্ৰোধৰ, নিষ্কামৰ দ্বাৰা কামৰ আৰু অহিংসাৰ দ্বাৰা হিংসাৰ জয় কৰিব লাগে। কোনো বিৰোধী বৃত্তিৰ উদ্বেলনৰ দ্বাৰা আনটো বিৰুদ্ধ বৃত্তিক দমন কৰিব লাগে। কিন্তু সচৰাচৰ দেখা যায় যে তাত যথেষ্ট বেগ পাব লাগে। পুনঃ পুনঃ অকৃতকাৰ্য হ'ব লাগে, ধৈৰ্যশীল সাধক ব্যক্তিয়ে কিছু সফলতা লাভ কৰিব পাৰে—বহুদিন সেই ধৰণৰ অনুশীলন কৰি। শ্ৰীশ্ৰী চণ্ডীৰ ঋষিয়ে কিন্তু সেইটো নকয়। তেওঁৰ অভিপ্ৰায় হৈছে ক্ৰোধৰ দ্বাৰা ক্ৰোধক জয় কৰিব লাগে। কামক জয় কৰিবলৈ হ'লে কামৰ কামনা কৰিব লাগিব। (শুম্ভ বধত সেইটো আমি উত্তৰ চৰিতত দেখিবলৈ পাম।) যিজন লোক কোপন-স্বভাৱ সেইজন ব্যক্তিক যদি ক্ৰোধৰ ওপৰত ক্ৰোধ কৰিবৰ কৌশল শিকাই দিব পৰা যায়, তেতিয়া তেওঁ অনায়াসে ক্ৰোধ জয় কৰিব পাৰিব।

ক্ৰুদ্ধ ব্যক্তিক যদি অক্ৰোধ বা ক্ষমা বৃত্তি অভ্যাস কৰিবলৈ কোৱা হয়, তাত তেওঁৰ কৃতকাৰ্যতা লাভ কৰা কষ্টসাধ্য হৈ উঠিব।

সেইদৰে হিংসাৰ প্ৰতি হিংসা বৃত্তি গ্ৰহণ কৰিব লাগিব। সাধকসকলৰ ভিতৰত যাৰ যি বৃত্তি প্ৰবল, তেওঁ সেই বৃত্তিৰ দ্বাৰাই ভগৱতীক আৰাধনা কৰিব। কাম, ক্ৰোধ, হিংসা, দ্বেষ প্ৰভৃতি অসাধু বৃত্তিবিলাকৰ দ্বাৰাও যোগযুক্ত হোৱাৰ উপায় পোৱা যায়। বৃন্দাবনত গোপীসকলে কাম বৃত্তিৰ দ্বাৰা, মথুৰাত কংসই ভয় বৃত্তিৰ দ্বাৰা, দৈত্যৰাজ হিৰণ্যকশিপু হিংসা বৃত্তিৰ দ্বাৰা, চেদীৰাজ শিশুপাল দ্বেষ বৃত্তিৰ দ্বাৰা ভগৱানৰ সহিতযুক্ত হৈছিল। ভগৱানেও তেওঁলোকক নিজৰ কোলাত স্থান দিবলৈ কৃপণতা কৰা নাই।

এইটো কেনেকৈ হ'ব পাৰে? ৰজো গুণ দুই প্ৰকাৰে প্ৰকাশ পায়। একপ্ৰকাৰ হৈছে বৰ্হিমুখ প্ৰকাশ আৰু আন প্ৰকাৰ হৈছে অন্তৰ্মুখ প্ৰকাশ। বহিৰ্মুখৰ স্থূল বিকাশ হৈছে— কাম, ক্ৰোধ ইত্যাদি। অন্তৰ্মুখৰ স্থূল বিকাশ হৈছে পৰম বৈৰাগ্য, শম, দম ইত্যাদি। যি ৰজো গুণে মহিষৰূপে কাম-ক্ৰোধাদি বৃত্তিৰূপে প্ৰৱাহিত হৈ পুনঃ পুনঃ জন্ম-মৰণ ৰূপ সংসাৰ—গতিকে একান্ত কাম্য বোধ কৰে। সেই ৰজোগুণে আকৌ পৰম বৈৰাগ্যৰূপে প্ৰকাশ পাই মুক্তিপথত অগ্ৰসৰ হ'বলৈ প্ৰয়াস কৰে। এয়ে মহিষাসুৰৰ লগত দেৱতাসকলৰ সংগ্ৰাম।

যেতিয়া বহিৰ্মুখে যি বৃত্তি প্ৰবল হয়, তেতিয়া অন্তৰ্মুখে সেই বৃত্তিৰ সমজাতীয় প্ৰৱাহ উদ্বোধিত কৰিব পাৰিলেই অভীষ্ট সিদ্ধি হয়। 'সমঃ সমং শময়তি" —ইয়াৰ ভিতৰত অতি মূল্যবান তত্ত্ব আছে। কিন্তু যোগ-দৰ্শন আদি শাস্ত্ৰ-প্ৰস্থত ক্ৰোধ আদি বৃত্তি নিগ্ৰহৰ উপায় তদ্‌বিৰোধী অক্ৰোধ প্ৰভৃতি বৃত্তিৰ সাধনাবিহিত কৰা আছে। সেইটো কেনেকুৱা কথা? সেইটো সাধনাৰ ফল বুলি বুজিব লাগিব। ক্ৰোধক দমন কৰিবলৈ ক্ৰোধৰ প্ৰতি ক্ৰোধ কৰিব লাগে—তাৰ ফল হয় অক্ৰোধ। এইদৰে হিংসাৰ প্ৰতি হিংসা কৰিলে তাৰ ফল হয় অহিংসা। এই ৰূপ।

এই মন্ত্ৰত অসুৰৰ প্ৰতি ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ক্ৰোধ দেখা যায়। আমাৰ ভিতৰতো যিদিনা মন, প্ৰাণ আৰু জ্ঞান ক্ৰুদ্ধ হৈ উঠিব 'আৰু অসুৰ অত্যাচাৰ সহ্য নকৰোঁ' এইবুলি উদ্বেলিত হৈ উঠিব সেইদিনাই আমাৰ অসুৰ নিগ্ৰহৰ সময় আহিছে বুলি বুজিব লাগিব।

নিশ্চক্ৰাম মহত্তেজঃ—তেজ শব্দৰ অৰ্থ জ্যোতি—প্ৰকাশ। মনোময়, প্ৰাণময় আৰু জ্ঞানময় জ্যোতি উদ্বেলিত হৈ বাহিৰত প্ৰকাশ পালে বাহিৰত স্থূলভাৱে প্ৰত্যক্ষ হ'ল। সঁচা-সঁচিকৈ এই জ্যোতি দেখিবলৈ পোৱা যায়। যিবিলাক লোকৰ সত্য প্ৰতিষ্ঠা হৈছে—সমগ্ৰ জগতৰ সকলো পদাৰ্থৰ, সকলো ক্ৰিয়াৰ সম্যক জ্ঞান হৈছে, বোধ হৈছে, উপলব্ধি হৈছে, তেওঁলোকৰ সেই জ্যোতি দৰ্শন হয়। তেওঁলোকে ইচ্ছা কৰা মাত্ৰকে সেই জ্যোতি দৰ্শন কৰিব পাৰে আৰু যিমানখিনি সময় দৰ্শন কৰি থাকিবৰ ইচ্ছা কৰে, সিমানখিনি সময়লৈকে দৰ্শন কৰি থাকিব পাৰে। সেই জ্যোতিয়ে উদাৰ, প্ৰশস্ত মহান চিদ্‌ব্যোম।

মনোময় জ্যোতি হৈছে—ৰক্তবৰ্ণ। প্ৰাণময় জ্যোতি হৈছে—শ্যামবৰ্ণ আৰু জ্ঞানময় জ্যোতি হৈছে শুভ্ৰবৰ্ণ।

ব্ৰহ্মাৰ তেজ ৰক্তবৰ্ণ, বিষ্ণুৰ তেজ হৈছে শ্যামবৰ্ণ আৰু শিৱৰ তেজ হৈছে শুভ্ৰবৰ্ণ। সাধাৰণতঃ এই তেজ আজ্ঞা-চক্ৰৰ পৰা বিকাশ পায়। সেইবাবে এই মন্ত্ৰত 'বদনাৎ' বুলি কৈছে। ১০

সাংখ্য যোগমতে এই মহৎ তেজেই মহৎ তত্ত্বৰূপে দেখা যায়। মহৎ তত্ত্বৰ উদয় বা সাক্ষাৎ নোপোৱাটো ইন্দ্ৰিয়বৰ্গৰ বিষয় ভোগৰ লগত সম্পৰ্ক থকা বাবে ইন্দ্ৰিয়বৰ্গৰ চঞ্চলতা থাকে। মই কৰ্তা, মই ভোক্তা ইত্যাদি বোধ থকা বাবে জীৱৰ সুখ-দুখৰ উৎপীড়ন নাযায়। কিন্তু জীৱে মহৎ তত্ত্বত সেই আত্মবোধ একবাৰো যদি উপসংহাৰ কৰিব পাৰে, জীৱৰ কৰ্তৃত্ব আৰু ভোক্তৃত্ববোধ সমূলঞ্চে বিলয় হয়। এই মহৎ তত্ত্বই ঈশ্বৰ। সেইবাবে ইয়াক ব্ৰহ্মা, বিষ্ণু আৰু শিৱ সম্বন্ধীয় তেজ বোলা হৈছে। সৃষ্টি, স্থিতি, লয় মহৎ তত্ত্বতেই হয়।১০।।

**অন্যেষাং চৈব দেৱানাং শক্ৰাদীনাং শৰীৰতঃ।**
**নিৰ্গতং সুমহত্তেজস্তচ্চৈক্যং সমগচ্ছত।। ১১।।**

**অন্বয় ঃ** অন্যেষাং শক্ৰাদীনাং দেৱানাং চ এব শৰীৰতঃ সুমহৎ তেজঃ নিৰ্গতং তৎ চ ঐক্যং সমগচ্ছত। ১১।।

(সমগচ্ছত—সম পদ্যত ইতিবা পাঠঃ)

**অনুবাদ ঃ** এইদৰে ইন্দ্ৰ প্ৰভৃতি অন্যান্য দেৱতাসকলৰ শৰীৰৰ পৰাও সুমহৎ তেজ নিৰ্গত হ'ল আৰু সেই তেজসমূহ একত্ৰ মিলিত হ'ল।। ১১।।

(তেজ = আলোক, দীপ্তি, পৌৰুষ, পৰাক্ৰম)

**ব্যাখ্যা ঃ** মন আৰু প্ৰাণে যেতিয়া অসুৰৰ অত্যাচাৰবোৰৰ বিষয়ে জানিব পাৰিলে (জ্ঞানৰ গোচৰত আহিল) তেতিয়া মন আৰু প্ৰাণ উত্তেজিত হৈ উঠিল—জ্ঞান শক্তিও উদ্বেলিত হৈ উঠিল। এয়ে ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ক্ৰোধ। মন আৰু প্ৰাণ যেতিয়া উত্তেজিত হ'ল, তেতিয়া শৰীৰৰ অন্যান্য ইন্দ্ৰিয়বৰ্গও উত্তেজিত হৈ উঠিল। অন্যান্য ইন্দ্ৰিয়বৰ্গৰ অধিষ্ঠাতৃ দেৱতাসকল হ'ল—ইন্দ্ৰাদি দেৱতা। সেই ইন্দ্ৰিয়বৰ্গৰো তেজ (দীপ্তি বা পৰাক্ৰম) নিৰ্গত হ'ল (ইন্দ্ৰাদি দেৱতাসকলৰো তেজ নিৰ্গত হ'ল) আৰু সেই বিভিন্ন ইন্দ্ৰিয়ৰ (বিভিন্ন দেৱতাসকলৰ) তেজ একত্ৰিত হ'ল।

প্ৰত্যেক ইন্দ্ৰিয়ৰে দেৱভাৱ (দেৱ-শক্তি) আৰু অসুৰ-ভাৱ (অসুৰ-শক্তি) আছে। যেনে চকুৰ কথাকেই ধৰা যাওক। চকুৱে এফালে যেনেকৈ জগতৰ ভৌতিক পদাৰ্থসমূহৰ ৰূপত আকৃষ্ট হয়, তেনেকৈ ৰূপৰ অতীত বস্তু প্ৰত্যক্ষ কৰিবলৈও ইচ্ছা কৰে। মানুহৰ ইন্দ্ৰিয়বোৰ যেতিয়া কেৱল মাত্ৰ বিষয় ভোগতে লিপ্ত থাকে, ক্ষণমাত্ৰও ভগৱৎমুখী হ'বলৈ ইচ্ছা নকৰে, তেতিয়া চণ্ডী-তত্ত্ব বুজা কঠিন হয়।

সি যি নহওক, দেৱতাবৃন্দ অসুৰৰ দ্বাৰা উৎপীড়িত হৈছে। ইন্দ্ৰিয়বৰ্গৰ অসুৰ-

শক্তি প্ৰবল হৈ উঠিছে। সেইবাবে মন, প্ৰাণ আৰু জ্ঞান ক্ষুব্ধ আৰু ক্ৰুদ্ধ হৈ উঠিছে। ইন্দ্ৰিয়বৰ্গৰ দেৱ-শক্তিও জাগৃত হৈ ক্ৰুদ্ধ হৈ উঠিছে।

মন—ইন্দ্ৰিয় কেন্দ্ৰ, প্ৰাণ—ইন্দ্ৰিয়ৰ ধাৰক আৰু জ্ঞান ইন্দ্ৰিয়ৰ প্ৰকাশক। মন, প্ৰাণ আৰু জ্ঞানৰ তেজ যেতিয়া নিৰ্গত হৈছে, ইন্দ্ৰিয়বৰ্গৰ পৰাও তেজ নিৰ্গত হ'বলৈ ধৰিলে। এয়েই অন্যান্য দেৱতাবো তেজ নিৰ্গমন বা ক্ৰোধৰ প্ৰকাশ।

ইন্দ্ৰিয়ৰ তেজ বস্তুটো কি? প্ৰত্যেক ইন্দ্ৰিয়ৰ বেলেগ বেলেগ প্ৰকাশ শক্তি আছে। চকু, কাণ, হাত, মুখ প্ৰভৃতি প্ৰত্যেকৰেই স্বতন্ত্ৰ প্ৰকাশ-শক্তি আছে। জ্ঞানৰ প্ৰকাশৰ দ্বাৰাই যদিও ইন্দ্ৰিয়বৰ্গৰ শক্তিও প্ৰকাশ পায়, তথাপি প্ৰত্যেক ইন্দ্ৰিয়ৰ বিভিন্ন প্ৰকাশ-সত্তা আছে। আসুৰিক শক্তিৰ বিৰুদ্ধে ইন্দ্ৰিয়বৰ্গৰ বিভিন্ন দেৱ-শক্তিসমূহে পৃথক পৃথকভাৱে যুঁজি আছিল, সেইবাবে সেই শক্তিসমূহৰ চেষ্টাই কোনো ফল ধৰা নাছিল। এতিয়া সেই পৃথক পৃথক শক্তিসমূহ একত্ৰে সম্মিলিত হোৱাত অসুৰ-শক্তি দমনৰ নিশ্চয়তা প্ৰকাশ পাইছে। সমজাতীয় ব্যক্তিবৰ্গৰ একতাত যেনেকৈ কাৰ্য সিদ্ধিৰ সম্ভাৱনা নিশ্চিত হয়, সেইদৰে সাধন-জগততো এই ঐক্য বন্ধনৰ দ্বাৰা সিদ্ধি নিশ্চিত হয়।

ইন্দ্ৰিয়বিলাকে স্বতন্ত্ৰতা পৰিত্যাগ কৰি সম্মিলিত শক্তি নিযুক্ত কৰিছে। সেইবাবে মন্ত্ৰত কৈছে—"তচ্চৈকং সমগচ্ছত"। একতাই কাৰ্য সিদ্ধিৰ অমোঘ উপায়। প্ৰশ্ন হ'ব পাৰে ইন্দ্ৰিয়বোৰৰ একতা কি হ'ব পাৰে? উদাহৰণেৰে বুজিবৰ বাবে সহজ হ'ব পাৰে। ধৰা হওক—চকুৱে পাৰ্থিৱ যিকোনো বস্তু বা ব্যক্তিৰ ৰূপত ভোল নগৈ বিশ্বময় ভগবদ্ ৰূপত লক্ষ্য স্থাপন কৰিবলৈ প্ৰয়াস কৰিছে; কিন্তু কাণ, নাক প্ৰভৃতি ইন্দ্ৰিয়বৰ্গই তাত সহযোগ কৰা নাই, তেতিয়া শত চেষ্টাতো চকু কৃতকাৰ্য হ'ব নোৱাৰে; কিন্তু যেতিয়া সকলোবোৰ ইন্দ্ৰিয়ৰ লগত মন, প্ৰাণ আৰু জ্ঞানৰ সম্মিলন হয়, তেতিয়া চকুৱে সেই বিশ্বৰূপ ভগবানক প্ৰত্যক্ষ কৰিবলৈ সক্ষম হয়।

এই সাধন-সমৰত চণ্ডীৰ এই ৰূপক আখ্যানত সুৰথে সমাধিৰ লগত আগবাঢ়িছে। জীৱ যেতিয়া সমাধিস্থ হয় (সুৰথ—জীৱ) তেতিয়া এইবোৰ তত্ত্ব স্ফুৰিত হয়। সমাধি সুৰথৰ সহচৰ। প্ৰত্যেক ইন্দ্ৰিয়ৰ ভিতৰত যি চৈতন্যকণা আছে, সমাধিপ্ৰাপ্ত অৱস্থাত সকলোবিলাক ইন্দ্ৰিয়ৰ চৈতন্য অংশ একতা সূত্ৰত আবদ্ধ হয়। ইন্দ্ৰিয়বোৰৰ পৃথক পৃথক প্ৰকাশ-শক্তি প্ৰত্যক্ষ কৰিবৰ উপায় হৈছে বিভিন্ন ইন্দ্ৰিয়ত সমাহিত হোৱা। বিভিন্ন ইন্দ্ৰিয়ত একনিষ্ঠ হৈ সমাহিত হ'ব পাৰিলে ইন্দ্ৰিয়বিলাকৰ পৃথক পৃথক প্ৰকাশ-শক্তি প্ৰত্যক্ষ কৰা যায়। এইটো কৰিব পাৰিলেই ইন্দ্ৰিয়বিলাকৰ স্বভাৱ আৰু অৱস্থা ইচ্ছানুসাৰে পৰিবৰ্তিত কৰিব পৰা যায়। ইয়াৰেই নাম ইন্দ্ৰিয় জয়।

সেই বিভিন্ন প্ৰকাশ বা জ্যোতি বিভিন্ন বৰ্ণত পৰিলক্ষিত হয়। সাধকবিলাকৰ প্ৰকৃতিগত বিভিন্নতা অনুসাৰেও বৰ্ণৰ বিভিন্নতা দেখা যায়। যাৰ যি গুণ অতিৰিক্ত মাত্ৰাত প্ৰকাশশীল, তেওঁৰ ইন্দ্ৰিয়-শক্তিৰ প্ৰকাশো সেই গুণৰ বৰ্ণ-বিশিষ্ট হয়। সত্ত্ব-গুণ—শুভ্ৰ বৰ্ণ, ৰজো গুণ—ৰক্তবৰ্ণ আৰু তমোগুণ—কৃষ্ণবৰ্ণ। এয়ে গুণ তিনিটাৰ মৌলিক বৰ্ণ। এই তিনি গুণৰ সংমিশ্ৰণৰ তাৰতম্যত ইন্দ্ৰিয়-শক্তিৰ বৰ্ণগত বিভিন্নতা দেখা যায়।

'মহৎ তেজঃ' ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ তেজ স্বাভাৱিকতে অধিক প্ৰকাশশীল। সেইবাবে এই মন্ত্ৰত এই তেজক মহত্তেজঃ বোলা হৈছে। ইন্দ্ৰিয়বৰ্গৰ শক্তি যিমানদিন স্বতন্ত্ৰভাৱে প্ৰকাশ পায়, সিমানদিন সাধকে এই মহৎ তেজৰ সন্ধান নাপায়। যেতিয়া সমস্ত ইন্দ্ৰিয়গত পৃথক পৃথক প্ৰকাশ এক সমষ্টি প্ৰকাশ কেন্দ্ৰত উপনীত হয়, অৰ্থাৎ যাৰ প্ৰকাশত ইন্দ্ৰিয়গত প্ৰকাশ, সেই মূল প্ৰকাশত উপনীত হয়—সেয়ে 'মহত্তত্ত্ব' (মহত্তত্ত্বই—ঈশ্বৰ), সেয়ে তেজঃ, ধী বা গায়ত্ৰী। এৱেঁই সৃষ্টি, স্থিতি, প্ৰলয়ৰ অধীশ্বৰী। ইয়াত উপস্থিত হ'ব পাৰিলেই ঐক্য প্ৰকাশ পায়, অৰ্থাৎ একোটা ভাৱেই বিশেষভাৱে প্ৰকাশ পায়। এক সময়তে একত্ব আৰু বহুত্বৰ প্ৰকাশ কেনেকৈ হয়—এই স্থানত সাধকে বুজিব পাৰে। তেতিয়া বিস্ময় আৰু আনন্দত মন্ত্ৰমুগ্ধ হৈ পৰে।

আচাৰ্য শঙ্কৰে এই স্থানত উপস্থিত হৈয়ে উচ্চকণ্ঠে গাইছিল—"বিশ্বং দৰ্পণ-দৃশ্যমাননগৰীতুল্যং নিজান্তৰ্গতম্"।। ১১।।

**অতীৱ তেজসঃ কূটং জ্বলন্তমিব পৰ্বতম্।**
**দদৃশুস্তে সুৰাস্তত্ৰ জ্বালা ব্যাপ্তদিগন্তৰম্।। ১২।।**

অন্বয় ঃ তত্ৰ তে সুৰাঃ জ্বালা-ব্যাপ্ত-দিক্-অন্তৰম্ অতীৱ জ্বলন্তম্ পৰ্বতম্ ইব তেজসঃ কূটং দদৃশুঃ।। ১২।।

জ্বালা ব্যাপ্ত দিক্ অন্তৰম্—দহ দিকৰ মধ্যস্থন (অন্তৰাল) ব্যাপি শিখাযুক্ত যেন।

কূটং—পুঞ্জত, ৰাশি

**অনুবাদ ঃ** দেৱতাসকলে সেই সুদীপ্ত তেজঃপুঞ্জক দিগন্তব্যাপি জ্বলন্ত পৰ্বতৰ ন্যায়, সেই ঠাইত অৱস্থিত হৈ থকা দেখিলে। তেজোৰাশিৰ শিখাসমূহ দিগন্ত পৰিব্যাপ্ত হৈ আছে।। ১২।।

**ব্যাখ্যা ঃ** ব্যষ্টি-শক্তি (পৃথক পৃথক শক্তিসমূহ) সমষ্টি ভাৱাপন্ন হৈছে; সেইবাবে স্থূল আৰু ঘন হৈ সমস্ত দিগমণ্ডল পৰিব্যাপ্ত কৰি আছে। দেৱতাসকলে সেইটো প্ৰত্যক্ষ দেখা পালে। চকুৰে দেখিলে।

সাধান পথত এইৰূপ প্ৰত্যক্ষ দৰ্শন যেতিয়ালৈকে নহয়, তেতিয়ালৈকে সাধকৰ গতি খৰতৰ নহয়। অনুমানৰ ওপৰত সাধনা কিমান দিন চলিব পাৰে? অতিশয় ধীৰ আৰু সহিষ্ণু ব্যক্তিৰো শেষত এটা অশ্ৰদ্ধাৰ ভাব আহে। যোগ-দৰ্শনত কোৱা আছে যে 'অলব্ধ ভূমিকত্ব' সাধনাৰ অন্তৰায়। 'অলব্ধ ভূমিকত্ব' হৈছে—সাধনাৰ যি লক্ষ্যবস্তু সেই লক্ষ্যবস্তু প্ৰাপ্তিৰ কোনো নিশ্চয়তা বোধ নোহোৱা। সেইবাবে প্ৰত্যক্ষ দৰ্শনৰ আৱশ্যকতা আছে। মাতৃ কৃপাত (ভগবদ্ কৃপাত) চিত্ত আৰু ইন্দ্ৰিয়ৰ কাৰ্যসমূহ অন্তমুখী হৈ অলপ স্থিৰ হ'লেই এই ৰূপ দিগন্তব্যাপি জ্যোতি দৰ্শন হয়। সেই জ্যোতিৰ লগত জগতৰ আন কোনো জ্যোতিৰ্ময় বস্তুৰ তুলনা নহয়। যোগ শাস্ত্ৰত এই জ্যোতিক 'বিশোকা' বা 'জ্যোতিষ্মতী' বৃত্তি বুলি কৈছে। এই জ্যোতি দৰ্শন হ'লে সাধকৰ সকলোপ্ৰকাৰ শোক দূৰ হয়, এই জ্যোতিৰ প্ৰকাশ হ'লে জীৱ তীব্ৰবেগে ভগবদমুখী গতি অৱলম্বন কৰে। সাধকসকলে ইয়াক ঐশ্বৰিক জ্যোতি বা জগন্মাতৃৰ গাত্ৰশোভা (শৰীৰৰ সৌন্দৰ্য) বুলি

কয়। সেই জ্যোতি চকুত পৰা মাত্ৰেই সাধকে মুগ্ধ নয়নে চাই থাকে। সেইবাবে মন্ত্ৰত 'দদৃশুঃ' পদটো প্ৰয়োগ হৈছে।

সূৰ্য, চন্দ্ৰ, অগ্নি আৰু বিদ্যুৎ ব্ৰহ্ম জ্যোতিৰ এই চাৰি পাদ। এই চাৰিপ্ৰকাৰ জ্যোতিৰ্ময় সত্তাই একত্ৰিতভাৱে চিদাকাশত (ব্ৰহ্মাত) আৰোপিত হৈ দিগন্তব্যাপি অতুলনীয় জ্যোতি উদ্ভাসিত হয়। সূৰ্য, চন্দ্ৰ, অগ্নি আৰু বিদ্যুৎ এই চাৰি প্ৰকাৰ জ্যোতি—সাধনাৰ লক্ষ্যতে আৰোপিত কৰিব পাৰিলে সাধকৰ ব্ৰহ্ম-দৰ্শন হয়। ইয়াত বাদেও প্ৰত্যেক ইন্দ্ৰিয় সত্তাত সত্য প্ৰতিষ্ঠা কৰি ধীৰে ধীৰে মন, প্ৰাণ আৰু বুদ্ধিত উপনীত হ'ব পাৰিলে অৰ্থাৎ কেৱল মাত্ৰ 'এই মই' (আস্মিতাত) উপস্থিত হ'ব পাৰিলেও এক অখণ্ড চিন্ময় জ্যোতি উদ্ভাসিত হৈ উঠে। ই আস্মিতাৰ জ্যোতি।

এয়ে "অতীৱ তেজসঃ কূটম্"।। ১২।।

অতুলং তত্ৰ তত্তেজঃ সৰ্বদেৱশৰীৰজম্।
একস্থং তদভূন্নাৰী ব্যাপ্তলোকত্ৰয়ং ত্বিষা।। ১৩।।

**অন্বয় ঃ** তৎ তত্ৰ ত্বিষা ব্যাপ্তলোকত্ৰয়ং সৰ্ব-দেৱ-শৰীৰজম্ তৎ অতুলং তেজঃ এক-স্থং নাৰী অভূৎ।। ১৩।।

**অনুবাদ ঃ** তাৰ পাছত সকলো দেৱতাৰ শৰীৰৰ পৰা সমুদ্ভূত সেই অতুলনীয় তেজ একস্থ (সম্মিলিত) হোৱাত তাৰপৰা এক নাৰী মূৰ্তিৰ আবিৰ্ভাৱ হ'ল। তেওঁৰ কান্তি ত্ৰিলোকত পৰিব্যাপ্ত হৈ পৰিল।। ১৩।।

**ব্যাখ্যা ঃ** ইতিপূৰ্বে তেজস্তত্ত্বৰ কথা কোৱা হৈছে। তাত কোৱা হৈছে যে তেজ একপ্ৰকাৰ জ্যোতিৰ্ময় সত্তা। এই সত্তাৰ ব্যক্তিত্বও আছে। যাৱতীয় ব্যক্তি ধৰ্ম তাত পূৰ্ণভাৱে পৰিব্যক্ত। দৰ্শন, শ্ৰৱণ, ঘ্ৰাণ, গমন, গ্ৰহণ, নিগ্ৰহ আৰু অনুগ্ৰহ কৰিবৰ শক্তি ইত্যাদি যাৱতীয় ধৰ্ম সেই জ্যোতিৰ্মণ্ডলত বিৰাজ কৰে। সেইটো বুজাইছে—"একস্থং তদভূন্নাৰী"। নাৰী শব্দই কেৱল মাত্ৰ স্ত্ৰী-মূৰ্তিক নুবুজায়। সেই জ্যোতিয়ে বুজাইছে এটা শক্তি বিশেষক। নাৰী শব্দৰ অৰ্থ শক্তি। সেই শক্তিয়েই সাধকৰ ইষ্ট দেৱতা। ইয়াত নাৰী শব্দই যিকোনো দেৱতাকে বুজাইছে। সেই ইষ্ট দেৱতা কৃষ্ণও হ'ব পাৰে, কালীও হ'ব পাৰে, শিৱও হ'ব পাৰে বা যিকোনো ইষ্ট মূৰ্তি হ'ব পাৰে। প্ৰত্যেক মূৰ্তিয়েই শক্তি বিশেষ। সাধকৰ কৰুণ ক্ৰন্দনত সেই শক্তি উদ্বেলিত হয়, তাৰ পাছত ঘনীভূত হয় আৰু শেষত মূৰ্তিৰূপে সাধকৰ ইচ্ছা অনুসাৰে নিজৰ ইষ্ট দেৱতাৰূপে অভিব্যক্ত হয়। মূৰ্তি শব্দটো স্ত্ৰীলিঙ্গ বুলি মন্ত্ৰত নাৰী শব্দ ব্যৱহাৰ কৰা হৈছে। সেই বিশিষ্ট ইষ্ট মূৰ্তিৰ দৰ্শন কেনেকৈ হয় সেইটো বৰ্ণনা কৰিবলৈ 'একস্থং তদভূন্নাৰী' শব্দ প্ৰয়োগ কৰা হৈছে। সকলো সাধকৰে এই ইষ্ট মূৰ্তিৰ দৰ্শন হয়। কৃষ্ণ, কালী, শিৱ প্ৰভৃতিৰ ইষ্ট মূৰ্তিৰ আবিৰ্ভাৱৰ এয়ে ৰহস্য। প্ৰথমতে এটি ঘন চিন্ময় জ্যোতি বা প্ৰকাশ-সত্তাৰ উপলব্ধি হয় সাধকৰ মনোজগতত। পাছত সাধকৰ ভক্তিৰ হিমত ঘনীভূত হয়। বাষ্পক যেনেকৈ আধুনিক বৈজ্ঞানিকসকলে হিম বা অতি ঠাণ্ডা বস্তু, যেনে বৰফ আদিৰ সহায়ত জুলীয়া কৰে—সেইদৰে ভক্তিৰ সহায়ত সেই জ্যোতি ঘনীভূত হয়। সেই ঘনীভূত প্ৰকাশ সত্ত্বা

সাধকৰ সংস্কাৰ অনুসাৰে মূৰ্তিত পৰিণত হয়—যেনেকৈ যি পাত্ৰৰ অভ্যন্তৰস্থ বায়ু জুলীয়া হৈ পাত্ৰত পাত্ৰৰ আকৃতি ধাৰণ কৰে। এইদৰে মনৰ কল্পনাও ঘনীভূত হৈ বিশিষ্ট মূৰ্তিত পৰিণত হ'ব পাৰে, কিন্তু সেই মূৰ্তিৰ প্ৰতি ভক্তি ভাব নথকাত সি ইষ্ট মূৰ্তি নহয়—সাধকৰ ইষ্ট সাধনত সহায় নহয়। ভক্তিভৰা কৰুণ ক্ৰন্দনত সেই ইষ্ট মূৰ্তি যিকোনো সাধক ব্যক্তিয়ে চাক্ষুষ প্ৰত্যক্ষ কৰিব পাৰে। ই অতি সত্য কথা—ভুৱা নহয়। সেই মূৰ্তি দেখিলেই জীৱন ধন্য নহয়। যেতিয়ালৈকে সেই মূৰ্তি মহত্বযুক্ত নহয়, প্ৰাণময় নহয়, তেতিয়ালৈকে সেই মূৰ্তিয়ে সাধকৰ ইষ্ট সাধন নকৰে।

মহত্বযুক্ত আৰু প্ৰাণময় কৰিবৰ উপায় কি? সূৰ্য একে ঠাইতে থাকি তেওঁৰ প্ৰকাশ-সত্তা আৰু আকৰ্ষণী শক্তিৰ দ্বাৰা সমগ্ৰ জগতত পৰিব্যপ্ত হৈ আছে; সেইদৰে সাধকৰ ইষ্ট মূৰ্তিও বিশ্বব্যাপি মহতী শক্তিসম্পন্ন হৈ নিত্য বিৰাজিত হৈ আছে। সাধকে এইদৰে অনুভৱ কৰিবৰ চেষ্টা কৰিব লাগিব। সাধকৰ ইষ্ট মূৰ্তিও বিশ্বব্যাপি মহতী-শক্তি সমন্বিত হৈ নিত্য বিৰাজিত হৈ আছে। যি শক্তি অন্তৰত আত্মাৰূপে বিৰাজিত, সেই শক্তি, তেৱেঁই বাহিৰত মহত্ব-মণ্ডিত হৈ ইষ্ট মূৰ্তিত প্ৰকাশিত। কেৱল ইষ্ট মূৰ্তিয়েই নহয়, জগতৰ প্ৰত্যেক মূৰ্তিকেই আত্মভাৱস্থ বুলি চিন্তা কৰি দৰ্শন কৰিব লাগে; কিন্তু সাধক যদি ইষ্ট মূৰ্তিত আত্মভাৱস্থ হ'ব পাৰে তেতিয়াহে আন মূৰ্তি দৰ্শনৰ বাবে সহজসাধ্য হৈ পৰে। এইদৰে সৰ্বত্ৰ আত্মভাৱস্থ হ'ব পাৰিলে সাধকৰ সকলো প্ৰকাৰ সংশয়ৰ মূল উচ্ছেদ হয়, অজ্ঞান-অন্ধকাৰ তিৰোহিত হয়। সাধক তেতিয়া অমৃতৰ আস্বাদ পাই অমৰ হয় আৰু নিজক নিত্য শুদ্ধ মুক্ত-স্বৰূপ বুলি উপলব্ধি কৰিব পাৰে।

মূৰ্তিক আত্মভাৱস্থ কৰিবৰ উপায় কি? প্ৰথমতঃ ইষ্ট মূৰ্তিক আত্মীয় কৰি ল ব লাগে। আত্মীয়তাই আত্মাৰ ধৰ্ম। আত্মীয় লোকৰ প্ৰতি যি স্নেহ-মমতা, ইষ্ট-মূৰ্তিতো সেই স্নেহ-মমতা আৰোপ কৰিব লাগে। সেই চেষ্টাই হৈছে সাধনাৰ প্ৰথম চেষ্টা। এবাৰ যদি অশুদ্ধ হ'লেও বিন্দুমাত্ৰ প্ৰেম যদি সেই শক্তিৰ (ইষ্ট-মূৰ্তিৰ) চিন্ময় শৰীৰ স্পৰ্শ কৰিব পাৰে, তেন্তে তেওঁ নিজেই সেই অশুদ্ধ প্ৰেমক বিশুদ্ধ কৰি সহস্ৰগুণে পৰিবৰ্দ্ধিত কৰি ল'ব। তেতিয়া সাধক প্ৰেমত আত্মহাৰা হৈ পৰিব। যি মুহূৰ্ততে প্ৰেমত আত্মহাৰা হৈ পৰিব, সেই মুহূৰ্ততেই ইষ্ট-মূৰ্তি সাধকৰ আত্মভাৱস্থ হৈ পৰিব।

চক্ষুৰাদি ইন্দ্ৰিয়ত অধিষ্ঠিত দেৱতাসকলৰ যি প্ৰকাশ ভাব সেয়ে তেজ। সেই তেজ একীভূত হৈছে। এই মহাপ্ৰকাশে সমগ্ৰ বিশ্ব ঢাকি পেলাইছে। সেই প্ৰকাশৰ ইমান শক্তি। তেতিয়া সমগ্ৰ বিশ্ব বিলুপ্ত হয়। সেইটো সম্ভৱ হয় কেনেকৈ?

পোহৰ বা প্ৰকাশ যি স্থানত পৰে, যি স্থানত প্ৰতিহত হয়, অৰ্থাৎ বাধা পায়, তাকেই প্ৰকাশিত কৰে। সূৰ্য্যৰ ৰশ্মি যি স্থানত প্ৰতিহত হয়, অৰ্থাৎ যি বস্তুক ভেদ কৰি যাব নোৱাৰে, সেই বস্তুকে আমি দেখা পাওঁ। আকাশ আৰু বায়ুমণ্ডল ভেদ কৰি সূৰ্য্য ৰশ্মি আহিব পাৰে। সেইবাবে আমি তাক নেদেখোঁ, কিন্তু পৃথিবীত আহি প্ৰতিহত হয়, সেইবাবে আমি পৃথিবীৰ বস্তুবিলাক দেখা পাওঁ।

দেৱতাবিলাকৰ যি যি জ্যোতি বেলেগে বেলেগে প্ৰকাশ পাইছিল, সেই বিভিন্ন জ্যোতিসমূহ একত্ৰীভূত হোৱাত এটা দিগন্তপ্ৰসাৰী জ্যোতিৰ প্ৰকাশ উপলব্ধি হয়।

প্ৰথমতঃ সেইটো আকাশ তত্ত্বৰ জ্যোতিৰ প্ৰকাশ বুলি ধাৰণা হয়; কিন্তু সি কেৱল তত্ত্ব মাত্ৰ নহয়। সেই দিগন্তব্যাপি জ্যোতিসত্তাৰ সৰ্বেন্দ্ৰিয় ধৰ্ম আছে। যদিও কোনো বিশিষ্ট ইন্দ্ৰিয় নাই, তথাপি ইন্দ্ৰিয়ৰ ধৰ্ম তাত পূৰ্ণভাৱে উদ্ভাসিত হৈছে। এক কথাত সেই জ্যোতি সত্তাৰ এটা ব্যক্তিত্ব আছে। সেইটোকে বুজাবৰ বাবে 'একস্থং তদভূন্নাৰী' এই কথাখিনি কোৱা হৈছে। এই মন্ত্ৰৰ এই তাৎপৰ্য। সাধকৰ ইষ্ট-মূৰ্তিও যে সেইদৰে স্বপ্ৰকাশ দিগন্তব্যাপি জ্যোতি-সত্তাৰ মাজৰ পৰাই প্ৰকাশ পায়, সেই কথা পূৰ্বে কোৱা হৈছে। ১৩

যদভূচ্ছাম্ভবং তেজস্তেনাজায়ত তন্মুখম্।
যাম্যেন চাভৱন্ কেশা বাহৱো বিষ্ণুতেজসা।। ১৪।।

অন্বয় ঃ শাম্ভবং যৎ তেজঃ অভূৎ তেন তৎমুখম্ অজায়ত, যাম্যেন চ কেশাঃ বিষ্ণু তেজসা বাহৱঃ অভৱন্।। ১৪।।

অনুবাদ ঃ শম্ভুৰ তেজেৰে সেই দেৱ-মূৰ্তিৰ মুখ, যমৰ তেজেৰে চুলিটাৰি আৰু বিষ্ণুৰ তেজেৰে তেওঁৰ বাহু দুখনি গঠিত হৈছিল।। ১৪।।

ব্যাখ্যা ঃ এই মন্ত্ৰটোৰ পৰা আৰম্ভ কৰি ক্ৰমে পাঁচটি মন্ত্ৰত (শ্লোকত) সেই মূৰ্তিৰ শৰীৰৰ বিভিন্ন অঙ্গ হোৱা বুলি বৰ্ণনা কৰা হৈছে। কোন দেৱতাৰ তেজৰ দ্বাৰা মাতৃৰ (এই নাৰী-মূৰ্তিৰ) অঙ্গবোৰ গঠিত হৈছিল—সেইটো বৰ্ণনা কৰিছে।

শাম্ভৱ—তেজ, শম্ভু—শিৱ, শিৱৰ তেজ হৈছে জ্ঞানময় প্ৰকাশ-শক্তি। তাৰে মাতৃৰ মুখমণ্ডল গঠিত হৈছে। মুখতে পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ (চকু, কাণ, নাক, জিভা আৰু ছাল)—যদিও ছাল শৰীৰৰ সকলো স্থানতে আছে, তথাপি ওঠতে তাৰ (ত্বক্ বা ছালৰ) বিশেষ প্ৰকাশ। জ্ঞানৰ যি পাঁচপ্ৰকাৰ প্ৰৱাহ, সেইটো মুখমণ্ডলতে বিশেষভাৱে প্ৰতিভাত হয়। সেইবাবে জ্ঞানময় দেৱতা শিৱৰ তেজ ও মুখ।

সাম্য তেজ—যম সম্বন্ধীয় তেজ। সম—সংযমন কৰ্তা। এই বিচ্ছিন্ন খণ্ড খণ্ড প্ৰকাশ আৰু উচ্ছৃঙ্খল গতিক সংযত কৰি অখণ্ড মহাকাল সাগৰত নিমজ্জিত কৰে বুলি এওঁৰ নাম যম। শাস্ত্ৰত এওঁক কৃষ্ণবৰ্ণ বুলি কৈছে। সকলোবিলাক বৰ্ণ যত মিলিত হয় আৰু বৰ্ণ-প্ৰকাশক কোনো সূৰ্য্য ৰশ্মি য'ৰপৰা প্ৰকাশ নাপায় সেয়ে কৃষ্ণবৰ্ণ ধাৰণ কৰে—সেয়ে জগতৰ পক্ষে ঘোৰ অন্ধকাৰ ৰূপে প্ৰকাশিত হয়। সেইবাবে যমৰ তেজত মাতৃৰ ঘন কেশবোৰ গঠিত হৈছে। মাতৃৰ (সেই নাৰী-শক্তিৰ) পাছৰফালে কি আছে তাক যেন জগতবাসীৰ, তেওঁৰ নিজৰ সন্তানবিলাকৰ চক্ষুৰ অগোচৰ কৰি ৰাখিছে। মহাকাল শক্তিৰ সিপাৰে কি আছে সেইটো বাক্য আৰু মনৰ অগোচৰে থাকি যায়। সেইবাবে মা কালী মুক্তকেশী।

বিষ্ণুৰ তেজত বাহুদ্বয় হৈছে। ধৰি ৰখা শক্তি বাহুতেই প্ৰকাশ হয়। সেইবাবে জগৎধৰ্তা বিষ্ণুৰ তেজত বাহু গঠিত হৈছিল। মন্ত্ৰত 'বাহৱঃ' বুলি কৈছে। গতিকে সেই দেৱীৰ বাহু দুখন নহয়—দ্বিবচন দিয়া নাই। তেওঁ চতুৰ্ভুজা, দশভুজা, অষ্টাদশভুজা বা সহস্ৰভুজাও হ'ব পাৰে। চণ্ডীৰ বৈকৃতিক ৰহস্যত পোৱা যায়—"অষ্টাদশভুজা পূজ্যা, সা '। এই মহালক্ষ্মী মূৰ্তি অষ্টাদশভুজাও হ'ব পাৰে, সহস্ৰভুজাও হ'ব পাৰে।